# বিশ্বৰ নিৰ্বাচিত শ্ৰেষ্ঠগল্প



চক্ৰিয়া পাব্লিচাৰ্ছ
ৰাধাগোবিন্দ বৰুৱা পথ
গুৱাহাটী-৭৮১০২৪

"Bishwar Nirbachita Shrestha Galpa"— a compilation of short stories of world famous authors translated to Assamese by a panel of writers and published by Mahtab Hussain on behalf of Sofia Publishers, R. G. Baruah Road, Guwahati-781024 Price Rs. 40·00 only

---

প্ৰকাশক :
চফিয়া পাব্লিচাৰ্ছ
ৰাধাগোবিন্দ বৰুৱা পথ
গুৱাহাটী-৭৮১০২৪



প্ৰথম সংস্কৰণ
১৯৮৯

মূল্য : ৪০.০০ টকা
মুদ্ৰণ :
চেভেন ষ্টাৰ্চ প্ৰিণ্টাৰ্চ, গুৱাহাটী-২১

# প্ৰকাশকৰ একাষাৰ

"বিশ্বৰ নিৰ্বাচিত শ্ৰেষ্ঠগল্প" আমাৰ প্ৰকাশনৰ প্ৰথম প্ৰয়াস। অসমীয়া ভাষাত ইতিমধ্যে একাধিক অনুবাদ গল্পগ্ৰন্থ সংকলিত হলেও; অধিক ক্ষেত্ৰতে চুটিগল্পৰ ঐতিহাসিক ধাৰাবাহিকতা, ইয়াৰ নিৰ্বাচন, অনুবাদৰ সাবলীলতা আদি কমেইহে প্ৰতিফলিত হোৱা দেখা যায়।

এই গ্ৰন্থত আমি সাম্প্ৰতিক বিশ্বৰ চুটিগল্পৰ সম্যক প্ৰতিফলন কৰিবলৈ বিচৰা নাই। আনহাতে দেশী-বিদেশী কেইগৰাকীও উল্লেখযোগ্য সাহিত্যিকৰ ৰচনা আমি অনিবাৰ্য কাৰণত ছপাব নোৱাৰিলো।

গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত অনুবাদকমণ্ডলীৰ সৌহাৰ্দপূৰ্ণ সহযোগিতা আৰু মুখবন্ধটো লিখি দিয়াৰ বাবে শ্ৰীআনন্দ গোস্বামীৰ ওচৰত কৃতজ্ঞতা স্বীকাৰ কৰিছো। অতি কম দিনৰ ভিতৰতে কিতাপখন ছপাই উলিওৱাৰ বাবে মুদ্ৰক চেভেন ষ্টাৰ্চ প্ৰিণ্টাৰ্চ ধন্যবাদাৰ্হ।

সুধীসমাজে গ্ৰন্থখন আদৰেৰে গ্ৰহণ কৰিলে ভৱিষ্যতে পৰিমাৰ্জিত আৰু পৰিবৰ্ধিত ৰূপত প্ৰকাশ কৰাৰ আশা ৰাখিলো। প্ৰথম প্ৰয়াস স্বৰূপে পাঠকসমাজে আমাৰ অনিচ্ছাকৃত ভুল-ত্ৰুটী মাৰ্জনা কৰিব বুলিও আশা কৰিলো। ইতি।

মহভাব হুচেইন,
প্ৰকাশক,
চকিয়া পাব্লিচাৰ্ছ,
ৰাধাগোবিন্দ বৰুৱা পথ,
গুৱাহাটী-৭৮১০২৪

# মুখবন্ধ

আধুনিক চুটিগল্প বহুযুগৰ ক্ৰমবিকাশৰ ফল, মানুহৰ গল্প কোৱাৰ আৰু লেখাৰ অভ্যাস অতি প্ৰাচীন। কথা-কবিতাৰ লক্ষণত কাহিনী বৰ্ণনাৰ প্ৰাৰম্ভিক স্তৰৰ পৰা উত্তৰণৰ জখলা বগাই আধুনিক চুটিগল্পই নিটোল ৰূপ লাভ কৰিছে। বিশ্বৰ প্ৰথম চুটিগল্পটো কোনে ক'ত কেতিয়া লিখিছিল, ঠিৰাংকৈ কোৱা টান; তথাপি এই সংকলনত অন্তৰ্ভুক্ত বালজাকৰ 'ৰহস্যময় আবাস' গল্পটোকেই আধুনিক চুটি-গল্পৰ প্ৰায় সকলোবোৰ লক্ষণযুক্ত বিশ্বৰ প্ৰথম চুটিগল্প বুলি ধৰা হয়।

আদিকালৰ কাব্যৰূপৰ গল্প-কাহিনীয়ে বোকাচিঅ'ৰ হাতত এক-প্ৰকাৰ পূৰ্ণতা লাভ কৰে কাব্য-কাহিনী; উপন্যাসিকাৰ ক্ৰম অনুসাৰে চচাৰ, চাৰ্ভাণ্টেচৰ শতিকা বাগৰি বালজাকৰ হাতত চুটিগল্পই ভিন্নমুখী বিকাশ লাভ কৰাৰ লগতে বিৰল সম্ভাৱনাৰ এক নতুন শিল্পৰূপৰো সন্ধান দি যায়। বালজাকৰ সমকালীন ৰাছিয়াত পুস্কিনে চুটিগল্প ৰচনাত এক নতুন মাত্ৰাৰ সংযোগ ঘটায়। পুস্কিন প্ৰতিষ্ঠিত ৰুছ গল্পসাহিত্যৰ ধাৰাই ক্ৰমে গগল, দস্তয়েভস্কি, টলস্তয়ৰ আশীৰ্বাদ ধন্য হৈ চেকভৰ কলমত সৰ্বকালৰ শ্ৰেষ্ঠত্ব লাভ কৰে। ইতিমধ্যে ফৰাচী সাহিত্যত মপাচাঁ চুটিগল্পৰ সম্ৰাটৰূপে প্ৰতিষ্ঠিত হৈছিল।

গণতান্ত্ৰিক মূল্যবোধ তথা নিষ্পেষিতজনৰ প্ৰতি অনুকম্পাৰ সমাজবাদী সাহিত্য প্ৰবাহৰো এই সময়ছোৱাতেই স্ফুৰণ ঘটিছিল। বালজাকৰ

ৰচনাত সাধাৰণ মানুহৰ মৰ্মবেদনা যেনেদৰে পৰিস্ফুট হৈছিল, ঠিক সেইদৰে গগলৰ ব্যঙ্গত সামন্তবাদী গম্বুজৰ গাঁঠনি কঁপি উঠিছিল।

বিশ্বসাহিত্যৰ ইতিহাসত মপাচাঁ-চেকভৰ যুগেই চুটিগল্পৰ স্বৰ্ণযুগ বুলি আভাহৃত। গৱেষক সমালোচকসকলৰ মতে টলস্টয়ৰ 'এজন মানুহক কিমান মাটিৰ প্ৰয়োজন,' মপাচাঁৰ নেকেলেচ' আৰু চেকভৰ 'প্ৰেয়সী' এই তিনিটা গল্পকেই বিশ্বৰ সবকালৰ সৰ্বশ্ৰেষ্ঠ চুটিগল্প বুলি গণ্য কৰা হয়। শ্ৰেষ্ঠত্বৰ ক্ৰম নিৰ্ধাৰণত মতভেদ থাকলেও এই তিনিটা চুটিগল্পইযে বিশ্বশ্ৰেষ্ঠ, এই বিষয়ে সকলো একমত। টলস্টয়ৰ গল্পটো জীৱনৰ বিনিময়তো মানুহৰ সীমাহীন ক্ষুধা তথা অপাৰ কৰ্তৃত্ব-লালসাৰ নিদৰ্শন, 'নেকলেচ' মধ্যবিত্ত মধ্যচিত্ততথা পৰিয়ালৰ এগৰাকী ক্ষুব্ধ অথচ সবল মহিলাৰ ভোগবাদী পীড়নৰ মৰ্মন্তুদ প্ৰকাশ। আনহাতে চেকভৰ 'প্ৰেয়সী' প্ৰতিদান নিবিচৰা চিৰায়ত প্ৰেমৰ শাশ্বত আবৰ্তত নিবদ্ধিত এক ৰসোত্তীৰ্ণ উৎকণ্ঠা। এই সংকলনত টলস্টয়ৰ বহু-প্ৰকাশিত চুটিগল্পৰ পাৰবতে এটা অখ্যাত গল্প লোৱা হৈছে। চেকভৰ আন এটা বিশ্ববিখ্যাত গল্প 'বাজি' সন্নিবিষ্ট হৈছে—বৌদ্ধিক সমাজত যাৰ বিশ্লেষণ উল্লেখ কৰি অহা গল্পকেইটাৰ সমমৰ্যাদাৰ।

সেইদৰে, দস্তয়েভস্কিৰ এটা অখ্যাত গল্প 'বৰদিনৰ গছ আৰু এখন বিয়া' সংকলিত হৈছে। মানসিকতা স্বাৰ্থকলুষিত হলে, দৃষ্টি পক্ষপাতগ্ৰস্ত হলে সিংহ শিয়ালক প্ৰতিদ্বন্দ্বী বুলি ঠাৱৰ কৰাব দৰে এই গল্পতো বিসদৃশ শ্ৰেণীসংঘাত প্ৰতীয়মান হৈছে।

দ্বিতীয় বিশ্বযুদ্ধৰ কিছু আগৰে পৰাই বিভিন্ন দেশত চুটিগল্পৰ ৰূপ পৰিবৰ্তিত হয়। জেইমচ, জয়েচ, এলেঁ ৰব গ্ৰীয়ে, জাপল চাত্ৰ মিলোভান জিলাছ আদি গল্পকাৰৰ ন-ৰীতিয়ে চুটিগল্পৰ পুৰণি ফৰ্ম ভাঙি ইয়াৰ গাঁথনি শিথিল কৰে, আঙ্গিকৰ পৰিবৰ্তন ঘটায়, স্থান

কাল-পাত্ৰৰ ঐতিহ্য উলঙ্ঘা কৰে আৰু সাধকে মপাচাঁৰ শ্বাসৰুদ্ধকাৰী চমক, চেকভৰ কলিজা-পোৰা তাচ্ছিল্য তথা সামগ্ৰিকভাৱে নাটকীয়-তাৰ যৱনিকা পতন ঘটায়। অৱশ্যে আমাৰ দেশত এনে ৰচনা-ৰীতিৰ এতিয়াও প্ৰসাৰ ঘটা নাই ।

অনুবাদ সদায় মূলৰ প্ৰতিলিপিহে। গতিকে ই কিছু পৰিমাণে অনুবাদকৰ স্বাধীনতাসাপেক্ষ। বিদেশী সাহিত্যৰ অনূদিত বা সম্পাদিত ৰূপ সচৰাচৰ একাধিক পৰিলক্ষিত হোৱাটোৱেও কোনো কোনো ক্ষেত্ৰত সমস্যাৰ সৃষ্টি কৰে। ৰচনাৰ মৌলিক ৰূপ সংকুচিত বা সম্পাদিত হলে বহুক্ষেত্ৰে স্ৰষ্টাৰ প্ৰকাশো তদ্ৰূপ হোৱা দেখা যায়। কিন্তু কন,-ষ্টান্স, গাৰ্ণেট বা বিলিয়াম বাটলাৰ য়েট্‌চে ক্ৰমে টলষ্টয় আৰু ৰবীন্দ্ৰ-নাথ অনুবাদ নকৰা হলে এই যুগৰাকী সাহিত্যশিল্পীয়ে বিশ্বপ্ৰতিষ্ঠা নাপালেহেঁতেন বুলি ধাৰণা কৰা হয়। এই সংকলনৰ অনুবাদৰ দোষ-গুণ বিচাৰৰ ভাৰ অসমীয়া পঢ়ুৱৈ সমাজলৈ এৰি থোৱা হ'ল।

সংকলনটোত যুগান্তকাৰী সাহিত্যস্ৰষ্টা পুস্কিন, মম, মেন্স্‌ফিল্ড আদিৰ ৰচনা সন্নিবিষ্ট হোৱা নাই। সৰ্বভাৰতীয় গল্পকাৰৰ ক্ষেত্ৰত কেৱল প্ৰেমচন্দ অন্তৰ্ভুক্তি হৈছে। অৱশ্যে লক্ষ্মীনাথ বেজবৰুৱাৰ এটা গল্পৰে সংকলনটোৰ মোখনি মৰা হৈছে ।

আনন্দ গোস্বামী

# সুচীপত্র



অনুবাদকমণ্ডলী—
চবিৰ হুচেইন,
আনন্দ গোস্বামী
আৰু
টংক কোঁৱৰ

# গিঅ'ভানি বোকাচিঅ'

(১৩১৩—১৩৭৫)

সাত বছৰ বযসতে কাহিনী লিখিবলৈ আৰম্ভ কৰা বোকাচিঅ' একাধাৰে ইটালিৰ ভাষা-সংস্কাৰক, পৰিব্ৰাজক, পৰ্যবেক্ষক, পণ্ডিত, বৈজ্ঞানিক, ফ্লৰেন্টাইন সাম্ৰাজ্যৰ পদস্থ কৰ্মী তথা আজন্ম কাহিনী ৰচনাৰ বিৰল প্ৰতিভাৰ অধিকাৰী।

এশটা গল্পৰ সংকলন 'ডা ডেকামেৰন' বিশ্ববিশ্ৰুত ৰচনা। তেওঁৰ বহুতো কাহিনী শ্বক্সপীয়েৰ প্ৰমুখ্যে উত্তৰকালৰ সাহিত্যিকে গ্ৰহণ কৰিছে।

কবিতা-কাহিনী ৰচনাৰ আদিকালতে এওঁ সাধুকথা, ইতিহাস আনকি বাস্তৱ জীৱনৰ পৰাও গল্পৰ সমল সংগ্ৰহ কৰি বিশ্বসাহিত্য চহকী কৰি গৈছে।

# ফুলৰ টাব

মেচিনাৰ জিমিগ্নানো নগৰত তিনিজন ডেকা ককাই-ভাই আছিল। তেওঁলোক আছিল ধনী সদাগৰ আৰু দেউতাকৰ মৃত্যুৰ পিছত তেওঁলোকে বহুত ধন-সম্পত্তি উত্তৰাধিকাৰী সূত্ৰে লাভ কৰিছিল। লিচাবেত্তা নামেৰে তেওঁলোকৰ এজনী সুন্দৰী অবিবাহিতা ভনীয়েকো আছিল।

লৰেঞ্জো নামৰ পিচাৰ যুৱক এজনে তেওঁলোকৰ ব্যৱসায়ৰ কাম-কাজ দেখা শুনা কৰিছিল। লৰেঞ্জো দেখিবলৈ যেনে সুদৰ্শন আছিল, স্বভাৱ-চৰিত্ৰতো তেনে সৎ আৰু সাহসী আছিল। তেওঁৰ ৰূপ গুণ আৰু কামকাজত মুগ্ধ হৈ লিচাবেত্তা লৰেঞ্জোৰ প্ৰেমত পৰি যায়। সেয়ে প্ৰথমতে লিচাবেত্তাই মাজে মাজে ঈষৎ কটাক্ষ দৃষ্টিৰে লৰেঞ্জোলৈ চাই থাকি তাইৰ প্ৰেমৰ অনুভূতি প্ৰকাশ কৰিবলৈ ধৰে আৰু পিছত উভয়ৰে দৃষ্টি বিনিময় হয়। ক্ৰমে সেই দৃষ্টিয়ে দুয়োৰে অন্তৰ স্পৰ্শ কৰে।

লাহে লাহে দুয়োৰে প্ৰেমৰ কামনা উগ্ৰ হৈ উঠে আৰু সেই কামনা চৰিতাৰ্থ কৰাৰ কাৰণে উভয়ে গোপনে মিলিত হবলৈ ধৰে। কিন্তু এই মিলনৰ বিষয়ত এজনেও কোনো গোপনীয়তা অৱলম্বন কৰাৰ প্ৰয়োজন বোধ নকৰে।

এনেদৰে এদিন নিশা লিচাবেত্তা লৰেঞ্জোৰ কোঠালৈ যাওঁতে তেওঁক তাইৰ ডাঙৰ ককায়েকে দেখে। বৰককায়েক বৰ বিচলিত হৈ পৰে যদিও, তেতিয়াই লিচাবেত্তাক একো নকয়। তেওঁ হাতত সাৰে ভৰিত সাৰে নিজৰ কোঠালৈ গৈ গোটেই নিশা নীৰবে কথাটো চিন্তা কৰে। লিচাবেত্তাই এই সম্পৰ্কে ঘুণাক্ষৰেও জানিব নোৱাৰে।

ভিতৰি ভিতৰি উতলা হৈ উঠে। তাই প্ৰায়ে ককায়েকহঁতক লবেঞ্জোৰ কথা সোধে কিন্তু ককায়েকহঁতে বিভিন্ন মিছা কথা কৈ লবেঞ্জোৰ প্ৰসঙ্গটো এৰাই যায়।

এদিন লিচাবেত্তাই তাইৰ এজন ককায়েকক লবেঞ্জোৰ বিষয়ে জোৰ দি সুধিলত ককায়েকজনে খঙেৰে উত্তৰ দিয়ে, লবেঞ্জোৰ সম্পৰ্কে আমাক আৰু কোনো দিন কোনো প্ৰশ্ন নকৰিবা, আৰু প্ৰশ্ন কৰিলেও এনে উত্তৰ পাবা, যিটো তোমাৰ কাৰণে মুঠেই সুখৰ নহ'ব।

তাৰ পিছত আৰু লিচাবেত্তাই ককায়েকহঁতক কোনোদিনেই লবেঞ্জোৰ কথা নোসোধে। কিন্তু বাহিৰে একো নকলেও ভিতৰি ভিতৰি শুই শুই তাই লবেঞ্জোৰ কথাই গভীৰভাৱে চিন্তা কৰি থাকে। তাইৰ মনৰ দুখ মনতে গুজৰি গুমৰি থাকে।

পিছত এদিন নিশা লিচাবেত্তাই এটা অদ্ভূত স্বপ্ন দেখে। স্বপ্নত লবেঞ্জোৱে আবিৰ্ভাৱ হৈ কয়, লিচাবেত্তা, তুমি কোনোদিনেই মোৰ আশা নকৰিবা। কেৱল জানিবা, মই আৰু কোনোদিনেই তোমাৰ ওচৰলৈ ঘূৰি নাহোঁ— কাৰণ তোমাৰ ককায়েৰহঁতে মোক হত্যা কৰিছে। তাৰ পিছত লবেঞ্জোৱে তেওঁক ক'ত কবৰ দিয়া হৈছে— সেইখিনিও ভাঙি-পাতি কয়।

স্বপ্নত লবেঞ্জো লাহে লাহে শূন্যত মিলি যায়। টোপনি ভাগিলতে লিচাবেত্তাই হুকহুকাই কান্দিবলৈ ধৰে।

পিছদিনা পুৱাতে লিচাবেত্তাই তেওঁৰ চাকৰণী এজনী লগত লৈ নগৰৰ বাহিৰত ফুৰিবলৈ যাবলৈ ককায়েকহঁতৰ পৰা অনুমতি লয়। আচলতে, লবেঞ্জোৰ কবৰ স্থান পৰীক্ষা কৰি লিচাবেত্তাই স্বপ্নত দেখা ঘটনাৰ সত্যতাৰ প্ৰমাণহে ল'ব খুজিলে।

নিৰ্দিষ্ট ঠাইলৈ গৈ মাটি খান্দি লিচাবেত্তাই দেখিলে লবেঞ্জোৰ মৃতদেহটো তাতে শুৱাই থোৱা আছে। প্ৰথমতে তেওঁ শৱদেহটো সেই ঠাইৰ পৰা আঁতৰাই আন এঠাইত পুতি থোৱাৰ কথা ভাবিলে।

পিছত সেই কাম তেওঁৰ দ্বাৰা সম্ভৱ নহ'ব ভাবি ছুৰী কটাৰী এখন উলিয়াই লবেঙ্গোৰ মূৰটো কাটিলে। গামোচা এখনেৰে মেৰিয়াই কটা মূৰটো তেওঁৰ চাকৰণীজনীৰ হাতত দি ঘৰলৈ লৈ আহিল। ঘৰলৈ আনি লবেঙ্গোৰ কটা মূৰটো এটা ফুলৰ টাবত ভৰাই ওপৰত মাটি দি তাতে এটা গোলাপ ফুলৰ পুলি কই দিলে। লিচাবেত্তাই নিজৰ চকুৰ পানী আৰু সুগন্ধি জলেৰে সেই পুলিটো তিয়াই ৰাখিবলৈ ধৰিলে।

নিজৰ কোঠাৰ দুৱাৰ বন্ধ কৰি, সেই ফুলৰ টাবটো কোলাত লৈ দিনে-ৰাতিয়ে লিচাবেত্তাই চকুৰ পানীৰে গোলাপ পুলিটো তিয়াই কান্দি থাকিবলৈ ধৰিলে। টাবৰ গছ ক্ৰমে সেউজীয়া হ'ল, ডাল-পাত মেলিলে আৰু এদিন গছত সুন্দৰ ফুল ফুলিল।

আনফালে টাবৰ ফুলজোপা যিমানেই জীৱন্ত, সজীৱ আৰু সতেজ হবলৈ ধৰিলে, লিচাবেত্তাৰ দেহ সৌন্দৰ্যও সিমানে মোলান পৰি যাবলৈ ধৰিলে। দিনে দিনে ফুলগছ প্ৰাণৱন্ত হ'ল আৰু লিচাবেত্তা মৃতপ্ৰায় হৈ আহিল।

এই কথাটো এদিন তাইৰ ককায়েকহঁতৰ চকুত পৰিল। ককায়েকহঁতে লিচাবেত্তাক গালি-গালাজ পাৰিবলৈ ধৰিলে। তাৰ পিছত এদিন গোপনে ফুলৰ টাবটো আঁতৰাই নি, তাৰ ভিতৰতনো কি আছে চাবলৈ টাবটো ভাঙিলে। টাবটোৰ ভিতৰত চুলিৰে সৈতে লবেঙ্গোৰ কটা মূৰটো তেওঁলোকে দেখিবলৈ পালে। তেতিয়া তেওঁলোকে ঘৰৰ বাহিৰৰ এঠাইত কটা মূৰটো মনে মনে গাঁত খান্দি পুতি থলে।

লিচাবেত্তাই তাইৰ ফুলৰ টাবটো বাৰে বাৰে খুজিলতো ককায়েকহঁতে ঘূৰাই নিদিয়া হ'ল। তাইৰ দুখ-শোক দিনে দিনে বাঢ়ি যাবলৈহে ধৰিলে। বিছনাত শুই শুই তাই দিনে-ৰাতিয়ে কান্দি থাকিবলৈ ধৰিলে। লিচাবেত্তাই খাব-শুবলৈও এৰি দিলে।

লিচাবেত্তাৰ ককায়েককেইজনে তেতিয়া মেচিনাৰ পৰা নেপলচলৈ উঠি যাব খুজিলে। কিন্তু লিচাবেত্তা আৰু তাইৰ বিছনাৰ পৰা নুঠিল।

লিচাবেত্তাৰ ককায়েকহঁতে মেচিনা এৰি যোৱাৰ আগতেই তাইৰ মৃত্যু ঘটিল।

# পাদুৰিয়ে কোৱা কাহিনী

অক্স্‌ফৰ্ডৰ পাদুৰিয়ে কবলগীয়া কাহিনীৰ প্ৰস্তাৱনা আৰম্ভ হ'ল: অতিথিশালাৰ মালিকে ক'লে, "অক্স্‌ফৰ্ডৰ পাদুৰি মহাশয়, ন-কইনাৰ দৰে নিমাতী হৈ আপুনি গোটেই দিন ঘোঁৰাত উঠি ফুৰিছে। ভগবানৰ দোহাই, কিবা কওক, কাহিনী এটাকে কওক। কিন্তু দয়া কৰি সংগীৰ বাণী প্ৰচাৰ কৰা বা শুনিলে টোপনি ধৰা কাহিনী নক'ব। ৰাজসভাত লিখা আবেদন পত্ৰৰ দৰে ভাষা, ছন্দ অলংকাৰ, উপমা আদিৰে ভৰা দাঁতভগা শব্দও ব্যৱহাৰ নকৰিব—সহজ সৰল ভাষাত আমি বুজিব পৰাকৈ কওক, এয়ে অনুৰোধ।"

অভিজাত পাদুৰিয়ে শান্তভাৱে উত্তৰ দিলে, "এতিয়া আপুনি মোৰ মালিক আৰু পৰিচালক। গতিকে আপোনাৰ কথা মই মানি চলিম। পাদুৱাৰ এজন মহৎ পাদুৰিৰ পৰা শুনা এটা কাহিনী আপোনাক ক'ম। সেই পাদুৰি ফ্ৰেন্সিচ পেত্ৰাৰ্ক ইতিমধ্যে মৃত্যুৰ হাতত নিহত হৈছে। ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰোঁ যেন তেওঁৰ আত্মাই চিৰশান্তি লাভ কৰে। তেওঁৰ দৰেই আমাৰ সকলোৰে এদিন মৃত্যু হ'ব।

যিজন মহৎ ব্যক্তিয়ে মোক এই কাহিনীটো শিকাইছিল, তেওঁ কাহিনীটো কোৱাৰ আগতে তাৰ এটা সুন্দৰ প্ৰস্তাৱনা দিছিল। সেই প্ৰস্তাৱনাত পিডমণ্ট, চালিউজো জিলাৰ বিৱৰণ, পশ্চিম জাৰ্মানীৰ সীমামূৰীয়া আপেনাইন পৰ্বতৰ ব্যাখ্যা, পো নদীৰ উৎসস্থল আদিৰ বিষয়ে সবিশেষ বৰ্ণনা দিছিল। এইবোৰ কবলৈ গলে বহুত কথা। আচলতে তেওঁ তেওঁৰ কাহিনীৰ পটভূমিৰ এটা বিস্তৃত ভূমিকা দিব খুজিছিল। যেই হওক, এইবাৰ কাহিনী আৰম্ভ কৰিছোঁ শুনক।"

অক্‌স্‌ফৰ্ডৰ পাত্ৰুবিয়ে কোৱা কাহিনী আৰম্ভ হ'ল ঃ ইটালিৰ পশ্চিম সীমনাৰ ডিচো পৰ্বতৰ নামনিত এখন সাৰুৱা ঠাই আছে। দেখাৰ শস্যৰ লগতে ভাত মনোৰম প্ৰাকৃতিক দৃশ্য, গাওঁ, দুৰ্গ আদি উপাৰ-পুৰুষৰ বাসস্থান দেখিবলৈ পোৱা যায়। সেই সৰু ৰাজ্যখনৰ নাম চালিউজো।

এসময়ত পৰপুৰুষসকলৰ দৰেই এজন শাসক সেই দেশৰ শাসন-কৰ্তা আছিল। সেই শাসক ৱাল্টাৰ সুপুৰুষ, বিচক্ষণ লোম্বাৰ্ডিৰ শ্ৰেষ্ঠ পৰিয়ালৰ বংশধৰ, সুপ্ৰশাসক, অতি সৎ আৰু সকলো প্ৰজাৰে সন্মানৰ পাত্ৰ আছিল। দেশ শাসনতো তেওঁ বিচক্ষণতাৰ পৰিচয় দিছিল, যদিও, কোনো দায়িত্ব তেওঁ নিজে গ্ৰহণ কৰিব নুখুজিছিল আৰু পশু-পক্ষী চিকাৰ কৰি দিন অতিবাহিত কৰিছিল। তেওঁ পালন কৰিব নোখোজা আন এটা বিশেষ দায়িত্ব হ'ল— তেওঁ কোনো দিনে সংসাৰ কৰিব খোজা নাছিল। কেনেকৈ চৰ্তত বিয়া কৰাবলৈ সন্মত নোহোৱা এই শাসকৰ প্ৰতি তেওঁৰ প্ৰজাগণ অতি বিতুষ্ট হৈ এদিন এই এটা মাত্ৰ অভিযোগ লৈয়েই ৱাল্টাৰৰ লগত দেখা কৰিবলৈ আহিল। শাসকে যাৰ কথা শুনে তেনে এজন জ্ঞানী প্ৰতিনিধিয়ে ৰজাক বিয়া কৰাবলৈ সন্মত কৰাব খুজি কি ক'লে শুনক ঃ

"মহামহিম ভূমিপতি, আপোনাৰ উদাৰ স্বভাৱৰ ফলতে আমি আপোনাৰ আগত আমাৰ মনৰ কথা প্ৰকাশৰ সাহস পাইছো, আমাৰ কথা ঘৃণাৰে প্ৰত্যাখ্যান নকৰি, আপোনাক আমাৰ অভিযোগ শুনাবলৈ অনুমতি বিচাৰিছো।"

" প্ৰভো! আপোনাৰ কাম-কাজত আমি অত্যন্ত সুখী — ইয়াতকৈ অধিক সুখ আমাৰ কল্পনাৰ অতীত; কিন্তু এটা বিষয়ত বাদে ঃ আপোনাৰ যদি বিয়াৰ ইচ্ছা হ'লহেঁতেন তেতিয়া আমি অধিক সুখী হ'লোহেঁতেন। বিবাহ দাসত্ব নহয়, পৰিণয় পবিত্ৰ বন্ধন। আপুনি জ্ঞানী, ভাবি চাওক, সময় হৈ আছে। আপোনাৰো যৌৱন নিঃশব্দে

লাগবাঢ়িছে, মৃত্যুৱে সকলো পদ-মৰ্যাদাৰ লোকক আঘাত ক'ৰ। মৃত্যু আহিব এই কথা নিশ্চিত, কিন্তু কেতিয়া আহিব সেইবিষয়ে আমি সুনিশ্চিত নহয়।"

"ফলত মহাৰাজ, আপোনাৰ বাধ্য প্ৰজাৰ মনোবাঞ্ছা পূৰ্ণ কৰক। আপোনাৰ ইচ্ছা হ'লেই আমি উত্তম পৰিয়ালৰ সৰ্বশ্ৰেষ্ঠা কন্যা নিৰ্বাচন কৰি আনিম। আপোনাৰ মৃত্যুতেই আপোনাৰ বংশ নিৰ্বংশ হোৱাটো আমি কামনা নকৰো আৰু আপোনাৰ পিছত এজন অচিনাকী মানুহ আপোনাৰ উত্তৰাধীকাৰী হোৱাটোও আমি নিবিচাৰো। সেয়ে আমাৰ একান্ত অনুৰোধ আপুনি বিয়া কৰাওক।"

প্ৰজাৰ প্ৰাৰ্থনা শুনি, তেওঁলোকৰ নম্ৰতা আৰু শোকাহত মুখ দেখি ৰজাৰ অন্তৰত দয়া উপজিল। তেওঁ ক'ল, "হে প্ৰিয় প্ৰজা এই বিষয়টো মই ইতিমধ্যে কেতিয়াও ভবা নাই। স্বাধীন জীৱনেৰে মই সুখী, বিবাহিত জীৱনৰ বন্ধনত এই সুখ কেতিয়াবাহে লাভ কৰা যায়। তথাপি তোমালোকৰ দুখত দুখী হৈ মই অতি সোনকালে বিয়া কৰাবলৈ সন্মত হ'ম কিন্তু কইনা মই নিজেই পছন্দ কৰিম। তোমালোকক সেই দায়িত্বৰ পৰা ৰেহাই দিলো। কিন্তু তোমা-লোকে মোক কথা দিয়া যে মই যাক ৰাণী পাতিম তেওঁক যেন কোনোদিনেই অসন্মান নকৰা, তেওঁৰ বিষয়ে কোনো আলোচনা নকৰা বা মোৰ পছন্দ সম্পৰ্কত কোনোকালে কোনো ধৰণৰ অভিযোগ নকৰা।"

প্ৰজাসকলে ৰজাৰ চৰ্ত মানি শপত খালে, আঁঠুকাঢ়ি ৰজাক প্ৰণাম কৰিলে আৰু ৰজাৰ প্ৰতি অধিক শ্ৰদ্ধাশীল হৈ ঘৰাঘৰি গুচি গ'ল।

ৰজাই তেওঁৰ পাৰিষদবৰ্গক বিচিত্ৰ ভোজৰ আয়োজন কৰিবলৈ নিৰ্দেশ দিলে। প্ৰথম অংশ শেষ হ'ল।

দ্বিতীয় অংশ আৰম্ভ হ'ল: ৰাজপ্ৰাসাদৰ ওচৰৰ এখন গাঁৱত জেনিকুলা নামৰ এজন গৰীব দুখীয়া খেতিয়ক আছিল। তেওঁৰ

গ্ৰিচেল্‌ডা নামেৰে অতীব সুন্দৰী এজনী ছোৱালী আছিল।

বোকাৰ পত্নৰ দৰে আছিল গ্ৰিচেল্‌ডাৰ ৰূপ-গুণ তাই অতি কষ্টে ফল-মূল-গছপাত সংগ্ৰহ কৰি খাই বুঢ়া বাপেককো প্ৰতিপাল কৰিছিল আৰু নিজেও জীৱন যাপন কৰিছিল। বাস্তৱিক শ্ৰদ্ধা, ভালপোৱা, বিনয়, অমায়িকতাৰে গ্ৰিচেল্‌ডাই বুঢ়া বাপেকৰ মুখত হাঁহি বিৰিঙাই ৰাখিছিল।

চিকাৰলৈ যাওঁতে ৰাস্তাৰে গ্ৰিচেল্‌ডাৰ স্বভাৱ-চৰিত্ৰ আৰু কাম কাজ লক্ষ্য কৰিছিল। শাসকে কেতিয়াবা গ্ৰিচেল্‌ডাৰ চকুলৈ চালেও তাই নম্ৰতাৰে তললৈ আঁতৰি গৈছিল। সেয়ে গ্ৰিচেল্‌ডাক নাৰীৰ প্ৰতীক ৰূপে তেওঁ চিহ্নিত কৰিছিল। সেই দুখীয়া মাতৃমূৰ্তি ছোৱালী-জনীকেই তেওঁ বিয়া কৰাবলৈ মনস্থ কৰিলে।

কিন্তু কইনা কোন বিয়াৰ দিনপৰ্যন্ত কোনেও ঘূণাক্ষৰেও জানিব নোৱাৰিলে।

শাসকে গ্ৰিচেল্‌ডাৰ কাৰণেই সোণ-ৰূপ মণি-মুক্তা আৰু বিবিধ সাজ-পোছাক তৈয়াৰী কৰালে। ধুমধামেৰে ৰাজপ্ৰাসাদ সজোৱা হ'ল, উৎকৃষ্ট খাদ্য সামগ্ৰীও সংগ্ৰহ কৰি অনা হ'ল।

বিয়াৰ দিনা দৰাৰ জকমকীয়া সাজেৰে সজ্জিত হৈ পাত্ৰ মন্ত্ৰী লগত লৈ আগতে কৈ অহা গাঁৱলৈ জেনিকুলাৰ ওচৰলৈ শাসক আগবাঢ়িল। গ্ৰিচেল্‌ডাই কিন্তু তাইৰ ভাগ্য পৰিবৰ্তনৰ বিষয়ে একোৱেই নাজানে। কুঁৱাৰ পৰা পানী আনবলৈ গৈ মাথোন তাই শুনিছিল আজি শাসকৰ বিয়া। সেয়ে তৎক্ষণাতৈয়াকৈ ঘৰৰ কাম কৰি আহৰি হৈ বাটেদি যোৱা শাসকৰ বিয়া চাবলৈ লগৰীয়াৰ লগতে তায়ো যাব বুলি ভাবিছিল।

জেনিকুলাৰ ঘৰলৈ গৈ শাসকে প্ৰথমতে তেওঁক কন্যা গ্ৰিচেল্‌ডাৰ লগত তেওঁৰ বিয়াৰ প্ৰস্তাৱ আগবঢ়ালে। এনে অদ্ভুত প্ৰস্তাৱত বুঢ়া বিস্মিত আৰু হতভম্ব হ'ল। আৰু অৱশেষত শাসকৰ ইচ্ছাৰ

বিৰুদ্ধে এ'বা সকলণীয়া নাই বুলি জেনিকুলা সেই বিয়াত ৰাণী হ'ল। তাৰপিছত শাসকে জেনিকুলাক ভিতৰলৈ মাতি নি গ্ৰিচেল্‌ডাকো সমুখতে ৰাখি সুধিলে, গ্ৰিচেল্‌ডা, মই তোমাক বিয়া কৰালে তোমাৰ দেউতাৰ আৰু মই সুখী হ'ম। মই তোমাক কেইটা মান প্ৰশ্ন কৰিব খোজো তোমাৰ সকলো ইচ্ছা তুমি মানি কৰলৈ ৰাজি নে? তোমাক সুখ-দুখ দিয়াৰ সকলো অধিকাৰ আৰু স্বাধীনতা মোক অৰ্পণ কৰিবলৈ তুমি সন্মত নে? মোৰ ইচ্ছাৰ বিৰুদ্ধে কোনো-দিন মাত নাম তিবলৈ বা অভিযোগ নকৰিবলৈ তুমি সন্মত নে?— এই প্ৰতিশ্ৰুতি দিলে মই তোমাক পত্নী হিচাপে বিয়া কৰাম বুলি ঘোষণা কৰিম।"

অপাৰ বিস্ময়ত কঁপি কঁপি গ্ৰিচেল্‌ডাই কলে, "প্ৰভু আপুনি মোক যি সন্মান দিলে সেই সন্মানৰ বাবে মই উপযুক্ত নহয় এনে মৰ্যাদা মোৰ প্ৰাপ্য নহয়। সেয়ে মই প্ৰতিজ্ঞা কৰিছো, আপোনাৰ ইচ্ছাই মোৰ ইচ্ছা, মৃত্যু হলেও আপোনাক কোনোদিন অমান্য নকৰো আৰু আপুনি যদি নিৰ্দেশ দিয়ে মোৰ প্ৰাণ থাকে মানে সেই নিৰ্দেশ হাঁহি মুখে পালন কৰিম।"

"মোৰ গ্ৰিচেল্‌ডা এয়ে যথেষ্ট," শাসকে ঘোষণা কৰিলে, "এৱেঁই মোৰ পত্নী হ'ব। মোক যি সকলে ভাল পায় তেওঁলোকে আজিৰ পৰা গ্ৰিচেল্‌ডাকো সন্মান কৰিব আৰু ভাল পাব।"

সখীয়া গ্ৰিচেল্‌ডাক বহু দামী মণি-মুক্তাৰে সজোৱা হ'ল। তাইৰ চিৰলিফটা লেতেৰা কাপোৰ আৰু অনান্য আভূষণ সকলো তাতেই পেলাই দিয়া হ'ল। শাসকে দামী যোৰা আঙঠিটো পিন্ধাই দি গ্ৰিচেল্‌ডাক বিয়া কৰালে। তাৰপিছত বগা ঘোঁৰাত তুলি তেওঁক ৰাজপ্ৰাসাদলৈ অনা হ'ল।

ৰাজ আভৰণত গ্ৰিচেল্‌ডা অতি সুন্দৰী অভিযাত বংশীয় ৰমণীৰ দৰে হৈ পৰিল।

বৰযাত্ৰী, প্ৰজা, লগুৱা কিকচো সকলোৱে একমুখে এই বিযাৰ প্ৰশংসা কৰিবলৈ ধৰিলে ।

সৎ চৰিত্ৰৱতী গ্ৰিচেলডাই তাইৰ সকলো আন্তৰিকতা, শ্ৰদ্ধা, অমায়িকতা, ভালপোৱাৰে ৱাল্টাৰৰ সেৱাত মনোনিবেশ কৰিলে । আনকি শাসক নথকাত গ্ৰিচেলডাই ৰাজহুৱা কাম-কাজবো যুক্তিপূৰ্ণ নিৰ্দেশ দিবলৈ ধৰিলে । পিড়মণ্ট, চালিউজো আনকি চাৰিওফালৰ দেশতো বিয়পি পৰিল যে, তেওঁলোকৰ দৰে সুখী দম্পতি আৰু নাই, আৰু গুণৱতী গ্ৰিচেলডাক চাবৰ বাবে কাষৰীয়া অঞ্চলৰ পৰা গুণমুগ্ধ মানুহে ভিৰ কৰিবলৈ ধৰিলে ।

এসময়ত গ্ৰিচেলডাৰ এজনী ছোৱালী জন্ম হ'ল । শাসকে প্ৰথম সন্তান ল'ৰা হোৱাটোকে কামনা কৰিছিল । প্ৰজাসকলেও ল'ৰা নহৈ ছোৱালী জন্ম দিয়াত, গ্ৰিচেলডা অন্ততঃ বন্ধ্যা নহয় এই সান্ত্বনা লাভ কৰিলে । দ্বিতীয় অংশ শেষ ।

তৃতীয় অংশ আৰম্ভ হ'ল ঃ কেঁচুৱাজনীয়ে মাকৰ গাখীৰ এৰাৰ পূৰ্বেই শাসকৰ মনত তেওঁৰ পত্নীৰ বিশ্বস্ততা নম্ৰতা, ভদ্ৰতা, শ্ৰদ্ধা, মানবীয়তা আদি পৰীক্ষা কৰাৰ তীব্ৰ বাসনা জাগিল । ইতিমধ্যে গ্ৰিচেলডাক বহুপ্ৰকাৰ পৰীক্ষা কৰিও কোনো ত্ৰুটি নাপায়ো শাসকে তেওঁৰ ঘৈণীয়কক অযথা ভয় দেখুৱাই, তেওঁৰ মনত উদ্বেগৰ সৃষ্টি কৰি, সকলো সময়তে তেওঁক চাতুৰীৰে বিব্ৰত কৰি ৰখাৰ আঁচনি পাঙিলে । অপ্ৰয়োজনত নিজৰ পৰিবাৰক এনেদৰে পৰীক্ষা কৰি, তেওঁৰ মনত উদ্বেগ আৰু ভয়ৰ সঞ্চাৰ কৰি ৰখাটো বৰ বেয়া কাম বুলিয়ে মই ভাবো ।

কিন্তু সেই উদ্দেশ্যৰেই শাসকে যি কৰিলে ঃ এদিন ৰাতি খং-মুখীয়া শাসকে গ্ৰিচেলডাক ক'লে, "নিম্ন বংশ আৰু দাৰিদ্ৰ্যৰ মাজৰ

পৰা বুটলি আনি মহ তোমাক সন্মান আৰু মৰ্যাদাৰ আসনত বহুউ-ৱাৰ কথা তুমি নিশ্চয় পাহৰি থোৱা নাই। মোৰ বাবে তোমাৰ অতীত গ্ৰহণযোগ্য হ'লেও মোৰ সম্ভ্ৰান্ত অনুগত মানুহখিনিৰ বাবে তেনে হোৱা নাই। তোমাৰ অতীতৰ নিঃকিন অৱস্থা মোৰ বাবে এতিয়া গ্লানি হৈ পৰিছে। সেয়ে মোৰ সম্ভ্ৰান্ত পাত্ৰ-পৰিজনৰ সৈতে পূৰ্বৰ সম্পৰ্ক স্থাপন কৰিবৰ অৰ্থে মই তোমাৰ কন্যাক যি ভাল দেখো কৰিম। বিয়াৰ দিনৰ প্ৰতিশ্ৰুতি ৰাখি তুমি মোৰ ইচ্ছাত সন্মতি জনাই যাবা ”

শাসকৰ এনে বিৰূপ কথা শুনাৰ পিছতো অবিচল চিত্তে গ্ৰিচে-লডাই ক'লে, “প্ৰভু, মই আৰু মোৰ সন্তান আপোনাৰ। গতিকে আপোনাৰ ইচ্ছাই মোৰ ইচ্ছা। আপুনি যিয়েই নকৰক, আপোনাৰ প্ৰতি মোৰ শ্ৰদ্ধা-ভালপোৱা মৃত্যু পৰ্যন্ত অটুট থাকিব।”

কথা শুনি শাসক সন্তুষ্ট হলেও বাহিৰে অসুখী যেন দেখুৱাই ক'লে, মই এজন বিশ্বাসী চাৰ্জেণ্টক এতিয়াই পঠিয়াম।

চাৰ্জেণ্ট আহিল আৰু শাসকৰ হুকুমৰ দোহাই দি গ্ৰিচেলডাৰ কোলাৰ পৰা ছোৱালীজনী লৈ গ'ল। গ্ৰিচেলডাই তেওঁৰ ছোৱালী-জনীক শেষবাৰৰ বাবে এটা মৰমৰ চুমা যাচি অবিচলিতভাৱে বিদায় দিলে।

শাসকে চাৰ্জেণ্টৰ হাতৰ পৰা জীয়েকক কোলাত তুলি লৈ চাৰ্জে-ণ্টক আদেশ কৰিলে যে, শিশুটিক বলগনাৰ তেওঁৰ ভনীয়েকৰ ঘৰত ৰাখি সম্ভ্ৰান্ত বংশৰ মৰ্যাদাৰে প্ৰতিপালিত কৰিব লাগে। কেঁচুৱাটি লৈ চাৰ্জেণ্ট গুচি গ'ল।

ইফালে কন্যা সন্তানটি লৈ যোৱাৰ পিছতো গ্ৰিচেল্‌ডাৰ আচাৰ-আচৰণত কোনো ধৰণৰ পৰিবৰ্তন শাসকে দেখা নাপালে। গ্ৰিচেল্‌ডা পূৰ্ববৎ শাসকৰ প্ৰতি শ্ৰদ্ধাশীলা, বিনীতা, কৰ্তব্যপৰায়না হৈয়েই থাকিল। তেওঁ এবাৰো জীয়েকৰ কথা নুসুধিলে। তৃতীয় অংশ শেষ হ'ল।

চতুৰ্থ অংশ আৰম্ভ হ'ল : গ্ৰিচেল্ডা আকৌ গৰ্ভৱতী হ'ল আৰু এটি পুত্ৰ সন্তানো জন্ম দিলে। সন্তান লাভ কৰাৰ বাবে ঈশ্বৰক ধন্যবাদ জনাই তেওঁ চিৰাচৰিতভাৱে হাঁহি ফূৰ্তি কৰিয়েই থাকিল।

ল'ৰাৰ বয়স দুবছৰ হলতে শাসকৰ আকৌ গ্ৰিচেল্ডাৰ বিশ্বস্ততা পৰীক্ষা কৰাৰ ইচ্ছা হ'ল। এই উদ্দেশ্য লৈয়েই এদিন তেও গ্ৰিচেল্-ডাক ক'লে, "তুমি নিশ্চয় জানা যে মোৰ বহু বিষয়ত প্ৰজাসকল সুখী নহয়। এতিয়া কেনিবালাৰ তেজ শৰীৰত বহন কৰি মোৰ উত্তৰাধিকাৰীয়ে সেই সম্ৰাট প্ৰজাগণক শাসন কৰাটো তেওঁলোকে নিবিচাৰে, এতিকে তোমাৰ লৰাটো মোৰ ওচৰৰ পৰা আঁতৰাই নিবলৈ দৃঢ়সংকল্প কৰিছো।"

তেতিয়া গ্ৰিচেল্ডাই বলে 'স্বামী আপুনি মোৰ ছোৱালীজনীক হত্যা কৰিছে। এতিয়াও বাটোক হত্যা কৰা ইচ্ছা আপোনাৰ হ'লে সেতিয়া আপোনাৰ ইচ্ছানুসাৰেই কাম কৰক মই আগৰ দৰেই আপোনাৰ চিৰ অনুগত হৈ থাকিম।"

তেওঁৰ প্ৰতি পত্নীৰ এনে অবিচলিত দৃঢ়সংকল্পত শাসকৰ মূৰ ঘূৰি থাই গ'ল। ভিতৰি ক্ষুণ্ণ হলেও বাহিৰে কঠোৰতা দেখুৱাই ল'ৰাটোকো বলগনালৈ তেওঁৰ ভগ্নীয়েকৰ ঘৰলৈ নিবলৈ চাৰ্জেণ্টক নিৰ্দেশ দিলে।

গ্ৰিচেল্ডাই তেওঁৰ সন্তানক কিমান ভাল পায় সেইটো শাসকে ভালদৰেই জানে। নহলে তেওঁৰ পত্নীয়ে সন্তানৰ দায়িত্ব এৰাবলৈ পাই সুখী হৈছে বুলিয়েই তেওঁ ভাবিলেহেঁতেন। তেওঁ অৱশ্যে জানে যে তেওঁৰ আদেশ অনুসাৰে সন্তানকো ত্যাগ কৰিব পৰা পত্নীৰ মানসিক কঠোৰতা আৰু সংযম শাসকৰ প্ৰতি থকা পত্নীৰ শ্ৰদ্ধা আৰু ভাল পোৱাৰ বাবেই সম্ভৱ হৈছে

এইখিনি মই মহিলাসকলৰ ওচৰত প্ৰশ্ন কৰিব খোজো, এই পৰীক্ষাই বাৰু যথেষ্ট নাছিল নে? কিন্তু পত্নীৰ বিশ্বস্ততাৰ পৰীক্ষা

ক্ষেত্ৰত কোনো লোক যেনেদৰে ক্ৰমে অধিক কঠোৰহে হৈ গৈ থাকে সেইদৰে এওঁ শাসকেও আৰু অধিক পৰীক্ষা চলাই যোৱাটোকে ঠিৰাং কৰিলে ।

ৱাল্টাৰে গ্ৰিচেলডাৰ ওপৰত সন্দেহৰ চোকা দৃষ্টি ৰাখি গ'ল । পত্নীৰ বিশ্বস্ততা গোপনে লক্ষ্য কৰি শাসকে দেখিলে, গ্ৰিচেলডা আগতকৈও অমায়িক, শ্ৰদ্ধাশীলা, কৰ্তব্যপৰায়ণাহে হৈ পৰিছে । ৱাল্টাৰে কাঢ়ি নিয়া সন্তান দুটা যেন গ্ৰিচেলডাই কোনোদিনে জন্মই দিয়া নাছিল, এনে ভাবত তেওঁ স্বামীসেৱাত ব্ৰতী হৈ থাকিল ।

ইতিমধ্যে ৰাজ্যত ৱাল্টাৰৰ দুৰ্নাম ৰটনা হ'ল । দুখীয়া খেতিয়কৰ ছোৱালী স্বেচ্ছাই বিয়া কৰাই আনি শাসকে মানুহজনীক কষ্ট দিয়াৰ উপৰিও তেওঁৰ দুটাকৈ সন্তনাক হত্যা কৰিলে । কাৰণ সন্তান দুটা সম্পৰ্কে প্ৰজাই একো নাজানে। সেয়ে তেওঁলোকে শাসক সন্তানৰ হত্যাকাৰী বুলিয়েই সকলোৱে ধৰি ল'লে আৰু শাসকক শ্ৰদ্ধা ভালপোৱাৰ পৰিবৰ্তে ঘৃণা কৰিবলৈহে আৰম্ভ কৰিলে ।

প্ৰজাৰ ঘৃণায়ো টলাব নোৱাৰিলে ৱাল্টাৰক । তেওঁ পত্নীক পৰীক্ষা কৰাৰ নতুন ফন্দি পাতিলে । তেওঁৰ ছোৱালীজনীৰ বয়স বাৰ বছৰ হওঁতে, ৱাল্টাৰে গোপনে অভিসন্ধিমূলক যুক্তিৰে ৰোমৰ আদালতলৈ প্ৰথমা পত্নীক ত্যাগ কৰিব পৰা আদেশ বিচাৰি আবেদন জনালে । যথাসময়ত সেই আবেদন গৃহীত হৈ মহামান্য পোপৰ পৰা গ্ৰিচেলডাক ত্যাগ কৰিব পৰা নিৰ্দেশ আহিল । আবেদনত ৱাল্টাৰে জনাইছিল যে দৰিদ্ৰ আৰু নীচ বংশজাত প্ৰথমা পত্নীৰ কাৰণেই প্ৰজাৰ লগত তেওঁৰ মনোমালিন্য ঘটিছে । পোপৰ নিৰ্দেশ আহিলত অশিক্ষিত প্ৰজাই এইটো উপযুক্ত কামেই হৈছে বুলি বিশ্বাস কৰিলে ।

এই খবৰ পাই গ্ৰিচেলডা আন্তৰিকভাৱে দুঃখিতা হৈ পৰিল তথাপি স্বামীৰ ইচ্ছাই পত্নীৰ কৰ্তব্য বুলি তেও তাকো মানিবলৈ প্ৰস্তুত হ'ল ।

শাসকে কিন্তু তেওঁৰ প্ৰকৃত উদ্দেশ্য জনাই, ভনী জোঁৱায়েক পানিকৰ আৰ্লৈ তেওঁৰ সন্তান দুটাক উপযুক্ত মৰ্যাদাৰে সৈতে ৰাজহুৱা অভি- বাদনেৰে তেওঁৰ ঘৰলৈ ঘূৰাই আনিবলৈ লিখিলে। বিশেষ চিঠিত তেওঁ আৰু জনালে যেন সন্তান দুটাৰ পিতৃ-মাতৃৰ পৰিচয় কাকো দিয়া নহয় আৰু ভৱিষ্যতলৈ চালিউজোৰ শাসকৰ লগত ছোৱালীজনীৰ বিয়া হব বুলি বাটত প্ৰচাৰ কৰি অহা হয়।

সাত বছৰ বয়সৰ ভায়েক আৰু নিৰ্দেশ অনুসাৰে বাৰ বছৰীয়া ছোৱালীজনীক বিয়াৰ সাজেৰে সজাই শাসকৰ ভনীজোঁৱায়েক চালিউজোলৈ আহি থাকিল। চতুৰ্থ অংশ শেষ হ'ল।

ইফালে পূৰ্বৰ আঁচনিমতে, অন্তিম পৰীক্ষাৰে পত্নীৰ মনোবল জুখি চোৱাৰ উদ্দেশ্যে শাসকে প্ৰজাৰ দোহাই দি গ্ৰিচেল্‌ডাক পৰিত্যাগ কৰাৰ প্ৰস্তাৱ দিলে। আৰু ক'লে, তেওঁৰ নতুন পত্নী আহি আছে। সেই পত্নী অভিজাত বংশৰ আৰু তেওঁ লগত বহু যৌতুক আনিছে। যেহেতু গ্ৰিচেল্‌ডা দাল-দৰিদ্ৰ আছিল আৰু তেওঁৰ লগত যৌতুকহে নালাগে পিন্ধি আহিব পৰা নিজৰ কাপোৰ এখনো নাছিল, সেয়ে সম্ভ্ৰান্ত-ধনৱতী নতুন পত্নীৰ বাবে ঠাই এৰি গুচি যাওঁতে গ্ৰিচেল্‌ডাই যেন শাসকৰ সকলো অলঙ্কাৰ-আভৰণ এৰি যায়।

উত্তৰত গ্ৰিচেলডাই মাথো ক'লে, "স্বামী আপোনাৰ ঐশ্বৰ্য আৰু মোৰ দৰিদ্ৰতাৰ তুলনা নহয়। মোক আপুনি যিখিনি দিলে আৰু আজি মই যি হেৰুৱাবলৈ ওলাইছো তাৰো তুলনা নহয়। আপুনি নিমন্ত্ৰণ কৰি আনোতে মই হাঁহিমুখে আহিছিলো, আজি আপোনাৰ প্ৰয়োজন শেষ হ'লত মোক বিদায় দিওঁতেও মই হাঁহি মুখেই ঘূৰি যাম ..... যেহেতু আপোনাকেই প্ৰথম দেহ দান কৰিছিলো আৰু আপোনাৰ বিশ্বাসী পত্নীৰ আসন গ্ৰহণ কৰি আছিলো, ঈশ্বৰে যেন এনে স্বামীৰ পত্নীক আন স্বামী বা সঙ্গী গ্ৰহণ কৰিবলৈ নিদিয়ে।" তেওঁ আৰু ক'লে, "নতুন পত্নীৰে সৈতে আপোনাৰ

সংসাৰ সুখৰ হওক, এয়ে ভগৱানৰ ওচৰত প্ৰাৰ্থনা। ইমানদিন আপোনাৰ পত্নীৰ মৰ্য্যাদা লাভ কৰি থকাৰ বাবে, আৰু মই ঘৰৰ পৰা অনা একমাত্ৰ চেমিজটোও কেতিয়াবাই ফাটি যোৱাৰ বাবে, বৰ্তমান পিন্ধি যাবৰ কাৰণে এটুকুৰা বস্ত্ৰ মাত্ৰ আপোনাৰ পৰা ভিক্ষা কৰি মই আপোনাৰ ইচ্ছাত বিদায় হলো।"

গ্ৰিচেল্ডা পিতৃগৃহলৈ ঘূৰি যোৱাৰ কথা সদৰি হ'লতে ৰাজ্যৰ প্ৰজাও তেওঁৰ পিছে পিছে কান্দি-কাটি যাবলৈ ধৰিলে। শাসকে প্ৰস্তাৱ দিওঁতেই বুঢ়া জেনিকুলা এই বিয়াৰ ভৱিষ্যত সম্পৰ্কে সন্দিহান হৈ উঠিছিল। এতিয়াও তেওঁ ঘৰৰ পৰা বাটলৈ ওলাই আহি দুখুনী জীয়েকক আদৰি নি ঘৰ সুমুৱালে।

পঞ্চম অংশ শেষ হ'ল।

ষষ্ঠ অংশ আৰম্ভ হ'ল: বিয়াৰ সাজত সজ্জিতা অভিজাত কন্যা আৰু তেওঁৰ ভায়েকক লৈ পানিকৰ আৰ্ল চালিউজো পালেহি। ন-কইনা, তেওঁৰ চেহেৰা আৰু অলঙ্কাৰ-আভৰণৰ দৰে সামগ্ৰী চালিউজোৰ প্ৰজাই ইতিপূৰ্বে দেখা নাছিল। চালিউজোত উৎসৱ আৰম্ভ হৈ গ'ল।

ন-কইনা লগত লৈ আৰ্ল অহাৰ ঠিক আগমুহূৰ্তত শাসকে গ্ৰিচেলডাৰ ওচৰলৈ মানুহ পঠাই তেওঁক মতাই আনিলে। গ্ৰিচেলডা আহি-লতে তেওঁ কলে, "ন-কইনাক ৰাজকীয় বেশত সজোৱাৰ ভাৰ তোমাক দিয়া হ'ল। দৰিদ্ৰ বেশেৰেই তুমি সেই কাম কৰিবা।"

গ্ৰিচেল্ডাই এইবাৰো ক'লে, 'আপোনাৰ ইচ্ছাই মোৰ কৰ্তব্য" আৰু নিৰ্দেশ অনুসৰি একামগতীয়াকৈ কামত লাগি গ'ল।

পুৱা ন মান বজাত কইনা পালেহি। ন-কইনাৰ ৰূপ-গুণ, সাজ-পোছাক, আ-অলঙ্কাৰৰ গুণ বখানি, ৰাণ্টাৱে উপযুক্ত কইনা নিৰ্বা-চন কৰি আনিছে বুলি সকলোৱে উচ্চস্বৰে প্ৰশংসা কৰিলে।

ভোজসভাত অতিথিসকল বহলৈ বহোঁতেই কইনাৰ ওচৰতে

থকা গ্ৰিচেল্‌ডাক শাসকে সুধিলে, "ন-কইনা তোমাৰ কেনে লাগিছে ?"

গ্ৰিচেল্‌ডাই আপোন পাহৰা হৈ ক'লে, "উত্তম হৈছে। ভগৱানৰ ওচৰত প্ৰাৰ্থনা আপোনালোক উভয়ে সুখী হওক। কিন্তু ন-কইনা দৰিদ্ৰতা নহয়, প্ৰাচুৰ্যৰ মাজত লালিতা হোৱা ছোৱালী। পতিক দাৰিদ্ৰৰ মাজত ডাঙৰ হোৱা ছোৱালীৰ দৰে এওঁ বেছি দুখ-কষ্ট সহ্য কৰিব পাৰিব বুলি বিশ্বাস নহয়।"

ইমান পৰীক্ষাৰ পিছত গ্ৰিচেলডাৰ প্ৰতি নিষ্ঠুৰ শাসকৰ মনো মমতাত গলি গ'ল। স্বামীসুলভ আন্তৰিকতাৰে তেওঁ ক'লে, "গ্ৰিচেল্‌ডা, দৰিদ্ৰতা আৰু ঐশ্বৰ্য দুয়োটা অৱস্থাতে মই তোমাক পৰীক্ষা কৰিলো। তোমাৰ বিশ্বস্ততা আৰু পতিভক্তিত মই তোমাৰ অবি-চলিত হৃদয়ৰ চিনাকি পাইছো। তোমাৰ আৰু কোনো চিন্তা নাই।"

স্বামীৰ কথাৰ অৰ্থ বুজিবলৈ চেষ্টা নকৰিলে গ্ৰিচেল্‌ডাই। শাসকে আকৌ কলে, "আমাৰ কাৰণে ক্ৰুছবিদ্ধ হৈ মৃত্যুবৰণ কৰা ঈশ্বৰৰ দোহাই, মোৰ কোনো দ্বিতীয়া পত্নী নাই বা দ্বিতীয় বিবাহৰো কোনো প্ৰয়োজন নাই। তুমি যাক ন-কইনা বুলি ভাবিছা, সেইজনী আমাৰ ছোৱালী; আৰু এই ল'ৰাটোৱেই হ'ল আমাৰ পুত্ৰ। ইয়েই আমাৰ উত্তৰাধিকাৰী। তোমাৰ নাৰীত্বৰ পৰীক্ষাৰ কাৰণেই মই তোমাৰ সন্তানক কাঢ়ি নি বলগ্‌নাত প্ৰতিপালিত কৰা-ইছিলো, কিন্তু এই সকলো পৰিস্থিতিতে তুমি অবিচলিত হৃদয়ৰ পৰিচয় দি মোক ঋণী কৰিছা।" এইবুলি শাসকে গ্ৰিচেল্‌ডাক আন্তৰিকতাৰে আলিঙ্গন কৰিলে।

বিস্ময়, খেদ আৰু আনন্দত গ্ৰিচেলডা মূৰ্চ্ছিতা হৈ পৰিল। জ্ঞান ঘূৰাই পাই তেওঁ তেওঁৰ সন্তান দুটাক বুকুলৈ টানি আনি আদৰ-চেনেহেৰে সিহঁতৰ দেহ-মন জুৰাই দিলে। ঈশ্বৰক বাৰ বাৰ ধন্যবাদ জনালে গ্ৰিচেলডাই।

শাসকৰ পত্নীৰূপে উপযুক্ত মৰ্য্যাদা আৰু সাজ-পাৰ আড়ম্বৰেৰে

সজাই গ্ৰিচেলডাক ভোজনভাগৈ নিয়া হ'ল। তৎসত্ত্ব আৰু আদৰ-আতিশয্যত উপস্থিত অতিথিবৃন্দ শেহঘাতিলৈকে মতলীয়া হৈ থাকিল

তাৰপিছত উভয়ে বহুত বছৰ সুখ-শান্তিত বসবাস কৰিলে। ইটালিৰ এজন সুদৰ্শন সক শাসকলৈ তেওঁলোকে ছোৱালীজনীক বিয়া দিলে। ৱাল্টাৰে লগতে ৰাখি গ্ৰিচেলডাৰ দেউতাকক আমৰণ শুশ্ৰূষা কৰিলে। এসময়ত ৱাল্টাৰৰ ল'ৰা তেওঁৰ উত্তৰাধিকাৰী হ'ল, বিয়াও কৰালে—কিন্তু সেই যুৱকে কোনো দিন তেওঁৰ পত্নীৰ বিশ্বস্ততাৰ পৰীক্ষা লবলগীয়া ন'হল।

আজিৰ পৃথিবী পৰিবৰ্তনশীল, সেয়ে কাহিনীকাৰে আপোনা-লোকক কি কৈছে শুনক : পত্নীসকলে গ্ৰিচেলডাৰ দৃষ্টান্ত অনুসৰণ কৰক বুলি এই কাহিনী কোৱা নাই, কাহিনীটোৰ মূল উদ্দেশ্য হ'ল — সকলোৱেই যেন নিজৰ নিজৰ মৰ্যাদা অনুসৰি দুখৰ দিনতো গ্ৰিচেলডাৰ দৰে ধৈৰ্য, সাহস, বিশ্বাস আৰু ঐকান্তিকতা দেখুৱাই অবিচলিত হৈ থাকে। কাৰণ, যিজনে আমাক সৃষ্টি কৰিছে তেওঁ পৰীক্ষাও কৰে। ভগৱানৰ সকলো কামেই আমাৰ পুণ্য আৰু কল্যাণৰ বাবেহে — গতিকে বিপদত ধৈৰ্য ধৰিয়েই জীয়াই থাকিব লাগিব।

আৰু এটা কথা — আজিৰ দিনত একো একোখন নগৰতো গ্ৰিচেলডাৰ দৰে বিবেকী আৰু ধৈৰ্যশীলা মহিলা দুই এগৰাকীও পোৱা টান। সেয়ে মোৰ তলৰ গানটো শুনক :

চচাৰৰ শেষ কথা : গ্ৰিচেলডাৰ মৃত্যু হৈছে, লগতে তেওঁৰ ধৈৰ্যৰো মৃত্যু হৈছে। ফলত দ্বিতীয় গ্ৰিচেলডাক আৱিষ্কাৰৰ আশাত কোনো বিবাহিত পুৰুষে তেওঁৰ পত্নীৰ ধৈৰ্য পৰীক্ষা কৰিলে সেই পুৰুষৰহে নিৰ্ঘাত পৰাজয় হ'ব।

হে শক্তিময়ী পত্নীসকল, নিজৰ অধিকাৰ প্ৰতিষ্ঠাৰ কাৰণে

আপোনালোক সচেতন হওক, কোনো পুৰুষেই আপোনালোকৰ ওপৰত অন্যায় অত্যাচাৰ কৰিবলৈ এৰি নিদিব।

অতিথিশালাৰ মালিকৰ সুন্দৰ মন্তব্য শুনক ঃ পাছুৰি পণ্ডিতে তেওঁৰ কাহিনী শেষ কৰিলত অতিথিশালাৰ মালিকে শপত খাই ক'লে ঃ "ঈশ্বৰৰ অস্থিৰ শপত, এপিপা উৎকৃষ্ট সুৰাৰ পৰিবৰ্তেও মোৰ গৃহিণীয়ে এই কাহিনীটো অন্ততঃ এবাৰ শুনাটো মই কামনা কৰো। ঘৰত মই বহুত কিবা-কিবিয়েই বিচাৰো ; কিন্তু যিখিনি পোৱাৰ সম্ভাৱনা নাই সেইখিনি বিচাৰিনো কি লাভ !"

অস্‌কৰ্ড'ৰ পাছুৰিৰ কাহিনী ইয়াতেই শেষ হ'ল।

# মিগুৱেল ড্য চাৰ্ভাণ্টেচ্

(১৫৪৭—১৬১৬)

বিশ্বসাহিত্যৰ সৰ্বকালৰ অন্যতম শ্ৰেষ্ঠ তথা সৰ্বজনসমাদৃত উপন্যাস 'ডন কুইক্সোট' (কিহটে)ৰ অমৰ স্ৰষ্টা চাৰ্ভাণ্টেচৰ স্পেইন দেশত জন্ম হয় এই উপন্যাসক কেন্দ্ৰ কৰিয়েই লেখকৰ সাহিত্যকৃতি বিশ্ব-জনীন হলেও, তেওঁ বহুসংখ্যক সৰু-বৰ গল্প, উপন্যাস, নাটক আদিও ৰচনা কৰিছিল।

মধ্যযুগীয় আবেগ প্ৰৱণতা আৰু ৰোমাঞ্চক পৰিশীলিত ব্যঙ্গৰ মাধ্যমত পাঠকৰ মানসপটত উদ্ভাসিত কৰাৰ ক্ষেত্ৰত তেওঁ সাহিত্য-জগতৰ অগ্ৰণী ব্যক্তি।

# ইচাবেলা কাক্ৰুচিঅ'ৰ বৃত্তান্ত

সৰু হলেও স্পেইনৰ লুকা চহৰখন বৰ পৰিপাটি। স্পেইনৰ সম্ৰাটে এই চহৰখনৰ স্বাধীনতা সকলো সময়তে ৰক্ষা কৰি আহিছিল। লুকাৰ অধিবাসীসকলে সেয়ে আন কোনো ঠাইতে এই চহৰখনৰ তুলনীয় সুখ-শান্তি বিচাৰি নাপায়। তাৰ কাৰণ হ'ল, তেওঁলোকে দিনে-ৰাতিয়ে পৰিশ্ৰম কৰে আৰু এদিনৰ কাৰণেও জিৰণি নলয়। আনকি লুকাবাসীয়ে তেওঁলোকৰ স্বাভাৱিক গৌৰৱ প্ৰকাশ কৰিবলৈও আহৰি নাপায়।

এবাৰ লুকাৰ এখন হোটেলত জনদিয়েক তীৰ্থযাত্ৰী অতিথি হয়হি। হোটেলৰ চুলবীয়ে তেওঁলোকক হোটেল মালিকৰ ওচৰলৈ লৈ যায়। হোটেলৰ মালিকে তেতিয়া এজন চিকিৎসকৰ লগত কথা পাতি আছিল। মালিক আছিল এগৰাকী মহিলা।

চিকিৎসকে কৈছিল, "মস্তিষ্কৰ বিকৃতি ঘটিছে নে ভূতেই ধৰিছে সেইটো মই সঠিক ক'ব নোৱাৰো। দুয়োটাও হ'ব পাৰে। মই আশা কৰিছো, ৰোগিণী নিশ্চয় সুস্থ হৈ উঠিব। কিন্তু তেওঁৰ খুৰাকৰ পক্ষে ইমান ততাতৈয়াকৈ ইয়াৰ পৰা গুচি যোৱাটো ঠিক নহ'ব।

তীৰ্থযাত্ৰীসকলৰ অন্যতম কপাৰ্তে ডাক্তৰৰ কথা শুনি ক'লে, হে ভগৱান! আমি তেনে অৱশেষত ভূত প্ৰেতৰ ৰাজ্যতহে ওলালোহি নেকি !!

কপাৰ্তৰ কথা শুনি হোটেল মালিকে ক'লে, "আপুনি নিৰ্ভয়ে আহিব পাৰে মাডাম। আৰু ভিতৰত কি ঘটিছে সেইটো যদি এবাৰ জানিব পাৰে, তেনে হাজাৰ মাইল দূৰৰ পৰাও ইয়ালৈ আহিবলৈ আপুনি হাবিয়াস কৰিব।"

ইতিমধ্যে তীৰ্থযাত্ৰীসকল নামিল। তেওঁলোকৰ ভিতৰৰে অবিনেৎসা আৰু লকস্তাকেই হোটেল মালিকক সুধিলে, "ভিতৰতনো আমি চাবলগীয়া কি আছে?"

"মই কোৱা কথা সঁচা নে মিছা প্ৰমাণ ল'বৰ বাবে আপোনালোক মোৰ লগে লগে আহক," হোটেলৰ মালিকে ক'লে।

ইয়াৰ পিছত তেওঁলোক এটা কোঠাৰ ভিতৰ সোমাল আৰু বিছনাত এখনত ষোল বছৰীয়া ছোৱালী এজনী শুই থকা দেখিবলৈ পালে। দুগৰাকী মহিলাই ছোৱালীজনীৰ হাত দুখন বিছনাৰ বাৰৰ লগত বান্ধি তাইৰ ভৰি দুটাও খাটৰ লগত সাঙুৰি বান্ধিব খুজিছিল। ক্ষীণ ছোৱালীজনীয়ে তেওঁলোকক কৈ আছিল বোলে কেৱল হাতদুখন বান্ধি থলেই হ'ব আৰু একো কৰিব নালাগে।

তাৰপিছত ছোৱালীজনীয়ে তীৰ্থযাত্ৰীসকলৰফালে চাই ক'লে, "হে দেৱদূতসকল, মোৰ অসুখ ভাল কৰিবৰ বাবেহে যে আপোনালোক ইয়ালৈ আহিছে সেইবিষয়ে মোৰ অকনো সন্দেহ নাই। আপোনালোকৰ দৰে পবিত্ৰ আৰু ধৰ্মপ্ৰাণ ব্যক্তিসকলৰ ওচৰত ইয়াতকৈ অধিক আৰু কি আশা কৰিব পাৰি? আপোনালোকে মোৰ বন্ধন খুলি দিবলৈ কওক। মই মোৰ নিজৰ হাততে মাত্ৰ চাবি-পাঁচোটা কামোৰহে মাৰিম। মই সিমানতে ক্ষান্ত হ'ম, কাৰণ মোক সকলোৱে যিমান পাগল বুলি ভাবিছে, সিমান বেছি পাগল মই নহয়। কিন্তু কোনোৱে যদি কিবাস্বৰূপে মোক অতীষ্ঠ কৰি তোলে তেন্তে মই নিজকে কামুৰিয়েই থাকিম।"

এনে সময়তে বুঢ়া এজন কোঠালৈ সোমাই আহি ক'লে, "হেৰা মোৰ ভতিজী ছোৱালী, তোমাক কোনে অতীষ্ঠ কৰিব? এবাৰ ঈশ্বৰৰ কথা ভাবাচোন ইচাবেলা। তেওঁৰ ওচৰত নিজকে অৰ্পন কৰা। তুমি নিজৰ মঙহ নিজে কামুৰি খাব নালাগে — এই পৃথিবীত উৎপন্ন হোৱা মানুহে খোৱা বস্তু মই তোমাক আনি

দিয়, তুমি তাকে খাবা, তোমাৰ খুৱাই জোমাক ভাল পায়।

তেতিয়া ছোৱালীজনীয়ে ক'লে, এতিয়া মই এই দেৱদূত সকলৰ লগত অকলে থাকিব খোজো, ইয়াৰ পৰা বাকী সকলোৱে বোৰ শত্ৰু আৰু ভূত-প্ৰেত আঁতৰি যাওক।

বুঢ়া মানুহজনৰ অনুৰোধত তেতিয়া কোঠাত থকা চাৰিগৰাকী তীৰ্থযাত্ৰী অৰিস্তেলা, লকস্তাঞ্চ, ব্ল'ৰা আৰু কপাৰ্তৰ বাহিৰে বাকী মানুহ বাহিৰলৈ ওলাই গ'ল। কোঠাটোৰ দুৱাৰখন ভিতৰ-কালৰ পৰা বন্ধ কৰি দিলত ছোৱালীজনীয়ে সুধিলে, কোঠাত ভূত-শত্ৰু কোনো নাইতো!

আন কোনো নাই, তীৰ্থযাত্ৰীসকলে ইচাবেলাক আশ্বাস দিলে। ছোৱালীজনী এইবাৰ বিছনাত বহিল আৰু কিবা এটা জোৰেৰে ক'ব খুজি হঠাৎ অচেতন হৈ বিছনাতে পৰি গ'ল। তীৰ্থযাত্ৰী এগৰাকীয়ে মূৰ্চ্ছিতা ইচাবেলাৰ চকু-মুখত সানিবৰ বাবে পানী আনিবলৈ, কোঠাৰ দুৱাৰ খুলি চিঞৰিলে।

ছোৱালীজনীৰ খুৰাক সেই বুঢ়াজন আকৌ কোঠালৈ সোমাই আহিল। তেওঁৰ হাতত আছিল এটা ক্ৰছ আৰু অকণমান পবিত্ৰ পানী। তেওঁৰ লগতে দুজন ধৰ্মযাজকো আহিল। তেওঁলোকৰ বিশ্বাস ছোৱালীজনীৰ গাত ভূত লম্ভিছে। হোটেলৰ মহিলা-মালিকনী গৰাকীয়েও অলপ পানী লৈ উধাতু খাই আহিল। তীৰ্থযাত্ৰীসকলে অচেতন ছোৱালাজনীৰ চকুৰে মুখে পানী ছটিয়াই দিলে।

ছোৱালাজনীয়ে সম্বিত ঘূৰাই পাই ক'লে, এইবোৰ ব্যৱস্থা একেবাৰে অৰ্থহীন। ইয়াৰ পৰা কোনো লাভ নহয়। মই আকৌ আহিম। এই চহৰৰে এজন ভদ্ৰলোক জন বেপ্টিষ্ট মেকলোৰ পুতেক এণ্ড্ৰু মেকলো আহিলে মই আকৌ আহিম। এণ্ড্ৰুৱে এতিয়া চালামাঙ্কাত ছাত্ৰ হিচাবে পঢ়া-শুনা কৰি আছে।

ছোৱালীজনীৰ এনে আগ-গুৰি নোহোৱা কথা শুনি কোঠাত থকা সকলো মানুহেই এই বিষয়ে নিশ্চিত হ'ল যে, ছোৱালীজনীক সঁচাই ভূতে পাইছে। নহলেনো তাই জন বেপ্টিষ্ট আৰু তেওঁৰ পুতেক এণ্ড্ৰুক কেনেকৈ চিনি পালে ? জন বেপ্টিষ্টক খবৰ দিবলৈ কোনোবা এজন কোঠাটোৰ পৰা ততাতৈয়াকৈ ওলাই গ'ল।

ইয়াৰ পিছত ইচাবেলাই আকৌ তীৰ্থযাত্ৰী সকলৰ বাহিৰে আন মানুহক কোঠাটোৰ পৰা ওলাই যাবলৈ ক'লে। কেইটামান পৰামৰ্শ দি ধৰ্মযাজক সকলো গুচি গ'ল। তীৰ্থযাত্ৰী কেইবাই তেতিয়া কোঠাটোৰ দুৱাৰখন আকৌ বন্ধ কৰি ইচাবেলাক ক'লে, কোৱা, এতিয়া আমি অকলে আছো, কি ক'ব খুজিছা কোৱা !

ইচাবেলাই ক'লে, ক'ম নিশ্চয় ক'ম। তাৰ আগতে মোৰ গাৰ বান্ধবোৰ খুলি দিয়ক। কষ্ট নাপালেও মোৰ অস্বস্তি হৈছে।

বান্ধ খুলি দিলতে ইচাবেলা বিছনাতে বহিল। তাৰপিছত তাই চাৰি গৰাকী তীৰ্থযাত্ৰীৰ দুগৰাকীৰ দুখন হাতত ধৰি, আন দুগৰাকীক ওচৰলৈ মাতি বহুৱালে। তাৰ পিছত চকুপানীৰে চকু তিয়াই সেপ চুকি চুকি লাহেকৈ কলে, আইসকল, মোৰ নাম ইচাবেলা; ভাগ্যহীনা ইচাবেলা কাক্ৰুচিঅ'। মোৰ পিতৃ-মাতৃয়ে মোক সুখ-সম্ভোগ আৰু বংশগৌৰব সকলো দিছিল আৰু ভগবানেও সৌন্দৰ্য দিছিল। মোৰ জন্মৰ সময়ত মা-দেউতা স্পেইনত আছিল আৰু এই খুৰাৰ ঘৰতে ডাঙৰ-দীঘল হ'বৰ বাবে মোক ৰাখিছিল। খুৰা সম্ৰাটৰ ৰাজসভাত থকা কালতে, মোৰ সৰু অৱস্থাতে আই-বোপাইৰ মৃত্যু হ'ল।

খুৰাই মোক লেখা-পঢ়া শিকাই মানুহ কৰে। সেই সময়তে সম্ৰাটৰ ৰাজসভালৈ এজন যুৱক আহে আৰু সেই যুৱকৰ লগত গীৰ্জাত মোৰ মুখা-মুখি হয়। কিন্তু এবাৰ দেখাৰ পিছত সেই যুৱকক বাৰে বাৰে চাবলৈ মোৰ হেঁপাহ বাঢ়ে। তেওঁৰ দেহৰ গঠন আৰু কথা–

ৰতৰা ইমানেই সুন্দৰ আছিল যে, মোৰ মনৰ পৰা তেওঁৰ কথা কোনো মতেই দূৰ কৰিব নোৱাৰা হলো।

ডেকাজনৰ নাম, বংশ পৰিচয়, কাম-কাজ, স্বাভাৱসভাৱৰ অভাৱ কাৰণ মই জানিব খুজলো। পিছত জানিলো, তেওঁৰ নাম এণ্ড্ৰু মেকলো আৰু তেওঁ জন বেপ্টিষ্টৰ পুতেক। বেপ্টিষ্ট মেকলো এইখন চহৰৰে অধিবাসী। ধন-সম্পত্তিতকৈ তেওঁৰ সম্মানহে বেছি। এণ্ড্ৰু মেকলোৱে তেতিয়া চালামাস্কাত উচ্চ শিক্ষা লাভ কৰি আছিল।

সেই ডেকাজন ইয়াত ছদিন আছিল। সেই ছদিনৰ ভিতৰতে মই তেওঁক মোৰ বিষয়ে সবিশেষ মোৰ ধন সম্পদ, দোষ-গুণ সকলো জনালো। মোৰ ৰূপ তেওঁ গীৰ্জাতে দেখিছিল। তেওঁক লগ ধৰি মই আৰু জানিবলৈ দিলো যে, মোৰ খুৰাই এজন দূৰসম্পৰ্কীয় ডেকাৰ লগত মোক বিয়া দিব খুজিছে যাতে আমাৰ ঘৰুৱা সম্পত্তিখিনি নিজৰ ঘৰতেই বৈ যায়। কিন্তু সেই ডেকাজন কোনো প্ৰকাৰে মোৰ উপযুক্ত নহয়। অৱশেষত এণ্ড্ৰুক মই এইটোও ক'লো যে, মই তেওঁক ভাল পাওঁ আৰু তেওঁ যেন মোৰ ভালপোৱাক অৱমাননা নকৰে।

তেতিয়া এণ্ড্ৰুৱে মোক ক'লে যে, মোৰ বংশ গৌৰব বা ধন সম্পত্তিৰ কাৰণে তেওঁ মোক বিয়া কৰাব নোখোজে; কিন্তু মোৰ কাৰণেই তওঁ মোক বিয়া কৰাব পাৰে। কিন্তু মই কিছুকাল অতি কষ্টেৰে ধৈৰ্য ধৰিব লাগিব। তেওঁ চালাম'স্কাৰ পৰা পঢ়া শেষ কৰি ঘূৰি নহালৈকে মই অপেক্ষা কৰিব লাগিব। উত্তৰত মই ক'লো যে মই তেওঁৰ কাৰণে অপেক্ষা কৰিম। এই চহৰৰ পৰা তেওঁৰ এজন বন্ধুক চালামাস্কালৈ নিবৰ কাৰণেহে তেওঁ আহিছিল। সেয়ে বন্ধুক লগত লৈ তেওঁ যিদিনা গুচি গ'ল সেইদিনা চকুৰ পানীৰে বাট নেদেখা হৈ মই তেওঁক বিদায় দিলো।

কিন্তু পিছদিনা পুৱাই অকস্মাৎ বিনামেঘে বজ্ৰপাত হ'ল। মোৰ

কাৰণে এনে ধৰণৰ এটা বিপদে অপেক্ষা কৰি আছিল বুলি মই কল্পনাও কৰিব পৰা নাছিলো। স্পেইন এৰি ইতালিলৈ সপৰিবাৰে গুচি যাব বুলি মোৰ খুৰাই হঠাৎ ঠিক কৰিলে। উপায় নাপাই মই অসুখৰ ভাও জুৰিলো; কিন্তু কাম নহ'ল। মোৰ চকু-মুখৰ চেহেৰা দেখি, মোৰ অসুখ হৈছে বুলি খুৰাই বিশ্বাস কৰিব নোৱাৰিলে। ইয়াৰ উপৰিও মোৰ বিয়াৰ কাৰণে খুৰাই আগৰ'ঢ়াৱা প্ৰস্তাৱত মই একেবাৰে অসুখী। ফলত ইয়াৰ পৰা যাত্তে যাবলগীয়া নহয়,। তাৰ কাৰণে মই উপায় বিচাৰিবলৈ ধৰিলো।

এগুৰুক মই সকলো কথা লিখি জনালো আৰু চালামাঙ্কাৰ পৰা তেওঁ ঘূৰি নহালৈকে এই চহৰতেই থাকিবৰ কাৰণে মোক ভূতে পোৱাৰ ভাও জুৰি থাকিবলৈ বুদ্ধি পাঙিলো। তেওঁ ঘূৰি আহি, মোৰ খুৰাৰ মত নাথাকিলেও, তেওঁ যদি সঁচাকৈয়ে মোক ভাল পায় তেনে বিয়া কৰাব পাৰিব। এগুৰু আৰু মোৰ আমাৰ দুজনৰ যিখিনি উপাৰ্জন হয় তাৰেই আমাৰ সংসাৰ ভালভাৱে চলিব। মোৰ চিঠি যদি তেওঁ পায়— মোৰ বিশ্বাস তেওঁ চিঠি পাবই— তেতিয়াহলে আৰু তিনিদিনৰ ভিতৰতে তেওঁ এইখিনি পাবহি। ইফালে বিয়াৰ বাবে মোৰ ফালৰ পৰা যিখিনি কৰিবলগীয়া, সেইখিনি মই কৰি আছো। মোৰ শৰীৰৰ ভিতৰত ভূত থাকিলেও মোৰ আত্মাৰ ভিতৰত বহুত ভালপোৱা আছে।

হে মাতৃসকল, এয়ে হ'ল মোৰ বলিয়ালিৰ বৃত্তান্ত আৰু ইয়েই মোৰ অসুখৰো কাৰণ। আচলতে মোৰ প্ৰেমেই হ'ল ভূত। মোৰ বাসনা পূৰণৰ আশাত মই ভোক-পিয়াহৰ সকলো যন্ত্ৰণা সহ্য কৰি আছো। হে মোৰ বান্ধৱীসকল, মোৰ এই ফাঁকি আৰু ভণ্ডামি যাতে সকলোৱে বিশ্বাস কৰে তাৰ উপযুক্ত ব্যৱস্থা কৰক। মোৰ খুৰা যাতে ইয়াৰ পৰা গুচি যাবাৰ তাৰ ব্যৱস্থা কৰক। মোৰ ইচ্ছা পূৰণৰ অৰ্থে ঈশ্বৰে বেন এগুৰুক সোনকালে ঘূৰাই আনে"

ইচাবেলাৰ বৃত্তান্ত শুনি তীৰ্থযাসত্ৰীকল বিস্মিত আৰু বিমুগ্ধ হ'ল। ভেওঁলোক চাবিগুগৰাকীয়ে ইচাবেলাৰ পৰিকল্পনাক সমৰ্থন জনালে আৰু তাক সাৰ্থক কৰি তোলাৰ বাবে অঙ্গীকাৰ কৰিলে। ভেওঁলোকে আৰু ক'লে, এই বৃত্তান্তৰ অৱসান নঘটালৈকে ভেওঁলোকে এই চহৰ এৰি নাযায়।

ইয়াৰ পিছত ইচাবেলাই ভূতে পোৱা মানুহৰ ভাও ধৰি থাকিবলৈ ধৰিলে। ভেওঁৰ বান্ধৱীসকলে এই মিছা পাগলামিক সমৰ্থন কৰি মানুহৰ আগত কবলৈ ধৰিলে বোলে সঁচাকৈয়ে ইচাবেলাৰ গাত ভূত লম্ভিছে। কিন্তু ভেওঁলোকে মনতে ভাবিলে যে, প্ৰেমেই ভূতৰ ৰূপ ধৰি ইচাবেলাৰ মানসিকতাক আচ্ছন্ন কৰি ৰাখিছে।

সেইদিনা সন্ধিয়াৰ সময়লৈ জন বেপ্টিষ্ট মেকলোক লগত লৈ ডাক্তৰ কোঠাত সোমালহি। সোমায়ে তেওঁ জন মেকলোক ক'লে, শুনক মহাশয় মেকলো, এই সুন্দৰী হতভাগিনীৰ ভিতৰত সোমাই থকা ভূতটোৱে কৈছে বোলে সি আপোনাৰ পুত্ৰ এণ্ড্ৰু আহিলেই গুচি যাব।

বেপ্টিষ্ট জনে ক'লে, কথাটো ময়ো শুনিছো। মোৰ ল'ৰা আহিলেই যদি ইমান ডাঙৰ এটা ভাল কাম কৰিবই পাৰে, তেনে মই সঁচাকৈয়ে সুখী হ'ম।

ইচাবেলাই ক'লে, তেওঁ এতিয়া চালামাঙ্কাত আছে। বেপ্টিষ্টক কৈ দিয়া ভেওঁৰ পুত্ৰ দেখিবলৈ সুন্দৰ কিন্তু পঢ়া-শুনাত সিমান ভাল নহয়।

কোঠাত উপস্থিত থকা সকলে ইচাবেলাৰ কথাৰ অৰ্থ বুজিব নোৱাৰিলে।

বেপ্টিষ্ট মেকলোৱে ইচাবেলাক সুধিলে, কোৱাচোন বাৰু, মোৰ ল'ৰাক তুমি ক'ত দেখিছা? মাত্ৰিদত নে চালামাঙ্কাত?

ইচাবেলাই ক'লে, মই তাক ইলেচকাচত দেখিছিলো, এদিন

সূৰ্যোদয়ৰ সময়ত সি চেৰীফুল বুটলি আছিল।

এই কথা-বতৰাৰ মাজতে ইচাবেলাৰ খুৰাক কাক্ৰচিঅ' হাঁহি-মুখে কোঠাত সোমালহি, আহিয়ে ক'লে, আইজনী, তোমাৰ কাৰণে মই পুৰস্কাৰ পাবলগীয়া খবৰ লৈ আহিছো, যাক দেখিলেই তুমি তোমাৰ গাত থকা ভূতৰ পৰা মুক্তি পাবা বুলি কৈছা, সেই এণ্ড্ৰু মেকলো উপস্থিত হৈছেহি। এইবাৰ হে অভিশপ্ত ভূত, তুমি তোমাৰ প্ৰতিশ্ৰুতি ৰাখি এণ্ড্ৰুক দেখাৰ লগে লগেই বিদায় হ'বা। আৰু কোনোদিন ইচাবেলাৰ গাত আকৌ লম্ভিবলৈ নাহিবা।

ইচাবেলাই লগে লগে ক'ল, লৈ আহা, তেওঁক ইয়ালৈ লৈ আহা তেওঁ আহিয়ে নিজৰ ইচ্ছাৰে মোৰ হাত গ্ৰহণ কৰক। বিশাল সমুদ্ৰৰ মাজৰ পাহাৰৰ দৰে স্থিৰ হৈ মই তেওঁক বিয়া কৰাবলৈ অপেক্ষা কৰি আছো।

এনে সময়তে এণ্ড্ৰু মেকলো কোঠা সোমালহি, ইচাবেলাৰ চিঠি পায়ে তেওঁ ভূত খেদাবলৈ আহিছে। লুকালৈ আহি ইচাবেলাৰ ওচৰত তেওঁ কি কৰিবহি লাগিব, সেই বিষয়ে চিঠিত লিখা আছিল।

ইচাবেলাৰ কোঠাত সোমায়ে এণ্ড্ৰুৱে ভীষণ চিৎকাৰ কৰি কলে, দূৰ হ ভূত, নৰকৰ বাদশাহ। মই চাৰজেণ্ট মেজৰ; মোৰ বাবে স্থান এৰি দি তই দূৰ হৈ যা।

এনে ঘটনা দেখি সকলো আচৰিত হ'ল। তাৰুণ আৰু এণ্ড্ৰুৰ দেউতাক বেপ্টিষ্ট জনে কলে, ইচাবেলাৰ নিচিনাকৈয়ে এণ্ড্ৰুকো ভূতে ধৰিলে।

কাক্ৰচিঅ' বুঢ়াই কলে, এই যুবক আহিলে আমাৰ ছোৱালী ভাল হ'ব বুলি আমি আশা কৰিছিলো, কিন্তু এতিয়া দেখিছো কথা বিপৰীতহে হৈছে।

বেপ্টিষ্ট জনে তেওঁৰ পুতেকক ক'লে, বাছা, শান্ত হোৱা, এনে কৰিলে মানুহে তোমাকো বলিয়া বুলি কব।

ইচাবেলাই তেতিয়া কলে, "মোক দেখি এণ্ড বলিয়া নহৈ পাৰে? তেওঁৰ সকলো চিন্তাৰ কেন্দ্ৰবিন্দু এতিয়া মই।"

এণ্ড্ৰুৱে আগৰ দৰেই চিঞৰি কৰলৈ ধৰিলে, "তুমি ঠিকেই কৈছা সুন্দৰী! তুমি মোৰ হৃদয়ৰ ৰাণী, মোৰ সকলো বেদনাৰ শান্তি আৰু মোৰ মৃত্যুৰ মাজত তুমিয়েই, জীৱন। হে মোৰ প্ৰাণৰ প্ৰতিমা, মোক, ইচাবেলা কাক্ৰুচিঅ'ৰ স্বামী হোৱাৰ সৌভাগ্যৰ অধিকাৰী কৰা। তোমাৰ দেহৰ পৰা ভূত প্ৰেতক বিদায় দিয়া। মোৰ জীৱনসঙ্গিনী ৰূপে তুমি মোৰ হাতত ধৰা, ঈশ্বৰে কৰোৱা আমাৰ বন্ধন কোনো মানুহেই ছিন্ন কৰিব নোৱাৰে।"

ইচাবেলাই কলে, "ঠিকেই কৈছা এণ্ড্ৰু! কোনো ছলনা নকৰাকৈ তুমি তোমাৰ হাত মোক দিয়া আৰু মোৰ হাত তুমি গ্ৰহণ কৰা। এণ্ড্ৰুৱে তেতিয়া তেওঁৰ হাত মেলোতেই আবীগুলাই কৈ উঠিল, এই-দৰেই দুটি মন আৰু দুটি দেহ এক হৈ গ'ল।

ইচাবেলাৰ খুৰাক বিস্ময়ত হতবাক হৈ এণ্ড্ৰুৰ হাত এখনত ধৰি সুধিলে, "হেৰা ডেকা, এইবোৰৰ অৰ্থ কি? এজনী ভূতুনীৰ লগত আন এটা ভূতৰ বিয়া হোৱাটোৱেই এই দেশৰ ৰীতি নেকি?"

ডাক্তৰে "কলে, এইটো ভূত খেদোৱাৰ পদ্ধতিও হ'ব পাৰে। ই পূৰ্ব্বপৰিকল্পিত ঘটনা নহয়।"

ইচাবেলাৰ খুৰাকে কলে, "তথাপি মই ইহঁত দুয়োটাৰ মুখৰ পৰা শুনিব বিচাৰো, এইখন কি ধৰণৰ বিয়া? এয়া সঁচাই বিয়া নে ভণ্ডামি?"

ইচাবেলাই কলে, "এইখন সঁচা বিয়া। কাৰণ এণ্ড্ৰু মেকলো বলিয়া নহয় আৰু মোকো ভূতে পোৱা নাছিল। মই তেওঁক স্বামী হিচাবে নিৰ্বাচন কৰিছিলো আৰু তেওঁ মোক পত্নী হিচাবে স্বীকাৰ কৰাৰ প্ৰতিশ্ৰুতি দিছিল। ঈশ্বৰে দিয়া বিচাৰ বুদ্ধিৰ প্ৰয়োগ কৰিয়েই আমি এই কাম কৰিছো।"

এইবুলি কৈয়ে ইচাবেলাই তেওঁৰ হাত এখন এণ্ড্ৰুৰ ফাললৈ আগবঢ়াই দিলে আৰু মুহূৰ্ততে এজন আনজনৰ লগত বিবাহ পাশত আবদ্ধ হ'ল ।

উপস্থিত যাজক দুজনে ক'লে, "বিয়াখন ভালৰেই হৈ গ'ল শেষপৰ্যন্ত গোটেই ঘটনাটোৰ এটা সন্তোষজনক সমাপ্তি ঘটিল "

তেতিয়া বেপ্টিষ্ট মেকলোৰে ক'লে, "ইচাবেলাৰ সম্পত্তিৰ লোভত নহয়— উপযুক্ত পাত্ৰীৰ মাজত বিয়াখন ইমান সহজভাৱে হৈ যোৱাৰ বাবে মই বৰ সন্তোষ পাইছো ।"

এই কথা শুনি ইচাবেলাৰ খুৰাকে এটা হুমুনিয়া কাঢ়ি মাটিত পৰি গ'ল। তেওঁৰ অচেতন দেহটো তেওঁৰ ভৃত্যসকলে দাঙি নি বিছনাত পেলাই দিলে ।

এণ্ড্ৰুৱে তেওঁৰ পত্নীক নিজৰ ঘৰলৈ লৈ আহিল ।

দুদিনৰ পিছত গীৰ্জাত তেওঁলোকৰ বিয়াখন আনুষ্ঠানিক ভাৱে সম্পন্ন হ'ল। সেই একেদিনাই ইচাবেলাৰ খুৰাকৰ শবদেহটোও সমাধিস্থ কৰা হ'ল । সেয়ে ইচাবেলাই ন-কইনা অৱস্থাতে শোক জ্ঞাপন কৰা পোচাক পিন্ধিবলগীয়া হ'ল। ফুলশয্যাৰ ৰাতি তেওঁ খুৰাকৰ সমাধিৰ কাষলৈ উঠি যাবলগীয়া হ'ল ।

তীৰ্থযাত্ৰী মহিলা কেইগৰাকীয়ে ইচাবেলাৰ শহুৰেকৰ ঘৰতে কেই-দিনমান আলহী থাকি লুকাৰ পৰা বিদায় ললে ।

শ্ৰেষ্ঠগল্প · ৩২

# অনৰ্ দ্য বালজাক

(১৭৯৯–১৮৫০)

বালজাক বিশ্ব সাহিত্যৰ যুগান্তকাৰী ঔপন্যাসিক। বিভিন্ন পেচাত ভাগ্যোন্নতিৰ চেষ্টা কৰি অৱশেষত তেওঁ মৃত্যুপৰ্যন্ত সাহিত্যচৰ্চাত ব্ৰতী আছিল আৰু গল্প-উপন্যাসক সাম্প্ৰতিক সমলেৰে সজাই তুলি অনন্য আধুনিক ৰূপত প্ৰতিষ্ঠা কৰিছিল। জীৱনকালত সাহিত্যিক স্বীকৃতি পালেও আৰ্থিক নিৰাপত্তা তেওঁ লাভ কৰা নাছিল। সুতিক্ষ্ণ পৰ্যবেক্ষন ক্ষমতা, সাবলীল প্ৰকাশভঙ্গী, আন্তৰিক পৰিবেশ সৃষ্টি আদিৰ উপৰিও চৰিত্ৰৰ মানসিক সংঘাতৰ মৰ্মস্পৰ্শী ৰূপায়ন তেওঁৰ বিৰল কৃতিত্ব আছিল।

বালজাক বিশ্ব সাহিত্যৰ অক্লান্ত সাহিত্য-কৰ্মী আৰু অফুৰন্ত জীৱনীশক্তিৰে সমৃদ্ধ প্ৰভাৱশালী সাহিত্যস্ৰষ্টা ।

# ৰহস্যময় আবাস

ভেঁদৌম চহৰৰ কাষৰীয়া লইৰ নদীৰ পৰা প্ৰায় এশ গজ দূৰত এটা বৃহদাকাৰ মটীয়া ৰঙৰ আবাস গৃহ আছে। ঘৰটোৰ ছাদ বৰ ওখ আৰু ইয়াৰ পৰিবেশ অতি শান্তিপূৰ্ণ। ই ইমান নিৰ্জন যে সাধাৰণতে সৰু চহৰ সোমাওঁতে মুখামুখি হোৱা দুৰ্গন্ধপূৰ্ণ চামৰাৰ কাৰ-খানা বা সস্তীয়া মদৰ দোকান এই আবাসগৃহৰ আশে-পাশে দেখিবলৈ পোৱা নাযায়।

প্ৰাসাদটোৰ সমুখৰফালে নদীলৈকে এখন বাগান। বাগানৰ কাষে কাষে এসময়ত সযত্নে পালিত শুৱনিকৈ কটা গছৰ বেৰা আছিল যদিও এতিয়া সেইবোৰ জংগল হৈ উঠিছে। লইৰ নদীৰ গড়াত গজি সোনকালে ডাঙৰ হোৱা কিছুমান উইল' গছে এতিয়া ফুলৰ বেৰাৰ ওপৰেদি বাঢ়ি ঘৰটোৰ আধামান ঢাকি পেলাইছে। নৈৰ হেলনীয়া পাৰটো অকাঠী গছৰ হাবিয়ে ছাটি আছে। যোৱা দহ বছৰত কোনো প্ৰতিপাল নোপোৱা ফল-মূলৰ গছবোৰত এতিয়া আৰু গুটি নধৰে, সেইবোৰো ইচ্ছামতে বাঢ়িছে। গোটেইখনেই হাবি এসময়ত শিলেৰে পকী কৰা ৰাস্তাত শেলুৰৈৰ হাবি। আচলতে এতিয়া বাট-পথৰ কোনো চিনেই নাই। যিটো পাহাৰৰ গাতে লাগি ভেঁদৌ-মৰ ডিউকসকলৰ এই পুৰণি দুৰ্গৰ ধ্বংসাৱশেষ থিয় হৈ আছে, সেই পাহাৰৰ ওপৰৰ পৰা ইয়ালৈ চালে এনেহে ভাব হয় যেন এসময়ত বিশাল পৃথিৱীৰ এই সৰু ঠাইকণ জনৈক গাঁৱলীয়া ব্যক্তিৰ সুখৰ কেন্দ্ৰস্থল আছিল। সেই ব্যক্তি আছিল গোলাপ আৰু টিউলিপ ফুলৰ সমাদৰ কৰোঁতা এজন উদ্যানবিদ, আৰু বহু বহু ফল-মূলৰ অনুৰাগী। বাগানৰ মাজত আবাসত জিৰণি ল'বৰ বাবে থকা চাৰিও-

ফালে ফুলেৰে আগুৰা এখন ঠাই এতিয়াও চকুত পৰে । আনকি সময়ে সম্পূৰ্ণৰূপে ধ্বংস কৰিব নোৱাৰা এখন টেবুলো তাত এতিয়াও আছে । কোনো সাধক সদাগৰৰ সমাধিত খোদিত বাণী পঢ়ি যেনেদৰে আমি তেওঁৰ জীৱনৰ ইতিবৃত্ত সম্পৰ্কে অনুমান কৰিব পাৰো, ঠিক সেইদৰে আজি নিঃশেষ হৈ যোৱা এসময়ৰ সেই সুন্দৰ বাগানখনত চকু ফুৰালেও, তেতিয়াৰ শান্তিপূৰ্ণ গাৰ্হস্থ্যীয় জীৱন যাত্ৰাৰ এটা বিচিত্ৰ ৰূপ অনুমান কৰি ল'ব পাৰি । এই পৰিবেশে কোনো ব্যক্তিৰ মনত একেলগে দুখ আৰু সুখৰ সঞ্চাৰ কৰে আৰু সেই ভাবাক্ৰান্ত মানসিকতাক পূৰ্ণতা দিবৰ বাবেই যেন প্ৰাসাদৰ এখন বেৰত এতিয়াও এটা সূৰ্যৰ সহায়ত সময়নিৰ্ণয় কৰা ঘড়ি আছে, সেই ঘড়িত সহজ-সৰল ভাষাত লিখা আছে এটা খৃষ্টধৰ্মীয় বাণীঃ "আল্টিমাম কজিতা !"

প্ৰাসাদটোৰ ছাদ ভয়লগাকৈ খহি গৈছে, খিৰিকিৰ পাতবোৰ সদায় বন্ধ হৈ আছে, বাৰান্দাত টোকোৰা চৰাইৰ বাহ ওলমি আছে, দুৱাৰবোৰ একেবাৰেই বন্ধ হৈ আছে, খটখটীৰ চিৰিৰ কাষত বন গজি আছে আৰু টলা আৰু খিলিবোৰ মামৰে খাইছে। জোন আৰু বেলি, জাৰকালি, গৰমকালি আৰু বৰষুণে কাঠ খাই পেলাইছে, চৌকাঠবোৰ বেঁকা-বেকি কৰিছে, ৰঙৰ প্ৰলেপ বিবৰ্ণ কৰি তুলিছে । পাশিৰুৰি উঠা নিৰ্জনতা ভঙ্গ কৰিছে কেৱল চৰাই, মেকুৰী, নাইপিয়া, এন্দুৰবোৰে । সিহঁতে ইচ্ছামতে ইফালে-সিফালে দৌৰিছে, নিজৰ ভিতৰতে যুঁজ কৰিছে আৰু এটাই আনটোক ধৰি ধৰি খাইছে। কোনো অদৃশ্য হাতে যেন ইয়াৰ সৰ্বত্ৰ লিখি ৰাখিছে মাত্ৰ এটা শব্দৰ-'ৰহস্য'।

কোনোৱে কৌতুহলী হৈ ৰাস্তাৰ পৰা এই আবাসগৃহৰফালে চালে দেখিবলৈ পাব, দ'ৰা-ছোৱালীয়ে অসংখ্য ফুটা উলিওৱা এখন ডাঙৰ দুৱাৰ । এই দুৱাৰখন যোৱা দহবছৰ ধৰি বন্ধ হৈ আছে বুলি মই

পিছফালে শুনিবলৈ পালো। ল'ৰাইঁতে কথা ফুৰাবৰ ফুটাইদি ভিতৰলৈ জুমি চালে বাগান আৰু বাৰান্দাৰ দৰেই ভিতৰখনতো বিসঙ্গতিৰ বিসদৃশ চেহেৰা দেখিবলৈ পোৱা যায়। বাটৰ কাষৰ শিলৰ ফাঁকত গছ-লতা গজিছে, বেৰবোৰত অসংখ্য ফাট মেলি আছে, বেৰৰ ওপৰত গছ-লতিকাই স্বেচ্ছাই মালা গাঁঠি ৰাখিছে। খটখটীৰ শিলৰ চিৰিবোৰ এৰাই গৈছে, ঘণ্টাৰ ৰছীডাল পচি গৈছে, নলা-নৰ্দমা ভাগি একাকাৰ হৈ আছে। আকাশৰ পৰা বাৰু ইয়াত অগ্নিবৰ্ষণ হৈছিল নেকি? কোন আদালতে বাৰু এই বাসগৃহত নিমখ চাটিওৱাৰ ৰায় দি গ'ল? ইয়াত বাৰু ঈশ্বৰক ব্যঙ্গ কৰা হৈছে নেকি? নে ফ্ৰান্সক ইয়াতেই বিশ্বাসঘাতকতা কৰা হ'ল? নিজকে বাৰে বাৰে এই প্ৰশ্ন কৰিছো কিন্তু ইয়াত বগাই বাগৰি ফুৰা কোনো প্ৰাণীৰ পৰাই ইয়াৰ উত্তৰ পোৱা নাই। এই জনহীন পৰিত্যক্ত আবাস এক জটিল সাঁথৰ—যাৰ উত্তৰ লাভৰ চাবিকাঠি কেতিয়াবাই হেৰাই গৈছে। এসময়ত ই এক ক্ষুদ্ৰ ৰাজ্য আছিল।

নাম আছিল 'গ্ৰাঁদে ব্ৰেটিশে'।

মোৰ ধাৰণা, মোৰ ভাড়াঘৰৰ মালিক ভদ্ৰমহিলাই আগতে আনকো এই ৰহস্যজনক আবাসগৃহৰ বিষয়ে নিশ্চয় কৈছে। তথাপি ময়ো শুনিবলৈ সাজু হলো।

"ৰ'চিয়ে," তেওঁ কলে, "সম্ৰাটে যেতিয়া যুদ্ধবন্দী আৰু আন আন স্পেইনদেশী লোকক ইয়ালৈ পঠিয়াইছিল, তেতিয়া চৰকাৰে মোৰ ঘৰত তেওঁলোকমানে পেৰলত পঠোৱা এজন তৰুণ যুৱকক থাকিবলৈ দিছিল। সামাজিক ক্ষুটীত থাকিও তেকাজনে সদায় সহকাৰী দাৰোগাৰ লগত দেখা কৰিব লাগিছিল। তেওঁ আছিল এজন প্ৰকৃত স্পেনীয় ভূস্বামী। নাম আছিল—বাগোচ দ্য ফেৰেদিয়া ধৰণৰ। বৰ গুৱনি আছিল ডেকাল'ৰাটো, অথচ মানুহে কয় বোলে স্পেইনৰ লোক দেখিবলৈ বেয়া।

পাঁচ ফুট দুই তিনি ইঞ্চি ওখ, কুন্দত কটা দেহ, হাতদুখন সদায় জকমকাই থাকে। আঃ, সেই হাতদুখন যদি আপুনি দেখিলে-হেঁতেন ! সম্ভ্ৰান্ত যুৱতী একোগৰাকীৰ অঙ্গসজ্জা কৰা বিমানবোৰ যুক্ত থাকে, তেওঁৰো সিমানবোৰ যুক্ত আছিল। ঘন ক'লা চুলি, উজ্জ্বল চকু আৰু মটীয়া বং—সেই বংটোৰ কাৰণেই তেওঁক মোৰ বেছি ভাল লাগিছিল। তেওঁ পিন্ধাৰ দৰে সুন্দৰ পেন্ট-চাৰ্টৰ কাপোৰ আগতে মই কেতিয়াও দেখা নাছিলো। তেওঁ তেনেই কম আহাৰ কৰিছিল, কিন্তু স্বভাৱ আচৰণ ইমানেই নম্ৰ আৰু অমায়িক আছিল যে তেওঁৰ ওপৰত খং কৰা অসম্ভৱ আছিল । মোৰ লগত তেওঁৰ দৈনিক চাৰিটা শব্দও বিনিময় নহৈছিল যদিও তেওঁক মোৰ বৰ ভাল লাগিছিল। তেওঁৰ লগত কথা পতাও সম্ভৱ নাছিল, কাৰণ কিবা ক'লেও তেওঁ উত্তৰ নিদিছিল। মোৰ ধাৰণা এইটোৱেই তেওঁলোকৰ স্বভাৱ।

"এজন ধৰ্মযাজকৰ নিষ্ঠাৰে তেওঁ সকু ধৰ্মপুথিখন পঢ়িছিল । নিয়মীয়াকৈ প্ৰাৰ্থনাসভালৈ গৈছিল আৰু সকলো অনুষ্ঠানতে যোগ দিছিল। তেওঁ ক'ত বহিছিল ? মাডাম দ্য মেৰেটৰ ভজনকক্ষৰ মাত্ৰ দুখোজৰ ভিতৰতে। তেওঁ প্ৰথম দিনা গীৰ্জালৈ গৈ সেই ঠাই বাচি লোৱাৰ কিবা উদ্দেশ্য আছিল বুলি কোনেও জনা নাছিল । আনহাতে তেওঁ কোনো সময়তে ধৰ্মপ্ৰভুৰ পৰা মুৰেই নাদাঙিছিল। তেতিয়াৰ পৰা তেওঁ সন্ধিয়া পাহাৰলৈ উঠি পৌৰাণিক দুৰ্গৰ ধ্বংসস্তূপৰ মাজত ঘূৰি ফুৰিছিল। সেইটোৱেই তেওঁৰ একমাত্ৰ উপভোগ আছিল, কাৰণ সেই পাহাৰীয়া ঠায়ে তেওঁক তেওঁৰ স্বদেশৰ কথা সোঁৱৰাই দিছিল। মানুহে কয় বোলে স্পেইন দেশ পাহাৰে পাহাৰে ভৰা,।

ইয়ালৈ অহাৰ পৰাই তেওঁৰ গধূলি ঘূৰোতে বহুত দেৰি হৈছিল। ৰাজবাড়িৰ ঘণ্টাধ্বনি হোৱা পৰ্যন্ত তেওঁ ঘূৰি নাহিলে বৰ অস্বস্তি পাইছিলো। লাহে লাহে মানুহটোৰ খেয়াল স্বভাৱত অভ্যস্ত হৈ উঠিছিলো। পিছলৈ তেওঁৰ কোঠাৰ চাবিটো তেওঁ নিজেই লৈ

গৈছিল, আমি আৰু সাৰে থাকিবলগীয়া নহৈছিল। ক দ্য কেচাৰ-নেহত আমাৰ কোঠা এটাত তেওঁ থাকিছিল। এদিন ওচৰৰ ল'ৰা এটাই কলেহি যে, স্পেইন দেশৰ মানুহজনক সি ইয়াৰ পৰা অলপ দূৰত সাঁতুৰি থকা দেখিছে। তেওঁ ঘূৰি আহিলত পানীৰ তলৰ শেলুৱৈ সম্পৰ্কে সাৱধান কৰি দিলত তেওঁ কিবা ধৰা পৰি যোৱাৰ দৰে মনটো মাৰি পেলাইছিল।

"তাৰপিছত মঁচিয়, এদিন আৰু তেওঁক তেওঁৰ কোঠাত পোৱা নগ'ল। তেওঁ আৰু ঘূৰি নাহিল। তেওঁৰ কাগজ-পত্ৰবোৰ বিচাৰোঁতে তেওঁৰ ড্ৰয়াৰৰ ভিতৰত এখন লিখা কাগজ পাঁচ হাজাৰ ফ্ৰাঁ মূল্যৰ পঞ্চাশটা স্পেইনৰ সোণৰ মোহৰ আৰু বন্ধ কৰা বাকচ এটাত দহহাজাৰ ফ্ৰাঁ দামৰ হীৰা পোৱা গ'ল। কাগজখনত তেওঁ এইবুলি লিখি গৈছিল যে, তেওঁ যদি ঘূৰি নাহে তেন্তে তেওঁ থৈ যোৱা এই মোহৰ আৰু হীৰাৰে যেন তেওঁৰ পলায়ন আৰু মুক্তিৰ বাবে ভগৱানক ধন্যবাদ জনাবলৈ এটা প্ৰাৰ্থনাৰ আয়োজন কৰা হয়। তেতিয়া মোৰ স্বামী জীয়াই আছিল। আৰু তেওঁ লগে লগে যুৱকক বিচাৰি গৈছিল।

আৰু এইটোৱেই হ'ল এই ঘটনাৰ আটাইতকৈ বিস্ময়কৰ অংশ মোৰ স্বামীয়ে তেওঁৰ জোলা-কাপোৰ লৈ ঘূৰি আহিছিল। সেই-বোৰ লা প্ৰাঁদে ক্ৰেটিশৰ বিপৰীতকালে নৈৰ পাৰৰ এটা ডাঙৰ শিলৰ তলত পোৱা গৈছিল। মোৰ স্বামী ইমান ডোকামোকালিতে গৈছিল যে তেওঁক আন কোনেও দেখা নাছিল। যুৱকে লিখি থৈ যোৱা কাগজখন পঢ়াৰ পিছত মোৰ স্বামীয়ে সেই জোলা-কাপোৰ-বোৰ পুৰি পেলাই কাউণ্ট ফেৰেদিয়াৰ ইচ্ছানুসাৰে যুৱক পলাই গৈছে বুলি ঘোষণা কৰি দিছিল। উপ-শাসকে গোটেই পুলিচ বাহিনী তেওঁক বিচৰাৰ কামত নিয়োগ কৰিছিল, কিন্তু কোনো ফল নধৰিল। লোকচৰ বিশ্বাস, স্পেইনদেশী যুৱকে পানীত ডুবি

আত্মহত্যা কৰিলে ; কিন্তু মোৰ বিশ্বাস — মাডাম দ্য মেৰেটৰ লগত তেওঁৰ কিবা সম্পৰ্ক আছিল ......... এতিয়া আপুনি কওক— চোন ম'চিয়, স্পেনীয় ডেকাৰ সেই পোন্ধৰ হাজাৰ ফ্ৰাঁৰ বাবে মই কিয় অনুশোচনা কৰিব লাগে ? সেইখিনিৰ ওপৰত স্বাভাৱিকতে মোৰ অধিকাৰ সাব্যস্ত হ'ল।

'নিশ্চয় , কিন্তু আপুনি ৰোজেলিকতো আৰু সেই বিষয়ে কোনো প্ৰশ্ন কৰা নাছিল ?

' নিশ্চয় কৰিছো। কিন্তু ছোৱালীজনী কিবা নিৰোকা, তাই কিবা জানে, কিন্তু তাইৰ মুখ খোলোৱা প্ৰায় অসম্ভৱ।

মোৰ ভাড়াঘৰৰ মালিক মহিলাগৰাকীয়ে আৰু অলপ সময় কথা পাতি মোক এক অস্পষ্ট আৰু অনৰ্থক চিন্তা, ৰোমাঞ্চিক কৌতূহল, ধৰ্মীয় ত্ৰাসৰ মাজত ডুবাই দি গুচি গ'ল। অন্ধকাৰ গীৰ্জাত সৰ্বাঙ্গ গাউনেৰে ঢকা অস্পষ্ট প্ৰতিমূৰ্তি দেখাৰ দৰে মই শিয়ঁৰি উঠিলো।

হঠাৎ মোৰ চকুৰ আগত লা গ্ৰাঁদে ব্ৰেটিশে প্ৰাসাদটোৰ দীঘল দীঘল গছ-বন, ভগা খিৰিকি, মামৰে ধৰা লোহা আৰু অসংখ্য জনহীন কোঠালি কল্পনাতীত স্পষ্টভাৱে ভাহি উঠিল। যি নাটকীয় কাহিনীত তিনিগৰাকী ব্যক্তিৰ মৃত্যু ঘটিল, সেই অপ্ৰকাশিত তথ্য জনাৰ আগ্ৰহত সেই ৰহস্যময় আবাসগৃহৰ ভিতৰ সোমাবলৈ মই চেষ্টা কৰিলো।

মোৰ চকুত ৰোজেলি হৈ উঠিল ভেঁদোমৰ আটাইতকৈ আকৰ্ষণীয় গাভৰু। তাইৰ মুখত সৰলতা, দেহত উঠন্ত যৌৱন— চোৰ বা অপৰাধৰ লেশমাত্ৰও নাই। তাইক দেখিলেই ধাৰণা হ'ব — তাই নিৰ্দোষ। নিজকে ক'লো, "নহয়, লা গ্ৰাঁদে ব্ৰেটিশৰ সম্পূৰ্ণ ইতিহাস নজনাকে মই ভেঁদোম এৰি নাযাওঁ। তাৰ কাৰণে প্ৰয়োজন-হলে ৰোজেলিৰ লগত অন্তৰঙ্গ বন্ধুত্ব স্থাপন কৰিম।"

'বোজেলি', এদিন সন্ধিয়া তাইক কলো।

'মহাশয় !'

'তোমাৰ বিয়া হোৱা নাই ?'

প্ৰশ্নটো শুনি তাই চমকি উঠিল, আৰু ইতস্ততঃ কৰি হাঁহি উত্তৰ দিলে, 'বহুতো সোমাব খুজিলে, মোক বিয়া কৰাব খোজা বহুত পুৰুষ ওলাব।' মহিলাৰ সহজাত স্বাভাৱিকতাৰে তাই সহজ হৈ পৰিল।

'তুমি দেখিবলৈও সুন্দৰ আৰু তোমাৰ কাৰণে প্ৰেমিকৰ অভাৱ কোনোদিনেই অভাৱ নহ'বহেঁতেন। তেনেস্থলত তুমি মাডাম দ্য মোৰেটৰ চাকৰি এৰি এই অতিথিশালাৰ চাকৰি কিয় ল'লা ? তেখেতে তোমাৰ বাবে কোনো সংস্থানৰ ব্যৱস্থা কৰি যোৱা নাছিল ?'

'নিশ্চয় কৰি গৈছে। কিন্তু গোটেই ভেঁদোম চহৰতে এই স্থানেই মোৰ পক্ষে আটাইতকৈ ভাল।'

আচল প্ৰসঙ্গ এৰাই যাব খুজি উত্তৰটো দিলে বোজেলিয়ে। মই বুজিলো, এই মহিলাৰ ওচৰতে অপ্ৰকাশিত উপন্যাসৰ গুপ্তৰহস্য লুকাই আছে।

আন এদিন পুৱা মই বোজেলিক সুধিলো, 'মাডাম দ্য মোৰেট সম্পৰ্কে তুমি কি জানা কোৱাচোন ?

হঠাতে আতঙ্কিত হৈ তাই ক'লে, 'মঁচিয় হোৰেচ্ ! সেইবিষয়ে মোক একো নুসুধিব।'

তাইৰ চকু সৰু হৈ আহিল, মুখখন শেঁতা পৰি গ'ল। আৰু ক'লে, 'শুনক মহাশয়, মই আপোনাক ক'ম কিন্তু কথাটো আপুনি গোপনে ৰাখিব লাগিব।'

'ঠিক আছে, সব কথা তোমাৰ গোপনীয়তাৰে লুকাই ৰাখিম।"

বোজেলিয়ে দিয়া সম্পূৰ্ণ বিৱৰণ লিখিবলৈ হলে এখন মহাভাৰত হ'ব, গতিকে চমুকৈ কওঁ।

'লা গ্ৰাঁদে ব্ৰেটিখেৰ ওচৰৰ মহলাৰ এটা কোঠাত মাডাম দ্য মোৰেট

শুইছিল। প্ৰায় তিনিমাহ কাল মাডাম কিবা অসুখত গুৰুতৰভাৱে অসুস্থ হৈ আছিল আৰু তেওঁৰ স্বামীয়ে ওপৰ মহলাৰ আন এটা কোঠাত থাকিবলৈ লৈছিল।

মাডামৰ স্বামী নিতৌ ক্লাবলৈ গৈছিল আৰু ক্লাবত খবৰ কাগজ পঢ়িছিল আৰু ৰাজনীতি আলোচনা কৰিছিল। সেই বিশেষ সন্ধিয়া ক্লাবৰ পৰা ঘূৰোঁতে তেওঁৰ প্ৰায় দুঘণ্টা দেৰি হৈছিল। ইফালে তেওঁৰ পত্নীয়ে ভাবিছিল যে, মঁচিয়ে যথা সময়ত আহি তেওঁৰ কোঠাত শুলেহি।

কিছুদিন ধৰি মঁচিয় মেৰেট ঘৰলৈ ঘূৰি, তেওঁৰ পত্নী শুইছেনে নাই বুলি বোজেলিকেই সুধিছিল আৰু বোজেলিয়ে শুইছে বুলি কলেই তেওঁ পোনে পোনে ওপৰ মহলাৰ নিজৰ কোঠালৈ উঠি গৈ শুই পৰিছিল। কিন্তু সেই সন্ধিয়া তেওঁ পত্নীৰ খবৰ লৈ নিজৰ মনৰ দুআষাৰ কথা পাতিব বুলি নিজেই মাডামৰ কোঠালৈ সোমাই গৈছিল। আনহাতে দুপৰীয়াৰ আহাৰ কৰাৰ সময়ত তেওঁ পত্নীক সাজি-কাছি থকা যেন দেখিছিল আৰু পত্নীৰ শৰীৰ ভাল হৈছে ভাবি আশ্বস্তও হৈছিল। বোজেলি আৰু আন ৰান্ধনিহঁতে তেতিয়া পাক ঘৰত তাচ খেলিছিল। সেয়ে তেওঁ খটখটীয়েদি পত্নীৰ কোঠালৈ আগবাঢ়ি গ'ল।

পত্নীৰ কোঠাৰ জপাই থোৱা দুৱাৰ খুলি ভিতৰ সোমাই যাওঁতেই মঁচিয় দ্য মেৰেটৰ ধাৰণা হ'ল যেন পত্নীৰ কাষৰ পৰা কোনোবা এজন এই মুহূৰ্তে উঠি গৈ সেই কোঠাৰ সংলগ্ন সৰু কোঠাটিৰ ভিতৰত সোমাইছে। কিন্তু তেওঁ কোঠাত সোমাই দেখিলে, জুইৰ ওচৰত মাডাম অকলে বহি আছে। তেওঁ মাডামৰ চকুলৈ চাওঁতেই মাডামে উৎকণ্ঠাৰে ক'লে,

"তুমি খুউব দেৰিকৈ ঘূৰিছা।"

মঁচিয় দ্য মেৰেটে কোনো উত্তৰ নিদি কাষৰ বোজেলিৰ কোঠা সোমাল আৰু এখন খিৰীকিৰ পৰা আনখনৰ কাষলৈ এনেয়ে অহা যোৱা কৰিবলৈ ধৰিলে।

মাড়ামে সুধিলে, "কোনো বেয়া খবৰ আছে নেকি? সে তোমাৰ গা বেয়া লাগিছে?" ম'চিয়ই উত্তৰ নিদিলে।

বোজেলি কোঠালৈ আহিলত মাডামে তেওঁক বিদায় দিলে। স্বামীৰ মুখৰ অৱস্থা দেখি তেওঁ ইতিমধ্য বিপদৰ সাংকেত পাইছিল।

বোজলি গুচি গ'লত পত্নীৰ ওচৰলৈ আগবাঢ়ি গৈ, ম'চিয়ই খুব শান্তভাৱে সুধিলে, "মাডাম, তোমাৰ কাবাৰ্ডত কোনোবা আছে যেন লাগিছে।" উত্তৰত পত্নীয়ে ক'লে, "নাই ম'চিয়।"

এই উত্তৰটোৱে ম'চিয়ৰ সমগ্ৰ সত্তা কঁপাই তুলিলে, কাৰণ তেওঁ নিশ্চিতৰূপে ভাবিছিল যে তাত কোনোবা লুকাই আছে। ম'চিয় নিজেই কাবাৰ্ডটো খুলিবলৈ আগবাঢ়ি গ'ল কিন্তু তেওঁৰ পত্নীয়ে তেওঁৰ হাতত ধৰি স্বামীক আৰু আগবাঢ়িবলৈ নিদি ক'লে, "তাত যদি ক'কো নোপোৱা, তেনে তোমাৰ আৰু মোৰ মাজৰ সকলো সম্পৰ্ক শেষ হৈ যাব।"

পত্নীৰ মৰ্যাদাবোধ উপলব্ধি কৰি ম'চিয়ই ক'লে "জোচকাইন, মই সেইটো নোখোলো। তোমাৰ পৱিত্ৰতা আৰু সন্যাসীনিৰ দৰে জীৱন যাপনৰ বিষয়ে মই জানো। নিজৰ জীৱন ৰক্ষাৰ বাবেও তুমি কোনো পাপত লিপ্ত নোহোৱা মই জানো। তথাপি, চোৱা এইডাল আমাৰ ক্ৰুছ। ঈশ্বৰৰ নামত শপত খাই কোৱা —সেই সৰু কোঠাটোত কোনো নাই।"

মাডাম দ্য মেৰেটে ক্ৰুছটো হাতত লৈ ক'লে, "শপত খালো।"

ম'চিয়ই ক'লে, "আৰু জোৰেৰে আৰু এবাৰ কোৱা।" খন্তেক ৰৈ সুন্দৰ ক্ৰুছটোলৈ চাই মাডামে আকৌ ক'লে, "ঈশ্বৰৰ নামত শপত খাই কৈছো, সেই সৰু কোঠাটোত কোনো নাই।"

"যথেষ্ট", ম'চিয়ই শান্তভাৱে ক'লে। তাৰপিছত সুন্দৰ ক্ৰুছটো হাতত তুলি লৈ তেওঁ আকৌ ক'লে, "ইমান সুন্দৰ ক্ৰুছটোতো মই আগতে কেতিয়াও দেখা নাছিলো।"

"সেইটো মোক চুবিবিয়েৰে দিছে, যোৱা বছৰ ভেঁদৌমলৈ অহা স্পেনীয় বন্দীৰ পৰা তেওঁ সেইটো কিনিছিলে।"

"হয় নেকি!" মঁচিয়ই ক্ৰছটো গজালত ওলোমাই থলে। তাৰপিছত তেওঁ বোজেলিৰ কোঠালৈ সোমাই গ'ল আৰু তাইক তা'ইৰ প্ৰেমিক ৰাজমিস্ত্ৰীজনক তেতিয়াই যন্ত্ৰ-পাতি সহকাৰে মাতি আনিবলৈ নিৰ্দেশ দিলে।

বান্ধনিক মাতি মঁচিয়ই তেতিয়াই সকলোকে শুবলৈ যাবলৈ নিৰ্দেশ দিলে।

মঁচিয় তেওঁৰ পত্নীৰ কাষলৈ ঘূৰি আহি জুইৰ ওচৰত বহি স্বাভাবিকভাৱে ক্লাবৰ কথা পাতিবলৈ ধৰিলৈ।

বোজেলিয়ে ক'লে, ৰাজমিস্ত্ৰী গেঁৰে'ফ্লট পাইছেহি। মঁচিয়ই তাক ভিতৰলৈ আহিবলৈ ক'লে।

ৰাজমিস্ত্ৰীক দেখিয়েই মাডামৰ মুখখন আতঙ্কত বগা হৈ পৰিল।

গেঁৰেফ্লট আহিলত মঁচিয়ই নিৰ্দেশ দিলে যে, সেই বৃহৎ ইটা আনি বেৰ গাঁথি সেই কাবাৰ্ডটো বন্ধ কৰি দিব লাগে। কামটো সম্পূৰ্ণ হোৱাৰ পিছত সেই ৰাতি গেঁৰফ্লটক সেই কোঠাত শুবলৈ নিৰ্দেশ দিয়াৰ লগতে ক'লে যে, কাইলৈ তুমি তোমাৰ ইচ্ছা-মতে যি কোনো এখন দেশলৈ যাবৰ বাবে পাছপৰ্ট পাবা। তেওঁ যোৱাৰ খৰছ পাব দুহাজাৰ ফ্ৰাঁ আৰু দহবছৰ বিদেশত থাকি ঘূৰি আহি আকৌ দুহাজাৰ ফ্ৰাঁ উপহাৰ পাব। আৰু বোজেলিৰ বাবে বখা হ'ব দহহাজাৰ ফ্ৰাঁ। সেই টকা তেওঁ প্ৰেমিক ৰাজমিস্ত্ৰী গেঁৰেফ্ল'টৰ লগত বিয়া হোৱাৰ দিনা পাব। এই পাৰিশ্ৰমিক আৰু উপহাৰৰ চৰ্ত এটাই—আজিৰ ঘটনা দুয়ো সম্পূৰ্ণ গোপনে ৰাখিব লাগিব।

কোঠাৰ দুৱাৰ, ৰাজমিস্ত্ৰী আৰু পত্নীৰ ওপৰত দৃষ্টি ৰাখি মঁচিয়ই কেৱল কোঠাটোৰ ভিতৰতে অহা-যোৱা কৰি আছিল।

এবাৰ মঁচিয়ে অকণমান আঁতৰি গ'লত মাডামে বোজেলিক ফুচফুচাই কলে, "শুনা বোজেলি, তুমি যদি গেঁৰেফ্লটক গাঁঠি থকা বেৰখনৰ তলেদি এটা ফুটা বাখিবলৈ কোৱা, তেনেহলে মই তোমাক বছৰি এহাজাৰ ফ্ৰাঁকৈ দি থাকিম।"

গেঁৰেফ্লটে ইটা গাঁঠি বেৰখন সাজি আছিল, । কোনো কথা বতৰা নোকোৱাকৈ মাডাম আৰু মঁচিয় দুইৰ ওচৰতে বহি আছিল। এবাৰত গেঁৰেফ্লটে এটা সৰু শব্দ কৰি বেৰখনৰ তলফালে এটা ফুটা উলিয়ালে। মাডামে বুজিলে, বোজেলিয়ে গেঁৰেফ্লটক তেওঁৰ পৰামৰ্শ ইতিমধ্যেই দিছে, কিন্তু সেই মুহূৰ্ততে মাডাম, মঁচিয় আৰু ৰাজমিস্ত্ৰী তিনিও কাবাৰ্ডৰ ভিতৰত ক'লা চুলি আৰু জিলিকি থকা চকুৰ এখন বিবৰ্ণ মুখ দেখিবলৈ পালে ।

চেপ্টেম্বৰ মাহৰ পুৱা চাৰিমান বজাত কামটো শেষ হ'ল। ইতিমধ্যে সেই ৰাতি মঁচিয় তেওঁৰ পত্নীৰ কোঠাতে শুলে ।

পুৱা উঠি মঁচিয়ই ৰাজমিস্ত্ৰীৰ পাছপৰ্ট সংগ্ৰহৰ বাবে পাছপৰ্ট অফিচলৈ যাওঁ বুলি টুপী পিন্ধি ওলাই গ'ল ।

মাডামে ভাবিলে, মঁচিয় ছুবিগ্নিয়েৰৰ ওচৰলৈ যাব। শক্তিৰে তেওঁ বোজেলিক ৰাতি আগবাতি সজা বেৰখনৰ ফুটাটো আৰু ডাঙৰকৈ ভাঙিবলৈ তৎপৰ হৈ উঠিল। কেইটামান ইটা লাহে লাহে খুলি তেওঁ সজোৰে বেৰত আঘাত কৰিব খুজি পিছলৈ মুখ ঘূৰাই দেখিলে – মঁচিয় দ্য মেৰেট তেওঁৰ পিছতে থিয় হৈ আছে। মাডাম মূৰ্চ্ছিতা হৈ পৰি গ'ল ।

কাউণ্ট দ্য মেৰেটে শান্তভাৱে ক'লে, 'মাডামক বিছনাত শুৱাই দিয়া ।' তেওঁৰ অনুপস্থিতিত এই কোঠাত কি ঘটিব পাৰে সেইটো অনুমান কৰিয়েই মঁচিয়ই তেওঁৰ পত্নীৰ বাবে এই ফন্দিটো কৰিছিল। ইতিমধ্যে তেওঁ মেয়ৰলৈ একলম লিখি দিছিল আৰু ছুবিগ্নিয়াৰৰ ওচৰলৈও মানুহ পঠাইছিল ।

কোঠাটো অলপমান পৰিপাটি কৰোঁতেই অলংকাৰ ব্যৱসায়ী ছবিবিয়াৰ পালেহি।

মঁচিয় দা মেৰেটে সুধিলে, "ছবিবিয়াৰ, এই নগৰৰ মাজেদি স্পেইন দেশীয় লোক পাৰ হৈ যওঁতে তুমি তেওঁলোকৰ পৰা যীশুৰ ক্ৰছ কিনিছিলা নেকি?"

"নাইকিনা মঁচিয়!"

"ঠিক আছে, ধন্যবাদ,' পত্নীৰকালে বাওঁ চকুৰ দৃষ্টি নিক্ষেপ কৰি মঁচিয়ই ক'লে। তাৰ পিছত বাহুনিৰ কালে ঘূৰি ক'লে, "মোৰ খোৱাৰ বস্তু মাডাম দ্য মেৰেটৰ কোঠালৈকে লৈ আহাঁ। তেওঁৰ অসুখ হৈ আছে, ভাল নোহোৱালৈকে তেওঁক অকলে এৰি মই কেনিও যাব নোৱাৰো।"

নিষ্ঠুৰ মানুহজন কুৰিটা দিন তেওঁৰ পত্নীৰ লগতে থাকিল। প্ৰথমতে কাৰাৰ্ডটোৰ ভিতৰত যেতিয়াই কেনো খৰখৰ শব্দ হৈছিল আৰু জোচেফাইনে মৃত্যুমুখী অচিনাকি মানুহটোক বচাবলৈ আগবাঢ়ি যাব খুজিছিল, তেতিয়াই মঁচিয়ই পত্নীক কোনো কথা কবলৈ নিদি নিজে মাখোন কৈছিল:

"তুমি ক্ৰছ স্পৰ্শ কৰি শপত খাইছিলা—তাত কোনো নাই"।

# নিকোলাই গগল

## (১৮০৯—১৮৫২)

গগল আধুনিক ৰুছ সাহিত্যৰ প্ৰতিষ্ঠাতা। এই সংকলনত অন্তৰ্ভুক্ত 'অভাৰকোট' গল্পটোৰ সম্পৰ্কত দস্তয়েভস্কিয়ে মন্তব্য কৰিছিল যে, 'আমি সকলোৱেই সেই 'অভাৰকোট'ৰ পৰাই নিৰ্গত হৈছো।'

মানৱীয়তা আৰু সামাজিক ন্যায় প্ৰতিষ্ঠা গগলৰ সাহিত্যকৰ্মৰ মৌলিক দিশ। তেওঁৰ ব্যঙ্গ সমালোচনামূলক বাস্তৱবাদৰ ধাৰক, আৰু সমাজচেতনা উত্তৰকালৰ ৰুছ সাহিত্যৰ বাহক।

# অ'ভাৰকোট

বিভাগটোৰ নামটো ... ও'হো বিভাগটোৰ নামটো কি সেইটো কৈ দিয়াটো উচিত নহয় বুলিয়েই মই ভাবো। কাৰণ প্ৰতিৰক্ষা বিভাগেই হওক বা আন কিবা বেলেগ বিভাগেই হওক সকলো চৰকাৰী বিভাগেই আজিকালি অতি বদমেজাজী হৈ গৈছে। আজিকালি কাৰোবাক ব্যক্তিগতভাৱে অপমান কৰিলেও তাক গোটেই সমাজেই গা-পাতি লবলৈ ধৰিছে। এই লৈ এটা গল্প মনত পৰিছে—কোনো এখন চহৰৰ এজন আৰক্ষী পৰিদৰ্শকৰ পৰা এটা অভিযোগ আহে য'ত তেওঁ বিনাস্বত্বে ঘোষণা কৰে যে দেশৰ সকলো বিভাগেই অতি জঘন্য হৈ পৰিছে আৰু সেইবোৰৰ মাজত তেওঁৰ পবিত্ৰ নামটোও জড়িত হৈ পৰিছে। এটা বিশেষ বিভাগত এজন বিশেষ কৰ্মচাৰীয়ে কাম কৰিছিল। তেওঁ বৰ বিশেষ লেখত লবলগীয়া মানুহ নাছিল। চিট্‌ মিটিয়াকৈ চুটি চাপৰ, মুখত আইৰ দাগ, ঈষৎ মুগা চুলিৰে, দৃষ্টি শক্তি কম, সোঁতোৰা পৰা গালেৰে মুঠতে কম স্বাস্থ্যৰ মানুহজন। তেওঁৰ ডিজিগ্‌নেচনটো, আচলতে ডিজিগ্‌নেচনটোহে আমি জানিবলগীয়া প্ৰথম কথা। তেওঁ হ'ল অনন্ত কালৰ শাসনকৰ্তা। বহু লিখকৰ বাবে ব্যঙ্গ আৰু কৌতুকৰ সম্বল। নাম তেওঁৰ বাছমাচকিন। বাছমান মানে জোতা। কিন্তু ক'ত, কেনেকৈ, কেতিয়া এই জোতাৰ নামৰ পৰা তেওঁৰ নামৰ উৎপত্তি হ'ল সেইটো জনাৰ উপায় নাই। তেওঁৰ প্ৰথম গোত্ৰজ নাম আকা-কাই আকাকিয়েভিচ। পাঠক আচৰিত হব পাৰে; কিন্তু আচৰিত হব লগীয়া কোনো কাৰণ নাই। কাৰণ তেওঁক এই নামেৰে নামাকৰণ কৰাৰ বাহিৰে আন উপায় নাছিল। ঘটনাটো এনে ধৰণৰ— মোৰ যদি ভুল হোৱা নাই তেন্তে আকাকাইৰ জন্ম মাৰ্চ মাহৰ একুৰি

হুদিন যোৱাত। এক চৰকাৰী চাকৰিয়ালৰ পত্নী তেওঁৰ মাকে বিধি-মতেই তেওঁৰ পুত্ৰক খৃষ্টান ধৰ্মত দীক্ষিত কৰিছিল। ইভান ইভান-ভিচ য়েৰোস্কিন নামৰ তেওঁৰ ধৰ্মপিতৃ চিনেটৰ ৰব কেৰাণী আৰু আৰিণা চেমিঅ'নভা য়েৰোস্কিন তেওঁৰ ধৰ্মমাতৃ। তেওঁৰ ধৰ্মমাতৃয়ে তেওঁৰ কাৰণে তিনিটা নাম বাচিছিল—মকে, চাচী আৰু এক শ্বহীদৰ নামেৰে খ'জদামত। "ওঁহো সেইবোৰ ভাল নাম নহয়"—ভদ্ৰ মহিলাই ভাবিলে। মনত শান্তনা পাবৰ কাৰণে পঞ্জিকাৰ অন্য পৃষ্ঠা এটা মেলি আকৌ তিনিটা নাম বাচিলে—ট্ৰিফিল্লী, ডুলা আৰু ভাৰাখাচি। বৰ্তমানে দিগদাৰ—সকলোবোৰেই বিযোৰীয়া নাম। ভাৰাদাত বা আনকি ভাকথ হলেও যেই নহওক; কিন্তু ত্ৰিফিল্লী, ডুলা ভাৰাখাচি এইবোৰো নাম হব পাৰে নেকি? আকৌ আন এটা পৃষ্ঠা মেলিলে। আন দুটামান নাম পালে। পাভাচিকাখী, ভাখটিছি। "ওঁহো" বৃদ্ধাই মুখ এঙ্গালে—"এতিয়া মই নিশ্চিত যে এয়া অদৃষ্টৰ ওপৰতহে নিৰ্ভৰ কৰে। গতিকে তাক তাৰ দেউতাকৰ নামটোকে দিয়াই ভাল হব" তেওঁৰ দেউতাকৰ নাম আকাকা আছিল। গতিকে তাৰ নাম আকাকাই ৰখাই ভাল হব। এইদৰেই তাৰ নাম আকাকাই আকাকিয়েভিচ ৰখা হ'ল। আচল কথাৰ পৰা আঁতৰি অহা হ'ল এই কাৰণেই যে এই প্ৰসঙ্গটো ইয়াত অতি প্ৰয়োজনীয় আছিল আৰু তেওঁক ইয়াৰ বাদে আন নাম দিয়া নেযায়। কেতিয়া কিমান বয়সত কেনেকৈ সি কামত যোগদান কৰিছিল সেইটোও কোনেও কব নোৱাৰে। কোনে তেওঁক নিয়োগ কৰিছিল সিও অজ্ঞাত। ডিৰেক্টৰৰ পিছত ডিৰেক্টৰ আহিল-গ'ল; কিন্তু তেওঁ সেই একে ঠাইতে একে অফিচৰ একে পদতে এজন নকল নবিচ হিচাবে থাকি গ'ল। বিভাগৰ কোনো কৰ্মচাৰীয়েই তেওঁক সন্মান নকৰে। তেওঁ অফিচলৈ সোমালে বা কোঠাৰ মজেদি পাৰ হৈ গ'লে আনকি খেছুৰা কেইটায়ো গৈ তেওঁক কোনো সন্মান নেদেখুৱায়। তেওঁতকৈ

পুৰণি কৰ্মচাৰী সকলেও তেওঁক কোনো ভাল ব্যৱহাৰ নকৰে। সহ-কাৰী বৰবাবুৱে কাগজৰ দ'ম এটা তেওঁৰকালে হেঁচুকি দি ক'ব "—এইবোৰ কপি কৰা। বৰ মজাৰ কামহে!" তেওঁ মাত্ৰ কাগজৰ দ'মৰ ফালে এবাৰ চাব আৰু সেইটো ওচৰলৈ চপাই আনিব। কোনে দিছে, দিওঁতাজনৰ সেইখিনি দিয়াৰ অধিকাৰ আছে নে নাই সেইবোৰ লৈ মূৰ নঘমায়। কাগজখিনি ল'ব আৰু নকল কৰাত লাগি যাব। অফিচৰ চেঙেলীয়া কৰ্মচাৰী সকলে তেওঁক লৈ ফূৰ্তি কৰে, গল্প কৰে। তেওঁৰ ভাৰাঘৰৰ মালিকনী বুঢ়ীয়ে তেওঁক সদায় মৰিয়াই বুলি কৈ মজা কৰে। তেওঁৰ লৈতে সেই সত্তৰ বছৰীয়া ঘৰৰ মালিকনীৰ বিয়াখন কেতিয়া হ'বগৈ বুলি কৈ গিৰ্জনি মাৰি হাঁহে। ফটা কাগজৰ সৰু সৰু বল সাজি বিয়াত দিবা কইনাৰ মূৰত চাউল মৰাদি মাৰে। আকাকাইয়ে তেওঁলোকক তাৰ কোনো প্ৰত্যুত্তৰ নিদিয়ে বা তেওঁৰ কামও বন্ধ নকৰে। তেওঁক যেন কোনেও একোৱেই কোৱা নাই। সেই সময়তো কপি কৰাত তেওঁৰ কোনো বেমেজালি নঘটে। তেওঁ কাম নকৰা অৱস্থাত যদি কোনোবাই তেওঁক জোকায় তেতিয়া তেওঁ মাথো কয়,—"অলপ শান্তিৰে বহিবলৈ দিয়াচোন! মোক বিৰক্ত কৰিনো কি পোৱা?" নতুনকৈ অহা চাকৰিয়ালবোৰেও তেওঁক এনে ব্যৱহাৰেই কৰে। কিন্তু মান তাৰ পৰা বদলি হৈ যায়। তাৰ বহুদিন পিচত আনন্দ ফূৰ্তিৰ সময়ত যদি কাৰোবাৰ এই কেৰাণী জনলৈ মনত পৰে তেন্তে তেওঁৰ সেই পুতৌ লগা বাক্য শাৰীয়ে আন এটা বাৰ্তাও কঢ়িয়াই আনে,—"মোকনো কিয় এনে কৰা? মইতো তোমালোকৰেই ভাই!" তেনেবোৰ মুহূৰ্তত সেই চেঙেলীয়া বোৰৰ মনত মানুহৰ প্ৰতি দেখুওৱা ভণ্ডামিৰ প্ৰকাশ ঘটে। তেওঁ-লোকে নিজে নিজেই লাজ পায়। ভৱিষ্যতৰ চিন্তাত শিঁয়ৰি উঠে। শিক্ষিত-মাৰ্জিতৰ মুখাখন তেতিয়া নিজৰ ওচৰতেই খোল খাই যায়।

নিয়মানুৱৰ্ত্তিতা আৰু সময়নিষ্ঠাৰে তেওঁ তেওঁৰ কাম নিয়াৰিকৈ

আন্তৰিকতাৰে সম্পন্নকৰে। নকল কৰি থাকোতে তেওঁ সদায় প্ৰফুল্ল-চিত্তে থাকে। মুখেৰে চুপুক চাপাক শব্দ কৰি, ঘন ঘনকৈ চকু টিপিয়াই তেওঁ যেতিয়া নকল কৰি থাকে তেতিয়া তেওঁৰ মুখমণ্ডল চালেই গোটেই মানুহটোকে পঢ়ি পেলাব পাৰি। এজন ডিৰেক্টৰে তেওঁক তেওঁৰ দীৰ্ঘদিনীয়া কৰ্মজীৱনৰ পুৰস্কাৰ হিচাবে, তেওঁ 'গতানু-গতিক কৰি অহা নকলতকৈ বেলেগ কাৰ্যালয় এটাৰ এটা শেষ হোৱা মোকৰ্দমাৰ নকল লিখিবলৈ হুকুম দিলে। তেওঁক এনেকৈ লিখিবলৈ কোৱা হ'ল যে শিৰোনামাবোৰ সলনি কৰি নতুন শিৰোনামা দি অসমাপিকা ক্ৰিয়াবোৰ প্ৰথম পুৰুষৰ পৰা তৃতীয় পুৰুষলৈ সলনি কৰিব লাগিব। তেওঁৰ বাবে এইটো ইমান কঠিন কাম আছিল যে হুকুমটো শুনিয়েই তেওঁৰ ঘামি-জামি কঁপনি জ্বৰ উঠাৰ উপক্ৰম হ'ল। চকু কপালত উঠিল। তেওঁ ক'লে– "ওঁহো মোক কিবা এটা নকল কৰিবলৈকে দিয়ক; এইবোৰ মই নোৱাৰো।" তাৰপিছত তেওঁ নকল নবিচ হিচাপেই আকৌ থাকি গ'ল। নকল কৰাৰ বাহিৰে যেন পৃথিবীত তেওঁৰ আৰু আন একো কামেই নাই। তেওঁৰ পোচাকৰ বং গৈ বৰ মুহি ফুটফুটীয়া হ'ল। সৰু ঠেক কলাৰটো আৰু তললৈ নামি যোৱাৰ ফলত তেওঁৰ মধ্যমীয়া দৈৰ্ঘ্যৰ ডিঙিটো বেছি দীঘল যেন লগা হ'ল। কলাৰটো দেখিলে এনে ভাব হয় যেন মূৰত পাচি তুলি লৈ মালবস্তু বেচি ফুৰা ফেৰীৱালাৰ ডিঙিটোহে ওজনৰ ভৰত তললৈ নামি গৈছে। তেওঁৰ পোচাকত খেৰকুটা বা চিগা সূতা জাতীয় কিবা এটা লাগি থাকেই। তদুপৰি কেতিয়াবা কেনিবা ফুৰি-বলৈ গ'লে দোকানৰ কাষেৰে-পাজৰে জাবৰ-জোঠৰ দলিয়াই পেলাওঁতে সেইবোৰো তেওঁৰ টুপীত লাগেহি। কেতিয়াবা ক'ৰবাৰ পৰা দলি-য়াই দিয়া গেলা-বঙালাউৰ টুকুৰা বা তেনেকুৱা জাবৰ-জোঠৰ আহি গাত পৰেহি। নিজৌ ঘটি থকা এইবোৰ কাণ্ডৰ কাৰণে আকাকাই কোনো দিনেই চিন্তিত নাছিল। আকাকাইৰ লগৰীয়া-

বোৰে অৱশ্যে এইবোৰ কথালৈ চকু দিছিল আৰু তেওঁক উপলুঙাও কৰিছিল।

আকাকাইয়ে নিজৰ হাতখনৰ ওপৰত গভীৰ আস্থা ৰাখিছিল। অফিচ ছুটি হোৱাৰ পিছত তেওঁৰ মিহি হাতখনৰ বেখা বিলাক চাই আনন্দতে ঘৰ পাইছিলগৈ আৰু সমনীয়া বিলাকৰ লগত ফূর্তি কৰিছিল। অফিচলৈ গৈয়ো হাঁহি হাঁহি নকল কৰা কামত লাগি-ছিল। ভাগৰে-জুগৰে গৈ যেতিয়া ঘৰ পাইগৈ, মুখত কিবা এটা দি শোৱে তেতিয়া কি খালে কি বলে আকাকাইৰ সেইবোৰ মনত নেথাকে। কি খালে সেয়া ভগৱানৰ দান বুলি ভাবি শুই থাকে। কেতিয়াবা বাতি আকৌ ভোক লাগে, তেতিয়া দোৱাত কলম লৈ অফিচৰ পৰা অনা কাগজ পত্ৰবোৰ নকল কৰিবলৈ আৰম্ভ কৰি দিয়ে।

চহৰখন পুহৰি পুহৰি অৱস্থাত দেখা সময়ত যেতিয়া আকা-কাইৰ লগৰ কৰ্মচাৰী সকল দৈনন্দিন জীৱন যাত্ৰাৰ বাবে সাজু হয়, তেতিয়াহে আকাকাইৰ মনত কামলৈ যোৱাৰ চিন্তা আহে আৰু ঘৰত এইবোৰ এনেয়ে কৰিলো বুলি চিন্তা হয়। তেওঁ চিন্তা কৰে যে বাকী কৰ্মচাৰীবোৰে আলিবাটত টহল দিয়ে, চিনেমা চায় বা ছোৱালী জোকায় ফুৰে। মইনো সেইবোৰ কৰিব নোৱাৰো কিয়? তেওঁৰ ঘৰৰ কাষৰে পাঁজৰে যিমানবোৰ কৰ্মচাৰী ল ছআসিকলো বোৰৰে প্ৰায় একে অভ্যাস। তেওঁ কিন্তু এইবোৰলৈ কোনোদিন ভ্ৰূক্ষেপ কৰা নাছিল। নকল নবিচৰ কামতেই সম্পূৰ্ণ মনোনিবেশ কৰিছিল। আচলতে কবলৈ গ'লে চাৰিশ কবল দৰ্ম্মহাৰে এটা শান্তি-পূৰ্ণ জীৱনেই তেওঁ কটাইছিল। হয়তো তেনেকৈয়ে দিন পাৰ হৈও গ'লহেঁতেন। কিন্তু তেনে সময়তে তেওঁৰ জীৱনলৈ এটা বিপৰ্যয় নামি আহিল। যিটো বিপৰ্যয় যি কোনো গণ্য-মান্য ব্যক্তিৰো হব পাৰে।

চাৰিশ কৰল দৰ্মহা পোৱা মানুহৰ বাবে চহৰ অভিশাপ স্বৰূপ। কোনোবাই ক'ব পাৰে চহৰবোৰ স্বাস্থ্যকৰ কিন্তু দেখা যায় পুৱা আঠ বজাতে ৰাস্তা-ঘাটবোৰ মেটোৰ কেৰাণাৰে ভৰি পৰে ; সকলোৱে যেন ক'ৰবাত বাট-পথ এৰি লুকাবলৈ যত্ন কৰে। সেই সময়ছোৱাত বৰ বৰ কেৰাণী-মহৰীয়েও ঠাণ্ডা বা বেজাৰ পাহৰি চকুত পানী মাৰি কামলৈ ওলাই যায়। জীৱন আৰু জীৱিকাৰ বাবে এই যুঁজ খন আকাকাইঁতৰ দৰে সংগ্ৰামী মানুহবোৰৰ মাজত অহৰহ চলি আহিছে। এটা সময়ত আকাকাইয়ে সচাঁকৈয়ে অতি ঠাণ্ডাত ভুগিব লগীয়া হৈছিল। পৰিস্থিতিৰ লগত সদায় যুঁজ বাগৰ কৰি কামত যোগ দিবলৈ যোৱা অৱস্থাটোত তেওঁৰ ব্যতিক্ৰম ঘটিল। তেওঁ চিন্তা কৰিলে৷ "মোৰ গাতেই দোষ নে মোৰ কোট চোলাটোৰ গাতে দোষ।" অতি সতৰ্কতাৰে নিৰীক্ষণ কৰি দেখিলে যে তেওঁৰ কোট চোলাটো তিনি-চাৰি ঠাই মানত একেবাৰে উৰঁগি গৈছে। তেওঁৰ কোট চোলাটো অৱশেষত গৈ তেওঁৰ অফিচৰ সহকৰ্মী সকলৰো হাঁহিৰ সমল হৈ পৰিল। প্ৰতি বছৰ জাৰৰ দিনত তাপলি মাৰোতে মাৰোতে অৱশেষত ই এটা বেলেগ ৰূপ ল'লেগৈ। সমাসাটোৰ কথা ভাবি তেওঁ এদিন ঠিক কৰিলে যে চাৰিতলাত থকা নিপুণ দৰ্জী পেট্ৰভিচৰ ওচৰলৈৰ নি কোটটো মেৰামতি কৰিব। আন কৰ্ম-চাৰী বিলাকৰ সাজ-পোচাকো তেওঁ চিলাই দিয়ে। তেওঁৰ আচল নামটো গ্ৰেগৰী আছিল আৰু আগতে কোনোবা জমিদাৰৰ ক্ৰীত-দাস আছিল। মুক্তি পাই তেওঁ অতিপাত মদ খাবলৈ ললে। মদ খাই লৈ ঘৈণীয়েকক, "শুক-গোসাঁই নমনা নীচজাতৰ মাইকী" ধৰণৰ গালি পাৰিবলৈ ললে। তেওঁৰ ঘৈণীয়েকৰ বিষয়ে কোনেও একো নেজানিছিল—মাত্ৰ ইয়াকে জানিছিল যে পেট্ৰভিচৰ এজনী ঘৈণী-য়েক আছে, পিন্ধা উৰা কোনো ঠিক নাই, দেখিবলৈ সিমান বাকও নহয়।

খট্‌খটীয়েদি পেট্ৰ্‌ভিচৰ ওচৰলৈ উঠি গৈ থাকোতে আকাকা-ইৰ নাকত ভেকেটা ভেকেট গোন্ধ এটা লাগিলহি। ওলোমাই থোৱা কাপোৰ কানি পাইজামা আদি ইফালে সিফালে গাত লাগি-লেহি। খট্‌খটীয়েদি উঠি গৈ থাকোতে তেওঁ ভাবিলে, "পেট্ৰ্‌ভিচে বাৰু মেহনতী কিমান বিচাৰিব?" তেওঁৰ হাতত যে মাত্ৰ দুই কবলহে আছে। দুৱাৰ খোলাই আছিল আৰু পেট্ৰ্‌ভিচৰ ঘৈণীয়েকে বন্ধা-বঢ়া কৰি থকা কাৰণে কোঠাটো ধোৱঁাময় হৈ আছিল। আকাকায়ে সেই ধোৱঁাময় কোঠাটোৰ মাজেদিয়েই পোনে পোনে দৰ্জীৰ কাম কৰা কোঠাটোলৈ সোমাই গ'ল। তেতিয়া পেট্ৰভিচে ডিঙিত নীলা কাপোৰ এখন আৰু সূতা এডাল মেৰিয়াই আঁঠুৰ ওপৰত এদ'ম কাপোৰ থৈ উকা টেবুল এখনত বহি কাম কৰি আছিল। প্ৰায় তিনি মিনিটমান সময় ধৰি তেওঁ বেজীটোত সূতা-ডাল ভৰাবলৈ চেষ্টা কৰি ব্যৰ্থ হৈ নিজে নিজে ভোৰভোৰাই একান্ত মনে আকৌ চেষ্টা কৰি গ'ল—"ধাঃ চালা কুলক্ষণীয়া পাষণ্ড। এই সোমাল, চা পাগল।" তেওঁৰ কথা শুনি আকাকায়ে বিচ্‌কৃটি খালে। তেওঁ ভাবিলে দৰ্জী খঙত আছে, অভাৰকোটটো এতিয়া নিদি পাছত মনৰ অৱস্থা ভাল থকা অৱস্থাত দিয়াহে ভাল হব। নতুবা ঘৈণী-য়েকে গালি পাৰিলে পেট্‌ভিচে সাধাৰণতে গ্ৰাহকৰ লগত ভাল ব্যৱ-হাৰ কৰে। তেতিয়া ঘৈণীয়েকে মাজতে আহি কৰহি—"মদৰ জালত কম পইচাতে কাম কৰি দিবলৈ কৈছা!" তেতিয়া আৰু দহ কোপেক দি দিলেই কাম হাচিল। এতিয়া তেওঁ অসন্তুষ্ট হৈ আছে। আকা-কায়ে এইবোৰ ভাবি-চিন্তি মনে মনে উলটি যোৱাই ভাল হব বুলি চিন্তা কৰি উভতিবলৈ সাজু হওঁতেই পেট্‌ভিচে তেওঁক দেখা পালে আৰু আকাকায়ে তেওঁৰ মত সলনি কৰি ফটকৰে পেট্ৰভিচক অভি-বাদন জনালে আৰু অলপ ওচৰলৈ গৈ কৰমৰ্দন কৰিলে। তাৰ পিছত আকাকায়ে কিনো বস্তু নিছে, চালে। "—মই এইমাত্ৰ মাতিছে......

এইটো ইয়াত" এনে অৱস্থাত আকাকাইৰ ব্যাকৰণৰ নিয়মৰ কোনো ঠিক নেথাকে— আনকি বাক্য একোটাও শেষ কৰিব নোৱাৰে।

"কি আনিলা সেইটো ?" বুলি কৈ দৰ্জীয়ে আকাকাইৰ হাতৰ পৰা সেইটো লৈ তন্ন তন্নকৈ পৰীক্ষা কৰিলে। কোটটোৰ কলাৰৰ পৰা আৰম্ভ কৰি হাত, পিঠিফাল, বুটামৰ ফুটা সকলোবোৰ পেট্ৰি-ভিচৰ চিনাকি ; কাৰণ কোটটো পেট্ৰিভিচেই চিলাই দিছিল। গ্ৰাহকৰ লগত দৰ্জীবোৰে এইদৰেই প্ৰথম কথা বতৰাৰ পাতনি মেলে।

"অঁ এনেকৈ পেট্ৰিভিছ......কোটটো মোৰেই, কাপোৰ...তুমি চোৱা এয়া ইয়াত ঠিকেই আছে...... অলপ-চলপ ধূলি লাগিছে .. আচলতে কোটটো নতুনেই হৈ আছে......এইখিনিতে অলপমান... কান্ধত......হাতটোত সেয়াই..... বৰ বেছি কাম নাই।

সেই লেতেৰা উৰঁলি যোৱা কোটটো লৈ পেট্ৰিভিচে তেওঁৰ মেজৰ ওপৰত মেলি দি নিৰীক্ষণ কৰিলে। মূৰটো অলপ জোকাৰিলে। তাৰ পিচত নস্যৰ টেমাটো আনি নাকত অলপ নস্য লৈ কোটটো খিৰিকিৰ কাষলৈ নি পোহৰৰ বিপৰীতে দাঙি ধৰি পৰীক্ষা কৰিলে। চাই চাই আপোনমনে মূৰ জোকাৰিলে। ভিতৰৰ কাপোৰটো চাই আকৌ মূৰ জোকাৰিলে। নস্যৰ টেমাটোৰ ঢাকনিখন বন্ধ কৰি থৈ দি ক'লে।,

"ওহোঁ এইটো ঠিক কৰিব পৰা নহব। একদম উৰঁলি গৈছে।"

কথাষাৰ শুনি আকাকাইৰ মুখখন ক'লা পৰি গ'ল। অন্তৰখনে ঢপ্‌ঢপাবলৈ ললে। এটা সৰু ল'ৰাই কৰা আবদাৰৰ সুৰত ক'লে, কিয় পেট্ৰিভিচ কান্ধৰ ওপৰতহে অলপ ··· ··· ডুটুকুৰা মান কাপোৰ লি দিলেই ··· ··· ···।

"টুকুৰা কাপোৰৰ কাৰণে মোৰ কোনো দিগদাৰ নাই। কিন্তু এইটো চিলাই কৰিম কেনেকৈ ? বেজীৰে ধৰিবলৈকে ঠাই নাই। ফেৰফেৰীয়া বতাহত এইটো মেলি দিয়াচোন, টুকুৰা টুকুৰ হৈ চিগি এৰাই যাব।"

"যি কোনো উপায়েৰে চিলাই দিয়া আৰু ·· ··· তাৰ মানে মই আচলতে ··· ···"

"ওহোঁ৷ কৰিব পৰাখিনি ইতিমধ্যেই কৰা হৈ গৈছে, এতিয়া আৰু ইয়াৰ কৰিবলগীয়া একো নাই। তুমি এটা কাম কৰা, এইটো দীঘল দীঘলকৈ কাটি জাৰৰ দিনত ভৰিত পাক দি মেৰিয়াই ল'ব পৰাকৈ চিলাই লোৱা। কাৰণ মোজা এজোৰ কিনিবলৈ তোমাৰ বহুত পইচা লাগিব। আৰু জাৰ পৰিলেতো তুমি এটা নতুন কোট লবই লাগিব।" ব্যৱসায়ীক ঢঙত পেট্ৰভিচে কথা কেইষাৰ ক'লে।

পেট্ৰভিচৰ কথাত আকাকাইৰ মূৰটো আচন্দ্ৰাই কৰা যেন লাগিল। কোঠাটো যেন শূন্যত ওপঙি আছে। মাত্ৰ এটা বস্তুৱে তেওঁৰ চকুত স্পষ্টকৈ ধৰা দিলে—সেইটো হ'ল পেট্ৰভিচৰ নস্যৰ টেমাটোৰ সাফৰ খনত থকা পেটুৱা বাঙ্কসৰ দৰে মানুহৰ ছবিটো।

"—তুমি ·· ··· নতুন এটা লোৱাৰ কথা কৈছা! কিন্তু মোৰ যে পইচাই নাই!"

"অঁ-অঁ, নতুন এটা লোৱাৰ কথা কৈছো।" পেট্ৰভিচে কলে।

"বাৰু নতুন এটা ললে কিমান পৰিব?"

"মানে দামৰ কথা সুধিছা?"

"অঁ"

ওঁঠত এটা অৰ্থপূৰ্ণ ইঙ্গিত বিৰিঙাই পেট্ৰভিচে ক'লে, "ডেৰশ ৰুবল মানত হৈ যাব।"

"ডেৰশ ৰু-ব-ল? এটা কোটত?" স্বভাৱ অনুসৰি লাহে লাহে আৰু প্ৰায় শব্দ নকৰাকৈ কম কথা কোৱা আকাকায়ে জীৱনত প্ৰথম বাৰৰ কাৰণে ডাঙৰকৈ চিঞৰি উঠিল।

"হয় হয়। তাতকৈ বেছি দামৰো চিলাব পাৰা। বঢ়িয়া কলাৰ আৰু চিল্কৰ লাইনিং দিলে প্ৰায় দুশ ৰুবলমান পৰিবগৈ।"

পেট্ৰভিচৰ কথা তল পেলাই আকাকাইয়ে আকৌ কলে, “যি কোনো উপায়েৰে ইয়াকে আপনি মাৰি দিয়া ভাই! অন্ততঃ আৰু দুদিনমান যোৱাকৈ কৰি দিলেই হব।”

“হে নহব নহব। সেইটো পইচা আৰু সময় খৰচৰ বাদে একোৱেই নহব।” পেট্ৰভিচৰ কথা শুনি আকাকাই এটা নিচা লগা মানুহৰ দৰে তাৰ পৰা চুচুক চামাককৈ আঁতৰি গ’ল।

আকাকাই গুচি যোৱাৰ পিচত পেট্ৰভিচে কিছু সময় নিঠৰ হৈ ৰহি থাকি তেওঁক এবাৰ যাব পৰা বাবে স্বস্তিৰ নিশ্বাস পেলালে।

ৰাস্তালৈ নামি আহি আকাকাইৰ এনে ভাব হ’ল, তেওঁ যেন এটা সপোনহে দেখিছিল। পগলাৰ দৰে নিজে নিজে কিবা বকি বকি তেওঁ খোজ দিলে। “—বাৰু সেইটোও আতঁৰাব লাগিব।” তাৰ পিচত আকৌ কিছু সময় কোনো মাতবোল নাই। —“বাৰু! এতিয়ানো কোনে ······। কি যে এটা ······ সেইটো তল ওপৰ।” এইদ’ৰ তেওঁ নিজৰ ঘৰলৈ যোৱা ৰাস্তা এৰি একো নভৰা নিচিন্তাকৈ আন এপিনে গৈ থাকোতে হঠাৎ ক’ৰবাৰ পৰা পথাৰত কাম কৰি অহা মানুহ এটা আহি আকাকাইৰ গাত খুন্দিয়াই তেওঁৰ কান্ধৰ পৰা পিঠিলৈকে বোকা সানি থৈ গুচি গ’ল। নতুনকৈ সাজি থকা এটা ঘৰত ওপৰৰ পৰা সম্পূৰ্ণ এটিন চূণ তেওঁৰ মূৰতে পৰিল। সেইবোৰ পাৰ হৈ গৈ থাকোতে আকৌ হঠাৎ পুলিচ এটাৰ গাতে আকাকায়ে খুন্দা মাৰি দিলে। পুলিচটোৱে তাৰ চাধাৰ টেমাটো খুলিবলৈ একান্ত মনে চেষ্টা কৰি আছিল। সিও তেওঁক গালি পাৰিলে, “ক’ত জহন্নামে যাবলৈ আহিছ ঐ কণা বাস্তা দেখা নাই? নে খাই ক’ব নোৱাৰা হৈ আহিছ?” তেতিয়াহে আকাকাইৰ সম্বিত ঘূৰি আহিল আৰু ঘৰৰফালে উভতিল। তেওঁ কথাবোৰ আকৌ ভাবিলে। “ওহোঁ পেত্ৰভিছৰ লগত তৰ্ক কৰি লাভ নাই ·· ·· সি এটা···ঘৈণায়েকৰ লগত তাৰ নিশ্চয় কিবা কাজিয়া লাগি

আছিল। অন্য দেওবাৰে মই তাৰ ভালৈ যোৱাটোৱেই ভাল হব। সি সাধাৰণতে মদ খাই থাকে। মই গৈ তাক দহ কোপেক দি দিম। তেতিয়া নিশ্চয় সি মোৰ কথা শুনিব আৰু কোটটো ... ...।" এই কথাটো ভাবি আকাকাইৰ মনটো হঠাৎ উৎফুল্লিত হৈ উঠিল।

সেই মতেই দেওবাৰে তেওঁ পেট্ৰভিচৰ ঘৰলৈ গৈ পেট্ৰভিচৰ ঘৈণীয়েক ঘৰৰ পৰা বাহিৰলৈ কেতিয়া ওলাই যায় চাই থাকিল। সেই মতেই পেট্ৰভিচৰ ঘৈণীয়েক বাহিৰলৈ ওলাই যাওঁতেই ফৎকৰে গৈ পেট্ৰভিচ্ৰৰ ওচৰ পালেগৈ। ভবা মতেই পেট্ৰভিচে নিছা-পানী খাই পৰি আছিল। তেওঁ আকৌ কোটটোৰ কথা ক'লত পেট্ৰভিচে ক'লে,—"নহব নহব তুমি এটা নতুন কোটৰ অৰ্ডাৰ দিব লাগিব।" "তেতিয়া আকাকাইয়ে দহ কোপেক পেট্ৰভিচলৈ দলি মাৰি দিলে। "বহুত ধন্যবাদ ডাঙৰীয়া।" পেট্ৰভিচে কলে,—"মই কিবা এটা কৰিম, মানে তোমাৰ স্বাস্থ্যৰ কাৰণে মই চুগিলাচমান মদ খাম। কিন্তু তোমাৰ পুৰণা জৰহামে যোৱা কোট নামৰ সেই লেতেৰা কাপোৰৰ টোপোলাটো মোক মেৰামতি কৰিবলৈ নকবা। মই তোমাক নতুন কোট এটা চিলাই দিম। বঢ়িয়া কোট এতিয়া সেইবোৰ সিমানতে বাদ দিলো।"

আকাকায়ে কোটটো মেৰামতি কৰাৰ কথাটো আকৌ ক'ব খুজিছিল। কিন্তু পেট্ৰভিচে তেওঁৰ কথাত কোনো গুৰুত্ব নিদি মঞ্চৰ জ্বালাতে চাং খনত বাগৰ সলাই ক'লে, "হব হব মই তোমাক একদম নতুন ধৰণৰ কোট এটা চিলাই দিম। বঢ়িয়া হওব।"

আকাকায়ে অৱশেষত দেখিলে যে নতুন কোট এটা লোৱাৰ বাহিৰে গত্যন্তৰ নাই। তেওঁ হতাশ হৈ পৰিল। নতুন কোট এটাৰ কাৰণে পইচা পাব ক'ত? তেওঁ অৱশ্যে উৎসৱৰ বানচ পাব। হলেও সেই পইচা খৰচৰ বিষয়ে আগতেই ঠিক কৰি থোৱা আছে। তেওঁ এটা পাইজামাও ল'ব লাগিব। তদুপৰি মুচিয়াৰৰ ওচৰতো বহু

টকা দেনা হৈ আছে। নতুন চোলা এটা, আণ্ডাৰপেণ্ট বনিয়নো ল'ব লাগে আৰু কৰলৈ ভাল নলগা আন কিবা কিবিও ল'ব লাগে।

ডিৰেক্টৰে যদিও তেওঁক চল্লিছ ৰুবলৰ ঠাইত পঞ্চলিছ বা পঞ্চাছ ৰুবলো দিয়ে তথাপি সিও এপাচি কচুশাকত এটা আলুক। কোট এটাৰ কাৰণে নোজোৰেগৈ। তেওঁ জানে যে পেট্ৰভিচে অতিপাত বেছি দাম লয়। এইক্ষেত্ৰত ঘৈণীয়েকেও খেচ খেচাই কয়, কেতিয়াবা কাপোৰবোৰ পৰা নামমাত্ৰ পইচা লৈ কাম কৰি দিয়া আৰু কেতিয়াবা এনে দাম কৰিবা যাতে তুমি নিজেও সেই দাম দি কিনিব নোৱাৰিবা। আকাকাইয়েও অৱশ্যে জানে যে পেট্ৰভিচে আশী ৰুবলতে তেওঁৰ কোটটো চিলাই দিব কিন্তু সেই আশী ৰুবলেইনো পাব ক'ত? আধাখিনি যেনেতেনে যোগাৰ হ'ব। তেওঁৰ এটা অভ্যাস আছে যে তেওঁ প্ৰতি ৰুবল খৰচ কৰোঁতে তাৰ দুই কোপেককৈ সৰু টলা লগোৱা বাকচ এটাত সাঁচি ৰাখে। প্ৰতি ছমাহত তেওঁ বাকচটো খুলি চায় আৰু তাত থকা তামৰ মুদ্ৰাবোৰৰ সম পৰিমাণৰ ৰূপৰ মুদ্ৰাৰে পুৰাই থয়। বহু বছৰৰ পৰাই এই দৰে সঞ্চয় কৰি অহা তেওঁৰ জমাৰ পৰিমাণ চল্লিছ ৰুবলতকৈও বেছি হৈছেগৈ। সেয়া মাত্ৰ আধাহে হ'ব। বাকী আধা? সেয়ে তেওঁ ঠিক কৰিলে যে তেওঁ তেওঁৰ দৈনিক খৰচ কমেও এবছৰৰ বাবে কিছু কমাব লাগিব। আবেলিৰ চাহ বাদ দিব লাগিব; এৰিব লাগিব মম জ্বলোৱাও। ৰাতি কিবা কৰিবলগীয়া থাকিলে ঘৰৰ মালিকনীৰ তালৈ গৈ তাতেই মমৰ পোহৰত কৰিব। খোজ কাঢ়োঁতে লাহে লাহে সাৱধানে খোজ কাঢ়িব লাগিব। নহ'লে সোনকালে জোতা ক্ষয় যাব। ধোবাৰ কামো যিমান পৰা যায় কমাব লাগিব আৰু ঘৰ আহি পায়েই কাপোৰ কানি খুলি থ'ব লাগিব।

প্ৰথম অৱস্থাত এই নিয়মবোৰ মানি চলিবলৈ তেওঁৰ বেছ কষ্ট হৈছিল। কিন্তু নতুন কোট এটা লোৱাৰ চিন্তাত শেষলৈ তেওঁৰ গধুলিৰ

আহাৰ পৰ্যন্ত নোখোৱাকৈ থকাৰ অভ্যাস এটা হৈছিলগৈ। আকাংক্ষায়ে নতুন নিয়ম-নীতিৰ মাজত থাকি দেখিলে যে তেওঁৰ আশা পূৰ্ণ হোৱাৰ পথত। তেওঁ যেন এতিয়া নতুনকৈ বিয়া পাতিবলৈ ওলোৱা ডেকা, নতুন লগৰীৰ আশাত বাকী সময় কটাই দিব। আৰু সেই লগৰী হৈছে কোট চোলাটো। জীৱনত এক মহান উদ্দেশ্য থকা মানুহৰ দৰে তেওঁ যেন শক্তি আৰু প্ৰেৰণা পালে। তেওঁৰ আচৰণত তেনে এটা ভাবেই প্ৰকাশ পালে। তেওঁৰ মনটো মাজে মাজে আনন্দ আৰু উৎসাহত উদ্ভাসিত হৈ উঠে। প্ৰতি ক্ষণতে তেওঁৰ মনত চিৰ আকাংক্ষিত কোটটোৱে ভুমুকি মাৰে। মাজে মাজে তেওঁ এই চিন্তাতে অন্যমনস্কও হয়। এদিন তেওঁ নকল কৰি থাকোঁতে এটা ভুল কৰি পেলালে। মাহত কমেও এবাৰ তেওঁ পেট্ৰভিস্কিৰ দোকানলৈ যায় আৰু গৈ কোটটোৰ কাৰণে কৰ পৰা কাপোৰ কিনিলে ভাল হব, কেনেকুৱা ৰং হব লাগিব, দাম কিমান দিলে ভাল হব, সেইটো লৈ তেওঁ সুখী হবনে ইত্যাদি আলোচনা কৰে। এটা কথা চিন্তা কৰি তেওঁৰ ভাল লাগে যে সোনকালেই তেওঁ এটা কোটৰ গৰাকী হ'ব। ক্ষণটো তেওঁ আশা কৰাতকৈ আগতে আহিল। তদুপৰি তেওঁ আশা কৰা মতে চল্লিছ বা পঞ্চাছ ৰুবল নিদি ডিৰেক্টৰে তেওঁক যাঠি ৰুবল বনাচ দিলে। তাৰ পিচ দিনাই পেট্ৰভিচৰ লগত তেওঁ কাপোৰৰ দোকানলৈ গ'ল। প্ৰায় এমাহমান আগৰ পৰাই কাপোৰৰ দৰদাম কৰি কাপোৰ পছন্দ কৰিয়ে থোৱা আছিল। সেই দিনাই, এটা কোটৰ জোখাৰে এটুকুৰা কাপোৰ কিনি পেলালে। ভিতৰৰ লাইনিঙৰ কাৰণেও এটুকুৰা কাপোৰ কিনিলে। মেকুৰী কাণৰ নিচিনা কলাৰ এটা দিয়াই ঠিক কৰিলে; কাৰণ আন ধৰণৰ কলাৰৰ দাম বেছি। আন কিবাকিবি চিলোৱাৰ কাম থকা কাৰণে কোটটো চিলাওঁতে পেট্ৰভিচৰ দুসপ্তাহ লাগিল। মজুৰীৰ বাবদ তেওঁ বাৰ ৰুবল ল'লে। বঢ়িয়াকৈ ডিজাইন দি কোটটো চিলাই দিলে। শেষত যি দিনা পেট্ৰভিচে আকাকাইক কোটটো দিলে, সেইদিনটো যে কি এটা

অবর্ণনীয় ফূর্তিৰ দিন আছিল তেওঁৰ কাৰণে ! খুব সম্ভৱ এই দিন টোৱেই তেওঁৰ জীৱনৰ আটাইতকৈ স্মৰণীয় দিন। তেতিয়া জাৰ পৰিছে। এজন ভাল দৰ্জী বুলি প্ৰতিপন্ন কৰিবৰ কাৰণে পেট্ৰভিচে কোটটো নিজেই দিবলৈ আহিল। তেতিয়া আকাকাইৰ মুখত যি গাম্ভীৰ্য আৰু উজ্জ্বলতা দেখা গৈছিল, তেনে ভাব তেওঁৰ মুখত আগতে কেতিয়াও দেখা নগৈছিল। তেতিয়া তেওঁৰ দুই ধৰণৰ দৰ্জীৰ কথা মনলৈ আহিছিল। এবিধে মাত্ৰ ফটা-চিটা কাপোৰ জোৰা তাপলি মাৰে আৰু আনবিধে বঢ়িয়াকৈ নতুন কাপোৰ চিলায়। কোটটো বান্ধি অনা ৰুমাল খন খুলি তেওঁ কোটটো ললে আৰু ধোবাৰ ঘৰৰ পৰা নতুনকৈ ধুই অনা ৰুমাল খন পিচত ব্যৱহাৰ কৰিবৰ কাৰণে ভালকৈ থৈ দিলে। কোটটো পিন্ধিবৰ কাৰণে তেওঁৰ মনটো উচ্-পিচাই আছিল। পেট্ৰভিচে হাত খন দাঙি আকাকাইৰ কোটটো পিন্ধাত সহায় কৰি দিলে। তেওঁৰ গাত কোটটো বঢ়িয়াকৈ খাই পৰিল। এই সুযোগতে পেট্ৰভিচে তেওঁৰ দৰ্জী বিদ্যাক লৈ সুৱলা বক্তৃতা এটা দি দিলে আৰু কলে যে আন দৰ্জীয়ে ইমান কমদামত ইমান ভালকৈ এটা কোট চিলাই দিব নোৱাৰে। আনে হোৱা হলে, এইটোত কমেও পঁয়সত্তৰ ৰুবল ললেহেঁতেন। দামদৰ লৈ আলোচনা কৰিবলৈ আকাকাইয়ে ভাল নেপালে। কাৰণ বেছি দামৰ কথা শুনি-লেই তেওঁৰ ভয় লাগে। আকাকায়ে কোটটো পিন্ধি ললে। পেট্ৰ-ভিচক ধন্যবাদ দি অফিচলৈ যাবলৈ ওলাল। পেট্ৰভিচ গ'ল। দোকান কেইখন মানৰ সমুখেদি ঘুৰি আহি আকৌ আকাকাই একে ঠাইতে ওলালহি।

প্ৰতিক্ষণতে তেওঁৰ মনত খেলাই থাকিল যে তেওঁৰ গাত এটা নতুন কোট আছে। কোটটোৰ দুটা গুণ হ'ল ই গৰম আৰু দেখনিয়াৰ। কোটটোৰ কথা ভাবি গৈ থাকোতে তেওঁ কেতিয়ানো অফিচ পালেগৈ গমেই নেপালে। অফিচ পাই তেওঁ কোটটো খুলি ভালদৰে চালে

আৰু অফিচৰ বস্তু থোৱা কোঠাৰ চকীদাৰৰ হাতত দি কোটটো তালৈকে থবলৈ কলে। আকাকায়ে এটা নতুন কোট লৈছে বুলি কাৰ্য্যালয়ৰ কৰ্মচাৰী সকলে কেনেবাকৈ গম পালে। সকলোৱে আকা-কাইৰ কোটটো চাবলৈ লৰি-ঢাপৰি আহিল আৰু শুভেচ্ছা ধন্যবাদ আদি জ্ঞাপন কৰি আকাকাইক সম্বৰ্দ্ধনা জনালে। আকাকায়ে মিচিকীয়া হাঁহিৰে সম্বৰ্ধনাৰ প্ৰত্যুত্তৰ দিলে। অফিচৰ সহকৰ্মী সকলে তেওঁক ক'লে যে, তেওঁ এটা ইমান ভাল নতুন বস্তু লৈছে এতিয়া পাৰ্টি দিব লাগে। আকাকাই দ্বিধাগ্ৰস্ত হৈ সেই সমস্যাৰ পৰা কেনেকৈ পৰিত্ৰাণ পাব ভাবিলে। প্ৰথমতে তেওঁ সহকৰ্মী সকলক এনেয়ে কলে যে কোটটো নতুন নহয় পুৰণাহে। তেনেতে আন এজন জ্যেষ্ঠ কেৰাণীয়ে নিজকে ভাগ লোলাবলৈ ঘোষণা কৰিলে, "কথাটো এনেকুৱা হওক। আকাকাইৰ সলনি পাৰ্টিটো মোৰ ঘৰত' ময়েই দিওঁ আজি মোৰ জন্মদিনো। তেওঁৰ কথাত সকলোৱে হয়ভৰ দিলে আৰু আন্তৰিকতাৰ নিমন্ত্ৰণটোৰ আদৰণী জনালে। আকাকায়ে, কিবা আপত্তি কৰিব খুজিছিল কিন্তু বাকী সকলে তেওঁক আপত্তি নকৰি নিমন্ত্ৰণ গ্ৰহণ কৰিবলৈ কলে। পাৰ্টিটো কেতিয়া হয় কেতিয়া হয় লাগিল অকাকাইৰ। কাৰণ পাৰ্টিটো হলে তেওঁ অন্ততঃ তেওঁৰ কোটটো সকলোৱে দেখাকৈ পিন্ধিব পাৰিব সেই দিনটো আকাকাইৰ কাৰণে এটা অতি স্মৰণীয় দিন হব বুলি আকাকায়ে কল্পনা কৰিলে তেওঁ সেইদিনা হৰষিত মনেৰে ঘূৰি আহি ঘৰ পাই কোটটো খুলি সযত্নে ওলোমাই থলে। আকৌ এবাৰ কোটটোৰ কাপোৰটো আৰু লাইনিং, ৰোৰ চালে। তাৰ পিচত তেওঁ কামিজটোও খুলি থলে, পুৰণি কামিজটো নতুন কোটটোৰ লগত বিজাই চাই তেওঁৰ হাঁহি উঠি গ'ল। তাৰ পিচত খোৱা বোৱা কৰি কোটটোৰ কথাকে ভাবি ভাবি এনেয়ে শুই পৰিল। তেওঁ আৰু কপি কৰা কাম নকৰিলে। শোৱাৰ পৰা উঠি কোটটো পিন্ধি আকৌ বাস্তাৰ ফালে ওলাই গ'ল। চাহমেল পাৰ্টিৰ খোজা কৰ্মচাৰী জনৰ ঘৰ ক'ত তেওঁ চিনি নেপায়। তেওঁ

এটা কথা জানে যে সেই কৰ্মচাৰীজন নগৰৰ এক ভাল ঠাইত থাকে। সময় সন্ধিয়া হৈ আন্ধাৰ হ'ল। প্ৰথমে ঘিটমিটীয়া আন্ধাৰ আৰু জন-শূন্য গলি এটাইদি নাম গ'ল কিন্তু তেওঁ যিমানেই কৰ্মচাৰীজনৰ ঘৰৰ ওচৰ চাপি গৈ থাকিল সিমানেই সেই ঘৰখন বেছি পোহৰ বেছি জনপূৰ্ণ আৰু বেছি জীৱন্ত হৈ তেওঁৰ চকুত ধৰা দিলে। পৰিস্কাৰ বেশ ভূষাৰে পুৰুষ-মহিলা সকলে তাত অহা-যোৱা কৰিছে। তেওঁলোকৰ পৰিধানত বিভিন্ন ধৰণৰ সাজ-পাৰ, বিভিন্ন ধৰণৰ টুপী। এইবোৰ দেখি তেওঁ আচৰিত হ'ল। বহুদিনৰ আগতে সন্ধ্যা তেওঁ ৰাস্তাত ফুৰিবলৈ গৈছিল। হঠাৎ এখন দোকানৰ খিৰীকিত এখন ছবি দেখি মনোযোগেৰে চাইছিল। ছবিখনত এজনী তিৰোতাই তেওঁৰ গোটেই উলঙ্গ ভৰিটো উলিয়াই তেওঁৰ জোতাজোৰ খুলি আছিল আৰু বিপৰীত ফালে থকা দুৱাৰ খনেদি এটা ঘিটমিটীয়া ডড়ীয়া মানুহে তেওঁক চাই আছিল। অৱশেষত আকাকায়ে চাহমেল দিয়া কৰ্মচাৰী জনৰ ভাৰা ঘৰটো পালেগৈ। তাৰ দ্বিতীয় মহলাত এটা লেম জলাই থোৱা আছিল। হল ঘৰটোত সোমাই আকাকায়ে দেখিলে তাত শাৰী শাৰী কৈ জোতাবোৰ থোৱা আছে। কোঠাটোৰ মাজতে এটা পাত্ৰত পানী গৰম কৰি থকা হৈছে। আৰু তাৰ ঢাকনিখনে ভাপত জপিয়াই আছে। নানা ধৰণৰ কোট চোলা আদি ওলোমাই থোৱা আছে। বেৰৰ সিপাৰে বহুত মানুহে গিজ'নি মাৰি হাঁহি কথা পাতি থকা শুনিলে। অলপ পাছত দুৱাৰখন খুলি হাতত এখন ট্ৰেত শুদা চাহৰ কাপ, ক্ৰীমৰ পাত্ৰ, বিস্কুটৰ পেকেট আদি লৈ লগুৱা এটা ওলাই আহিল। সহকৰ্মী বন্ধু সকল কেতিয়াবাই আহিল আৰু চাহৰ প্ৰথম পৰ্ব ইতিমধ্যেই শেষ হৈ গ'ল হবলা। আকাকায়েও তেওঁৰ কোটটো বেৰত ওলোমাই থৈ ভিতৰ কোঠালৈ সোমাই গ'ল আৰু ভিতৰৰ উজ্জল পোহৰ, মানুহ বোৰৰ কোঢ়াল আৰু চকী বোৰ উঠাই নিয়াৰ শব্দ তেওঁৰ কাণত পৰিল। কিং কৰ্ত্তব্য বিমুঢ় হৈ

মাজতে তেওঁ থিয় দি ৰল। হঠাৎ তেওঁ আৰু তেওঁৰ কোটটোক উদ্দেশ্য কৰি প্ৰশংসা আৰু ধন্যবাদৰ জাউৰি এটা আহি তেওঁক ঢৌৱাই নিলে। তাৰ পিচত তেওঁলোকে আকাকাই আৰু কোটৰ কথা বাদ দি চকী টনাটনি কৰি তাচ খেলিবৰ কাৰণে টেবুলৰ কাষত বহি পৰিল। হুলস্থূল, চেল বেলিয়া আলোচনা আৰু মানুহৰ সমাগম এইবোৰ আকাকাইৰ কাৰণে সম্পূৰ্ণ আচহুৱা লাগিল। তেওঁ ক'ত ৰ'ব, কি কৰিব হাত ক'ত থব ভৰি ক'ত থব একো ঠিক কৰিব নোৱাৰি এখন টেবুলৰ ওচৰলৈ গৈ থিয় হৈ তাচ খেলা চাবলৈ লাগিল। অৱশেষত গৈ তেওঁৰ সকলো অসহ্য লাগিলগৈ আৰু হামিয়াবলৈ ধৰিলে। তেওঁৰ শোৱাৰ সময়ো ইতিমধ্যে পাৰ হৈ গৈছিল। আকাকায়ে বাকী সকলৰ পৰা বিদায় ল'বলৈ বিচাৰিলে, কিন্তু তেওঁলোকে আকাকাইক যাবলৈ বাধা দি কলে, "নাই নাই নতুন কোটটোৰ কাৰণে অন্ততঃ এগিলাচ পান কৰি যোৱা।" এঘণ্টা মানৰ পিচত বিবিধ ব্যঞ্জনেৰে ৰাতিৰ আহাৰ আহিল। আকাকায়ে দুগিলাচ মদ খালে। তাৰ পিচত ৰাগি লাগি কেতিয়া ৰাতি বাৰ বাজিল, তেওঁৰ খবৰ নোহোৱা হ'ল। অৱশেষত তেওঁ ঘৰলৈ যাবলৈ ওলাল। তেওঁৰ সহকৰ্মী সকলে তেওঁক কিছুপৰ ৰবলৈ কলে, কিন্তু তেওঁ বেৰৰ পৰা তেওঁৰ কোটটো ললে, আৰু পোনেই ৰাস্তালৈ ওলাল। তেতিয়াও ৰাস্তাৰ কিছুমান দোকান খোলাই আছিল। গৰাকী সকল টোপনি যোৱাৰ পিচত চাকৰ চাকৰণী বোৰেও আজৰি পাই কথা পাতিছিল। আকাকায়ে নিজকে এজন সম্ৰাটৰ দৰে ভাবি, গৈ আছিল। মাজে মাজে দৌৰি মাজে মাজে স্বাভাৱিক খোজেৰে গৈ তেওঁ সেই জনশূন্য আন্ধাৰ ৰাস্তাটো পালেগৈ। তাতো মানুহ নাই মাত্ৰ ওখ ওখ ঘৰেবোৰ থিয় হৈ আছে।

বহুত দূৰত ঠিক যেন পৃথিবীৰ সীমাত'হ এটা চাকি জ্বলি থকা তেওঁ দেখিবলৈ পালে। সেইটো নিশাৰ চকীদাৰে জ্বলাই থোৱা চাকি আছিল। আকাকাইৰ মুখৰ মাত হুবি আহিল। চাৰি আলিটো তৎাতৈয়াকৈ পাৰ হৈ গ'ল। আগলৈ পিচলৈ চালে। তেওঁ যেন মহাসমুদ্ৰতহে খোজ দিছে। "ওহোঁ এইবোৰ নোচোৱাই ভাল" বুলি চকুমুদি চাৰি আলিটো পাৰ হৈ দৌৰ দিলে। তেওঁনো কিমানদূৰ পালেগৈ তাকে চাবৰ কাৰণে তেওঁ চকুমেলি দেখিলে যে মস্ত মস্ত মোচেৰে মানুহ কেইজনমান ঠিক তেওঁৰ মুখৰ আগতেই থিয় হৈ আছে। তেওঁ চকুৰে ধুৰঁলি-কুৰঁলি দেখিলে বুকুখন ভয়ত টিপটিপাবলৈ ধৰিলে —"অ'ই সেইটো, তই পিন্ধি থকা কোটটো মোৰ।" মোচ থকা মানুহ এটাই বুকুকপাঁ মাতেৰে ক'লে। লগে লগে সি আকাকাইৰ কোটটোৰ কলাৰটোত খামোচ মাৰি ধৰিলে। আকাকায়ে সহায়ৰ কাৰণে চিঞৰিব খোজোতেই আন এটাই তেওঁৰ মুখত সোপা ধৰি ক'লে,—"হেই চুপ থাক।" তাৰ পিচত তেওঁৰ কোটটো খুলিলৈ তেওঁক ঘূচিয়াই বৰফৰ ওপৰত পেলাই দিয়ালৈকে কেনেকৈ কি হৈ গ'ল তেওঁ ক'ব নোৱাৰে। কিছুসময়ৰ পিচত তেওঁৰ জ্ঞান আহিলত তেওঁ দেখিলে তাত কোনো নাই। তেওঁৰ ঠাণ্ডা লাগিল আৰু কোটটো কাঢ়ি নিয়াত সহায়ৰ বাবে চিঞৰিলে কিন্তু তেওঁৰ মাতটো ইমান সৰু হৈ গ'ল যে চাৰি আলিটোৰ ওচৰলৈও নগ'ল। তাৰ পিছত তেওঁ সম্পূৰ্ণ অসহায় হৈ চাৰি আলিটোৰ মাজেৰে চাকি জ্বলি থকা চকীদাৰটোৰ ওচৰলৈ দৌৰিবলৈ ধৰিলে। কৰ্তব্যৰত চকীদাৰটোৱে আকাকাইৰ মাত শুনি ভাবিলে, এই ৰাতিখননো আকৌ কোন পাষণ্ডই হুলস্থুল কৰে! আকাকাই তাৰ ওচৰ পা'লগৈ আৰু তাতে চকুৰ আগতে ডকাইতে বস্তু ডকা দি লৈ গৈছে সি কি কৰি আছে ইত্যাদি সুৰত ধমক দি গালি পাৰিবলৈ ধৰিলে। চকীদাৰে কলে যে সি সেইবোৰ একো দেখা নাই! সি মাত্ৰ দেখিছে যে আকাকাইৰ দুজন বন্ধুৱে তেওঁক

আগভেটি ধৰিছে। সেইবাবে তেওঁৰ সময় নষ্ট নকৰিবলৈ কৈ পিচ-দিনা চাৰ্জেণ্টৰ ওচৰলৈ গৈ আচল দোষীক বিচাৰি উলিয়াবলৈ ক'বলৈ ক'লে। ভয়ত তৰা নৰা চিঙি আকাকায়ে ঘৰলৈ দৌৰ দিলে।

আকাকাইৰ চুলি জপৰা, হিবিজিবি, পেণ্টত বৰফৰ গুৰি আধা তিতা। হঠাৎ ধুমকৈ হোৱা এটা শব্দ শুনি ঘৰৰ মালিকনী বুঢ়ীয়ে কোৰত এপাত চেণ্ডেল ভৰিত লৈয়েই চোলাৰ বুটাম মাৰি মাৰি দুৱাৰৰ ফাললৈ দৌৰ মাৰি আহিল। দুৱাৰ খুলি আকাকাইক দেখি বুঢ়ীয়ে আতংকত দুখোজ পিছুৱাই গ'ল। আকাকাইৰ দুখৰ কাহিনী শুনি বুঢ়ীয়ে আকাকাইক চাৰ্জেণ্টৰ ওচৰলৈ নগৈ পোনে পোনে ইন্সপেক্টৰৰ ওচৰলৈ যাবলৈ উপদেশ দিলে কাৰণ, চাৰ্জেণ্টে এই কৰিম সেই কৰিম বুলি মিছা কথা কৈ শেষত একো কৰি নিদিয়েগৈ। ঘৰৰ মালি-কনীৰ উপদেশ শুনি তেওঁ ঢলং পলংকৈ গৈ নিজৰ বিচনাত শুই থাকিল। পিছদিনা পুৱাই আকাকাই শুই উঠি ইন্সপেক্টৰৰ ওচৰলৈ গ'ল। ইন্সপেক্টৰ শুৱে উঠা নাছিল। আকৌ দহ বজাত গ'ল ইন্স-পেক্টৰ নাই। দুপৰীয়া খাবৰ পৰত বাওঁতে কেৰেণীজনে কলে যে তেওঁ কি কাৰণত আহিছে নক'লে ইন্সপেক্টৰক লগ কৰিবলৈ দিয়া নহয়। আকাকায়ে জীৱনত আন এটা অভিজ্ঞতাৰ সন্মুখীন হৈ ক'লে যে তেওঁ ইন্সপেক্টৰক ব্যক্তিগতভাৱে লগ পাব লাগে আৰু তেওঁ এজন বিভাগীয় কৰ্মচাৰী। যদি তেওঁক লগ ধৰিবলৈ দিয়া নহয় তেন্তে তেওঁ পুলিচ বিভাগৰ বিপক্ষে অভিযোগ দাখিল কৰিব। তেতিয়া কেৰাণীজনে ঘূৰাই উত্তৰ দিবলৈ সাহ নকৰিলে আৰু বহাৰ পৰা উঠি ইন্সপেক্টৰক খবৰ দিবলৈ গ'ল। ৰাতিৰ সেই ডকাইতিটোৱে ইন্সপেক্টৰৰ মনত অসাধাৰণ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। আচল ঘটনাৰ কথা এৰি সুধিছে তেওঁ আকাকাই নো ইমান ৰাতি কিয় আছিৰ লগা হৈছিল,। কোনোবা বেশ্যালয়লৈ গৈছিল নেকি ইত্যাদি বোৰহে সোধাত লাগিল। তেনে কাৰ্যত আকাকাইৰ ধৈৰ্যৰ বান্ধ ভাগি গ'ল আৰু তেওঁৰ বিচাৰটোৰ বিষয়ে কিবা ব্যৱস্থা লবনে নলয়

একো নোসোধাকৈয়ে গুচি আহিল । জীৱনত হোৱা প্ৰথম ঘটনাত মৰ্মাহত হৈ সেই দিনা তেওঁ অফিচলৈও নগ'ল। পিচদিনা তেওঁ এটা পুৰণি লেতেৰা চোলা পিন্ধি অফিচলৈ বৰ করুণ ভাৱেৰে ওলাল। অকাকাইৰ এনে ঘটনাত সহকৰ্ম্মীসকল মৰ্মাহত হ'ল আৰু সকলোৱে তেওঁক আন এটা কোট কিনি দিয়াৰ চিন্তা কৰি ছান্দা তুলিলে কিন্তু বৰ বেছি পইচা নুঠিল। কাৰণ তাৰ আগে আগে তেওঁলোকে তেওঁলোকৰ ডিৰেক্টৰৰ এখন ডাঙৰ ফটোৰ কাৰণে আৰু তেওঁলোকৰ বৰ কেৰাণীৰ এজন বন্ধুৰ এখন কিতাপ প্ৰকাশ হোৱাত বৰ কেৰাণীৰ অনুমোদন ক্ৰমে কিতাপখন কিনিবলৈ পইচা দিব লগা হৈছিল। তেওঁলোকৰ এজনে তেওঁক উপদেশ দিলে যে তেওঁৰ কোটটোৰ কাৰণে পুলিচ চাৰ্জেণ্টৰ ওচৰলৈ যোৱাৰ প্ৰয়োজন নাই। কাৰণ ইতিমধ্যে তেওঁৰ কোটটো চাগে থানাতেই আছেগৈ। থানাৰ পৰা সেইটো আনিবলৈ গলে উপযুক্ত প্ৰমাণ দিহে আনিব লাগিব। তাৰ সলনি কোনোবা এজন উপযুক্ত মহান ব্যক্তিৰ হতুৱাই এখন কাগজ লিখাই নি উপযুক্ত ঠাইত দিয়াব পাৰিলেহে কাম হব। সেইবোৰ কৰাৰ ইচ্ছা আকাকাইৰ নাছিল। কিন্তু উপযুক্ত মহান ব্যক্তি নো কি, ক'ত কাম কৰে, ইয়াৰ ৰহস্য নো কি তাক জনাৰ ইচ্ছা এটা তেওঁৰ মনত উদয় হ'ল। সেই প্ৰয়োজনীয় মহান ব্যক্তিৰ প্ৰয়োজন সেই মুহূৰ্তৰ আগলৈকে তেওঁৰ নাছিল। এজনৰ কাৰণে প্ৰয়োজনীয় ব্যক্তিজন আন এজনৰ কাৰণে প্ৰয়োজনীয় নহবও পাৰে। মহান ব্যক্তিৰ কথা চিন্তা কৰি তেওঁ একো পাৰ নেপালে। তেনে মহান ব্যক্তি এজনকে লগ ধৰিবলৈ গৈ তেওঁ অফিচত উপস্থিত হ'ল গৈ। সেই সময়ত মহান ব্যক্তিজনে তেওঁৰ এজন পুৰণি বন্ধুৰ লগত বহি গাজা-খুৰি গল্প কৰি আছিল। তেনে সময়তে তেওঁৰ চেক্ৰেটৰীয়ে গৈ খবৰ দিলে যে বামাচকিন নামৰ এজন মানুহে তেওঁক লগ কৰিবলৈ বিচাৰিছে।

"কোন নো তেওঁ?"

"এজন কৰ্মচাৰী ।"

"তেওঁক অলপ ৰ'বলৈ কোৱা । এতিয়া মোৰ সময় নাই।"

আচলতে তেওঁ সঁচা কোৱা নাছিল । তেওঁৰ অফুৰন্ত সময় আছিল । তদুপৰি তেওঁৰ বন্ধুজনে আমোদজনক কথাৰে গল্পকৰি থকা সময়ত হঠাৎ কোনোবাই আহি দিগদাৰী দিয়াত তেওঁ বিৰক্ত হৈছিল আৰু তেওঁৰ আনন্দত যতি পৰিছিল ।

—"অঁ তাৰ পিচত! ইমান জাক্‌জমক্ যে ...... ।"

এজন কৰ্মচাৰীয়ে তেওঁক লগ কৰিবলৈ আহিলে বাহিৰত কিমান সময় ৰব লাগে তাকে তেওঁৰ বন্ধুক দেখুৱাবলৈ আকাকাইক বাহিৰত ৰাখিলে । তাৰ বহু সময়ৰ পিচত তেওঁলোকৰ আলোচনাৰ বিষয় প্ৰায় শেষ হ'ল । তাৰ পিচতো কিছুপৰ দুয়ো মৌন হৈ বহি থাকিল । চকীত হেলান দি চিগাৰেট হোঁপাও শেষ হ'ল। তেতিয়া তেওঁ হঠাৎ কিবা এটা মনত পৰাৰ ভাব দেখুৱাই তেওঁৰ চেক্ৰেটেৰীক সুধিলে,

"অ" কোনোবা এজন আহিছিল? গ'লনে আছে? তেওঁক মাতি দিয়া ।"

আকাকাইৰ জীৰ্ণ-শীৰ্ণ পোচাক আৰু বিমৰ্ষ চেহেৰা দেখি খিং-খিঙিয়া আৰু দুটা মাতেৰে তেওঁ সুধিলে,

"কি হ'ল ?"

আকাকায়ে ভীত আৰু কিং কৰ্ত্তব্য বিমূঢ় হৈ নিজকে চম্ভালি-বলৈ চেষ্টা কৰি কলে যে তেওঁৰ এটা একেবাৰে নতুন কোট বাটতে ডকাইতে ধৰি বৰ্ব্বৰভাৱে কাঢ়ি লৈ গ'ল। সেয়ে তেওঁ মহোদয়ৰ ওচৰলৈ আহিছে যাতে পুলিচ ইন্সপেক্টৰলৈ তেখেতে চিঠি এখন লিখি দি তেওঁৰ কোটটো পোৱাৰ ব্যৱস্থা কৰে ।

মহান ব্যক্তিজনে ক'লে,

"এইবোৰ কাম কেনেকৈ কৰিব লাগে তুমি নেজানা ? তুমি এতিয়া ক'ত আছা গম পোৱা নে ? এই বিষয়ে তুমি প্ৰথমে অফিচত

দৰ্খাস্ত দিয়া। সেইখন বৰ বাবুৱে পাব, তাৰ পিচত বিভাগীয় উচ্চ বিষয়াই পাব, তাৰ পিচত সচিবে পাই মোলৈ পঠাব ।

আকাকায়ে মৰসাহ কৰি ঘামি-জামি ক'লে, "কিন্তু মহাশয়, মই আপোনাৰ ওচৰলৈহে আহিছো। কাৰণ আপোনাৰ সচিব বোৰ সিমান বিশ্বাসযোগ্য নহয় মহা ..... ।"

"মই তোমাক সুধিছো তুমি ইমান উদ্ধত হ'বলৈ সাহস ক'ত পালা ? তলৰ্ভীয়া কৰ্মচাৰী হৈ উচ্চপদস্থ বিষয়াক এনে ব্যৱহাৰ কৰাৰ সাহস ক'ত পালা ?"

আকাকাইৰ বয়স যে পঞ্চাশৰ ঘৰত মহান ব্যক্তিজনে সেই কথালৈ লক্ষ্যই কৰা নাছিল ।

"তুমি নেজানা কাৰ আগত তুমি কথা কৈছা ? তোমাৰ সমুখত কোন বহি আছে অনুমান কৰিব পাৰিছা নে ? মই তোমাক সুধিছো শুনিছানে নাই, ?

এই বুলি কৈ তেওঁ ভৰিৰে মজিয়াত এনেদৰে ধপকৈ শব্দ কৰি মাৰি দিলে যে আকাকাইহে নেলাগে আন মানুহো ভয়ত মুচকচ যাব। আকাকাই ভয়ত কঁপিবলৈ ধৰিলে আৰু থিয়েৰে থাকিব নোৱাৰা হ'ল। পৰিচাৰক ছুটাই আহি তেওঁক নধৰা হলে হামখুৰি খায়ে পৰিলহেঁতেন। অৰ্ধচেতন অৱস্থাত তেওঁক তাৰ পৰা লৈ যোৱা হ'ল। মহান ব্যক্তিজনে তেওঁৰ কাৰ্যৰ এনে পৰিণতিত মনতে আনন্দ পালে। তেওঁৰ কথাই যে মানুহক এনে দুৰৱস্থাত পেলাব পাৰে সেইভাবি তেওঁ তেওঁৰ বন্ধুলৈ ইঙ্গিতপূৰ্ণভাৱে চালে।

মহান ব্যক্তিজনৰ অফিচত কি কাণ্ড ঘটি গ'ল আকাকায়ে মনতেই পেলাব নোৱাৰিলে। তেওঁৰ ভৰিহাত ঠৰ হ'ল। জীৱনত কোনো বিভাগৰ ওপৰৱালাই তেওঁক এনে ব্যৱহাৰ কৰা নাছিল। কোনোমতে বতাহ ধুমুহাৰ মাজেদি লেপাই ধেপাই আহি যেতিয়া তেওঁ ঘৰত সোমাল তেতিয়া তেওঁৰ মুখৰ মাত নাছিল, ডিঙি শুকাই গৈছিল

বুকুখন টানি ধৰিছিল। পোনে পোনেই গৈ তেওঁ বিচনাত পৰিল।

পিছদিনা তেওঁৰ খুব জ্বৰ উঠিল। ইমান সোনকালে তেওঁৰ অসুখ বাঢ়ি গ'ল যে ডাক্তৰে তেওঁৰ বচাৰ আশা নাই বুলি ক'লে। ডাক্তৰে ঘৰৰ মালিকনীৰ ওচৰলৈ গৈ ক'লে, "মাননীয় ভদ্ৰমহিলা, আপুনি এতিয়া সময় নষ্ট নকৰি সোনকালে এটা কফিন সজাৰ ব্যৱস্থা কৰক। আকাকায়ে এই কথাষাৰ শুনিছিল নে নাই নেজানো, শুনিছিল যদিও ইয়াৰ প্ৰতিক্ৰিয়া কি হৈছিল জনাৰ উপায় নাছিল। কাৰণ তেতিয়া তেওঁ প্ৰলাপ বকি আছিল। তেওঁ প্ৰলাপ বকিছে তেওঁ পেট্ৰভিচৰ ওচৰলৈ যাব আৰু এটা নতুন কোট চিলাবৰ বাবে অৰ্ডাৰ দিব, তাত চোৰ ধৰা চিভিকা চিলাই দিব। তেওঁৰ বিচনাৰ তলত বিচনা চাদৰত থকা চোৰটো তেওঁৰ সমুখত তেওঁৰ পুৰণা লেতেৰা চোলাটো ওলমি আছে কিয়? তেওঁৰ এটা নতুন কোট আছে তেওঁ এজন মহান ব্যক্তিৰ সমুখত থিয় হৈ আছে। ভয় খাইছে। ক্ষমা কৰিব হে মহোদয়। তাৰ পিছত এনে এটা বীভৎস গালি পাৰিলে যে ঘৰৰ মালিকনীয়ে জীৱনত তেনে গালি শুনা নাছিল। তদুপৰি তেওঁ সম্বোধন কৰা হে ডাঙৰীয়া, হে মহোদয় এই শব্দ কেইটাই ঘৰৰ মালিকনীক আৰু ভয় খুৱাইছিল। তাৰ পিছত আকাকায়ে হাই কিৰিলি মাৰিবলৈ ললে আৰু উচ্চাৰণ কৰা শব্দবোৰে তেওঁৰ কোটটোৰ কথাকে প্ৰকাশ কৰিবলৈ ধৰিলে। অৱশেষত বেচেৰাটো মৰি থাকিল।

তাত গোট খোৱা মানুহবোৰে তেওঁৰ কোঠাটো বা তেওঁৰ বস্তু-বেহানি সামৰি-সুতৰি থোৱাৰ প্ৰয়োজন অনুভৱ নকৰিলে। কাৰণ তেওঁৰ কোনো উত্তৰাধিকাৰী নাছিল। দ্বিতীয়তে আকাকাইৰ বৰ বিশেষ বস্তু বেহানিও নাছিল। থকাৰ ভিতৰত এমুঠি হাঁহৰ পাখি, এক দিস্তা মান কাগজ, তিনিযোৰা মোজা, পেণ্টৰ পৰা চিগি যোৱা দুটামান বুটাম আৰু তেওঁৰ পুৰণা ৰবমোহা সেই চিনাকি

চোলাটো। তেওঁৰ মৃত দেহটো নি কবৰ দিয়া হ'ল। চেন্ট পিটাৰ্চবুৰ্গৰ বতাহ গতানুগতিকভাৱেই বলি থাকিল। এই সৰু মানুহজনৰ কোনো স্মৃতি কোনো চিন এই পৃথিৱীত নেথাকিল। অকলৈ অহা সেই দেহে সকলোকে এৰি অকলেই অন্ত ধামলৈ গতি কৰিলে। সহকৰ্মী সকলৰ ঠাট্টা মস্কৰাৰ কেন্দ্ৰ, এই নম্ৰ সৰু মানুহজনৰ শেষ যাত্ৰাত কোনেও শোভাযাত্ৰা মুলিয়ালে। গোটেই জীৱনটো এটা নিৰ্দিষ্ট বান্ধোনৰ মাজত থাকি, জীৱনত আনন্দ বা সুখৰ মুখ নেদেখা, জীৱনৰ শেষ ক্ষণত আনন্দৰ ৰেঙণিয়ে দেখা দিওঁতেই তেওঁৰ জীৱনৰ অৱসান ঘটিল।

তেওঁৰ মৃত্যুৰ কেইদিন মান পিছত অফিচৰ পৰা ডিৰেক্টৰে চাপ্ৰাচী এটাৰ হাতত এখন হুকুমপত্ৰ দি আকাকাইৰ ওচৰলৈ পঠালে তাত এই কথা লিখা আছিল যে আকাকাই সোনকালে গৈ কামত যোগদান কৰিব লাগে। ডিৰেক্টৰৰ আদেশ। চাপ্ৰাচীটো ঘূৰি গৈ ডিৰেক্টৰৰ ওচৰ পালত সুধিলে,

"তেওঁ নাহিল কিয় ?"

"তেওঁ মৰিল আৰু তিনিদিনৰ আগতে তেওঁক কবৰ দিয়া হ'ল।"

আকাকাইৰ মৃত্যুৰ খবৰটো তেওঁলোকৰ অফিচলৈ এনেকৈহে আহিল। তাৰ পিছদিনাই আকাকাইৰ ঠাইত ওখ-পাখ এজন কেৰাণীক তেওঁৰ ঠাইত মকৰল কৰা হ'ল।

আকাকাইৰ গল্পটো ইমানতে শেষ নহল। গল্পটোৰ সামৰণি অনাহুত আৰু উদ্ভতভাবেহে হৈছে। হঠাতে এটা উৰাবাতৰি প্ৰচাৰ হ'ল যে কালি-নিকিন দলঙৰ ওচৰত ৰাতি এটা ভূত ওলায়। ভূতটো এজন অফিচৰ কৰ্মচাৰীৰ নিচিনা আৰু সি এটা হেৰোৱা কোট বিচাৰি ফুৰে কোনোবাই যদি কোট পিন্ধি সেই পিনে যায় তেন্তে ভূতটোৱে কোটটো খুলি ফালি পেলায় এদিন এজন কৰ্মচাৰীয়ে নিজে ভূতটো দেখা বুলি কলে। তেওঁ দেখামতে ভূতটো তেওঁ আকাকাইৰ বুলি চিনি পাইছে। ভূতটো দেখি তেওঁ ইমান ভয় খালে যে দেখি-

য়েই তেওঁ ভয়ত ভিৰাই দৌৰ দিলে আৰু সেয়ে ওচৰৰ পৰা ভালকৈ চাব নোৱাৰিলে। আৰু জনা গ'ল যে এইদৰে বহুতৰ কোট নিওঁতে কান্ধৰ মঙহ পৰ্যন্ত সেই নিশাচৰ ভূতৰ নখৰ আছোঁৰত বখল খাই গৈছে ।

ইতিমধ্যে পুলিচ থানাৰ পৰা হুকুম দিয়া হ'ল যে সেই ভূতটোক জীৱিত বা মৃত যি কোনো অৱস্থাতে গ্ৰেপ্তাৰ কৰিব লাগে। সেই মতেই কামত আগবঢ়া হ'ল। কিক্চ্‌কন ষ্ট্ৰীটত ডিডিত কাপোৰ মেৰিওৱা সেই ভূতটোৱে বাহী বাদক এজনৰ পিছপিনৰ পৰা কোটটো থাপ মাৰি ধৰোতেই এজন পুলিচ কনিষ্টবলে লগে লগে তাৰ ডিঙিৰ কাপোৰ খনত খামুচি ধৰি জব্দ কৰি পেলালে। ধৰাৰ লগে লগে তাৰ লগৰীয়া দুটা খাহি তাক ভালদৰে কৰায়ত্ত কৰি তাৰ নাকত নস্যৰ গুৰি ভৰাই দিলে আৰু ভূতটোৱে এনে হাঁচি মাৰিলে যে তাৰ হাঁচিৰ চিটিকণিত কনিষ্টবল তিনিওটাই ধোঁৱা কোঁৱা দেখি গ'ল। সিহঁতে মুখ মচিবলৈ জেপৰ পৰা ৰুমাল উলিয়াওঁতেই ভূতটো পলাই পত্ৰং দিলে। সিহঁতে অলপ ভয়ো খালে আৰু সিহঁতৰ এই মৰসাহ দেখি ভূত ৰূপী প্ৰাণীটোৱেও ভয়ত ফোপাঁই জোপাঁই দৌৰ দিলে। কনিষ্টবল কেইটাই দূৰৈৰ দপঙৰ ওচৰত সেই ভূতটোক চকা মকাকৈ দেখা পালে ।

আমি সেই মহান ব্যক্তিজনৰ কথা এৰি থৈ আহিলো। সেই মহান ব্যক্তিজনেই হ'ল আমাৰ এই কাহিনীৰ প্ৰয়োজনীয় ব্যক্তি। তেওঁৰ ওচৰলৈ ফুৰিবলৈ আহি গাঞ্জাখুৰি কথা পাতি থকা বন্ধুজন তেওঁৰ পৰা বিদায় লোৱাৰ পিছতেই তেওঁৰ আকৌ আকাকাইৰ কথা মনত পৰিল। তাৰ পিছত প্ৰতি দিনেই তেওঁৰ মনঃচক্ষুত সেই পিটি আধাখুনা কৰা আকাকাইৰ কথা এবাৰ হলেও ভুমুকি মাৰে। শেষলৈ এই কথাটোৱে তেওঁক ইমান মনোকষ্ট দিবলৈ ধৰিলে যে তেওঁ তেওঁৰ অফিচৰ এজন মানুহ পঠাই আকাকাইৰ অসুবিধাটো

দূৰ কৰাৰ কথা ভাবিলে। পিছত তেওঁ যেতিয়া জানিব পাৰিলে যে তেওঁৰ ধমকনিত ভয় খাই আকাকাইৰ জ্বৰ উঠিল আৰু তেওঁ মৰিল তেতিয়া সেই মহান্ ব্যক্তিজনৰ মনটো গোটেই দিনটোলৈ বেয়া লাগি থাকিল। সেয়ে সেই ঘটনাটো পাহৰি থাকিবৰ কাৰণে তেওঁ ঘৰৰ পৰা তেওঁৰ বন্ধুৰ ঘৰলৈ যোৱা ঠিক কৰিলে। সেই মতেই তালৈ গৈ গোটেই সন্ধিয়াটো হাঁহি ভামচাৰে পাৰ কৰি দিলে। মদৰ বাগীত তেওঁ তেওঁৰ এগৰাকী পুৰণি জাৰ্মান মহিলা বান্ধৱী কেৰলিনা আইভানোভাৰ ঘৰলৈ যোৱাৰ ঠিক কৰিলে। এই মহান ব্যক্তিজন অৱশ্যে ডেকা মানুহ নহয়। কেইবাটিও সন্তানৰ পিতৃ আৰু এগৰাকী সুদৰ্শনা পত্নীৰ পতি। তেওঁৰ ভাওৰ ল'ৰাটো প্ৰশাসনিক বিষয়া। ছোৱালীজনীৰ বয়স যোল্ল। ঘৈণীয়েক জনীও দেখনীয়াৰ আৰু মৰমীয়াল। তেওঁৰ জাৰ্মান বান্ধবীগৰাকী ঘৈণীয়েকতকৈ সৰু বা দেখনীয়াৰ কোনোটোৱেই নহয়। তেওঁ তেওঁৰ গাৰোৱানক সেই মহিলাৰ ঘৰলৈ নিবলৈ হুকুম দিলে। সন্ধ্যাৰ আনন্দ ফুৰ্তিখিনিৰ কথা চিন্তা কৰি ঘোৰাবাগীত উঠি গৈ থাকিল। হঠাৎ এজাক ধুমুহাই তেওঁৰ শান্তিত ব্যাঘাত জন্মালে। সোঁ সোঁৱাই বতাহ বৰলৈ ললে। বৰফৰ টুকুৰাবোৰ উৰি আহি গালে-মুখে লাগিলহি। কোটৰ কলাৰটো জাহাজৰ পালৰ দৰে ঢৌ খেলি উঠিল। ধুমুহা-বৰফে তেওঁক ব্যতিব্যস্ত কৰি তুলিলে। হঠাতে তেওঁ অনুভৱ কৰিলে যে তেওঁৰ কোটটোৱে তেওঁক চেপি ধৰিছে। পিছফালে ঘূৰি চাই দেখে আকাকাইৰ নিচিনা এটা ঘিটমিটিয়া ক'লা মানুহ। ভয়ত তেওঁৰ মুখৰ ৰং বৰফৰ দৰে হ'ল আৰু মৰা মানুহৰ দৰে তেওঁ থৰ হ'ল। কিন্তু সেই মহান ব্যক্তিজনৰ ভয়ৰ সীমা নোহোৱা হ'ল। যেতিয়া সেই মৃত মানুহজনৰ গাৰ পৰা মৰিশালিৰ গা শিঁয়ৰি উঠা ভেকেটা গোন্ধ পালে আৰু মৃত ব্যক্তিজনে ক'লে,

"এইবাৰ তোমাৰ ডিঙি মুচৰিবলৈ পাইছো। এইটোৱেই তোমাৰ

কোটটো। তুমি মোক একো সহায় নকৰিলা মোক গতিয়াইহে দিলা। গতিকে এতিয়া তোমাৰ কোটটো মোক দিব পাৰা।”

মহান ব্যক্তিজন মৃতপ্ৰায় হ'ল। তেওঁৰ অৱস্থা এনেকুৱা হৈছিল যে তেওঁৰ তেনে অৱস্থা দেখি যি কোনোৱেই শিঁহৰি উঠিব।

তেওঁ ততাতৈয়াকৈ তেওঁৰ কোট'টো খুলি দলিয়াই দিলে আৰু গাড়োৱানক গাড়ী ঘূৰাই ঘৰলৈ উভতিবলৈ ক'লে। গাড়োৱানে সেই মতে ততাতৈয়াকৈ গাড়ী ঘূৰালে আৰু পাঁচ ছয় মিনিট মানৰ ভিতৰতে ঘৰৰ সমুখ পালেগৈ। ভয়ত ঘামি জামি আনকি নিজৰ কোটটোও পেলাই থৈ কেৰলিনাৰ ঘৰলৈ নোযোৱাটোকে ঠিক কৰিলে। ভাগৰে জুগৰে পিছদিনা- যেতিয়া বহু পলমকৈ তেওঁ শুই আছিল, তেতিয়া জীয়েকে জগাই দি কলে,—“দেউতা তুমি চোন আজি শেঁতা পৰি গৈছা।” বাপেকে একো উত্তৰ নিদিলে। এই কাৰ্যৰ প্ৰতিক্ৰিয়া তেওঁৰ ওপৰত বাৰুকৈয়ে পৰিল। তেতিয়াৰ পৰা তেওঁ “ক'ত সাহস পালা? জানানে কাৰ আগত কথা কৈছা?” ইত্যাদি ধমকনি দিবলৈ বাদ দিলে। কোনোবাই কিবা কলে মনোযোগেৰে শুনে।

কিন্তু আটাইতকৈ লেখত লবলগীয়া কথাটো হ'ল— সেই দিন ধৰি সেই ভূত'টো আৰু কোনেও দেখা নেপালে। আচলতে ভূতটোৱে সেই মহান ব্যক্তিজনৰ কোটটোকে বিচাৰিছিল। কনিষ্টবলজনে পো'ৱা ভূতটো আচলতে ভূত নাছিল কৰবাৰ পৰা এটা গাহৰি পোৱালি আহি হঠাৎ তাৰ ভৰিতখুন্দিয়াই ফোচঁ ফোচাঁই দৌৰি গুচি গ'ল। কনিষ্টবলজনো ভয়াতুৰ আৰু দুৰ্বল মনৰ আছিল সেয়ে গাহৰিটোকে ভূত বুলি ভাবিছিল। সাধাৰণতে মানুহৰ এনেকুৱা হয়েই। সেই একেটা ভয়তেই পুলিচ কনিষ্টবলটোৱে আন্ধাৰৰ মাজত হঠাৎ ভূতটো দেখিলে আৰু তেওঁক “কি লাগে” বুলি ভূতটোৱে সোধাত “একো নেলাগে” বুলি চিঞৰাই দৌৰ মাৰিলে। যেই মহওক সেই ভূতটো বেছ ওখ পাখ আছিল আৰু তাৰ একোচা মস্ত মোচ আছিল আৰু অভুখভ দলঙৰ ফালে গৈ অৱশেষত আন্ধাৰত হেৰাই গৈছিল।

# চাল'ছ্‌ ডিকেন্স

(১৮১২—১৮৭০)

'অলিভাৰ টুইষ্ট', 'ডেভিড কপাৰফিল্‌ড' আদি অমৰ উপন্যাসৰ স্ৰষ্টা ডিকেন্স মূলতঃ ঔপন্যাসিক ৰূপেই বিশ্ববিখ্যাত যদিও তেওঁ বহু-সংখ্যক চুটি গল্পও ৰচনা কৰিছিল।

ভৌগলিক সীমা চেৰাই বিশ্বসাহিত্যত প্ৰভাৱ বিস্তাৰ কৰিব পৰা মুষ্টিমেয় কালজয়ী সাহিত্যিকসকলৰ তেওঁ অন্যতম। কোনো পৰি-স্থিতিতেই হাৰ মানিব নোখোজো, সৰ্বদা জীৱনৰ বিজয় ঘোষণা কৰা, সংবেদনশীল সাহিত্য-ৰীতিৰ তেওঁ উজ্জ্বল দৃষ্টান্ত।

# একাচেকা মক্কেলৰ সাধু

"এই চমু বুৰঞ্জী মই ক'ৰ পৰা বা কেনেকৈ পাইছো সেইটো বৰ ডাঙৰ কথা নহয়। ইয়াক মই কেনেকৈ পালো সেই বিষয়ে কবলৈ গ'লে মাজৰ পৰা আৰম্ভ কৰিব লাগিব আৰু সামৰণিত আকৌ আৰম্ভণিলৈ ঘূৰি যাব লাগিব। ইয়াৰ কিছুমান পৰিণাম যে মোৰ নিজ চকুৰ আগেদিয়েই পাৰ হৈ গৈছে সেয়া কোৱাটোৱেই মোৰ কাৰণে যথেষ্ট। বাকীখিনি মই জানো আৰু এই বিষয়ে ভালকৈ জনা মানুহ এতিয়াও জীৱিত আছে", বুঢ়াই ক'লে।

চেন্ট জৰ্জ গীৰ্জাৰ কাষৰ বৰ' হাই ষ্ট্ৰীটৰ ৰাস্তাৰ দাঁতিত সকলোৰে পৰিচিত ধৰুৱাৰ জেলখানা মাৰ্চালচীয়া অৱস্থিত। এসময়ত ঠাই টুকুৰা অপৰিচ্ছন্ন আছিল। পিচলৈ ই এটা বেলেগ ৰূপ লৈছিল। ধোঁৱাখুলীয়াৰ বাবে ই প্ৰলোভনৰ ঠাই আৰু সিয়ানৰ বাবে সান্ত্বনাৰ স্থান। মাৰ্চালচীয়া জেলখানাৰ দেৱলীয়া ধৰুৱা কয়দী বোৰৰ দৰেই দণ্ডাজ্ঞা প্ৰাপ্ত মহাপাতকীহঁতৰ বাবেও নিউগেটত খেলা ধূলাৰ ধুকলি ঠাই আছে।

এয়া মোৰ কল্পিতও হব পাৰে নতুবা ইয়াৰ লগত সম্পৰ্কিত অতীত সোঁৱৰণীৰ লগত যোগসূত্ৰ থকাৰ বাবেও এই ঠাই ডোখৰক মই বেলেগ দৃষ্টিৰে চাবলৈ অপাৰগ হব পাৰো। কিন্তু লণ্ডনৰ এই অংশটো মোৰ বাবে অসহ্য। ৰাজপথ আৰু দোকান-পোহাৰবোৰ বেছ আহল বহল। অহৰহ চলি থকা যান-বাহনৰ শব্দ, দলে দলে মানুহবোৰৰ পদধ্বনি আদিৰে ই পুৱাৰ পৰা মাজ নিশালৈকে হুলস্থূল হৈ থাকে। কিন্তু ইয়াৰ চাৰিওফালৰ ৰাস্তা পদূলিবোৰ মধ্যমীয়া ধৰণৰ আৰু ঠেক। জনপূৰ্ণ পথবোৰ দাৰিদ্ৰ্য আৰু ব্যভিচাৰেৰে

ভৰা। অনাটন, দুৰ্ভাগ্য, বিষণ্ণতা আদিৰে কয়দীবোৰৰ জীৱন পৰিপূৰ্ণ। এই সকলোবোৰ মিলি ইয়াত এক লেতেৰা অস্বাস্থ্যকৰ পৰিৱেশৰ সৃষ্টি হৈছে।

বহুলোকেই এই দৃশ্যটোও যথেষ্ট সহজভাবে উপভোগ কৰিছিল। দুৰ্ভাগ্যৰ প্ৰথম জোকাৰটোতেই কেতিয়াবা গভীৰ যাতনা আহিব পাৰে। বন্ধুসকলৰ ওপৰত মানুহৰ বিশ্বাস আছে। অনাহুতভাৱে তেওঁৰ বন্ধুসকলৰ পৰা অহা অকপট দানৰ কথা তেওঁৰ স্মৃতি পটত ভাঁহি উঠে। জ্ঞান আৰু কৌশলৰ বাবে খন্তেকৰ কাৰণে হলেও তেওঁৰ মন আশাত উল্লসিত হৈ উঠে। আন এটা সময়ত হতাশা, অস্বস্তি আৰু অবহেলাই কোঙা কৰি পেলায়। আকৌ সেই একেখিনি চকুৰেই দেখা পায় জেলৰ ভিতৰৰ কয়দীবোৰৰ মুক্তিৰ কোনো আশা নাই, কোনো নিজা অধিকাৰ নাই কেৱল মাত্ৰ তেওঁলোক অহৰ্নিশে জেলত পচিব লাগিছে। এই অত্যাচাৰ বৰ বেছি দিন নিটিকিল। অৱশ্যে পুনৰুত্থানৰ আশা থাকি গ'ল।

এতিয়াৰ পৰা কুৰি বছৰ আগতে ৰাজ পথটোৰেদি এটি সন্তানৰ সৈতে এগৰাকী মাতৃ আহি জেলখানাৰ গেটত উপস্থিত হোৱাটো এটা নিত্যনৈমিত্তিক ঘটনা আছিল। প্ৰায়ে এনিশাৰ বিৰামহীন বিপত্তি আৰু ঔৎসুক্যৰে ভৰা চিন্তাৰ পিছত তেওঁলোক ভালৈ আহে, এটা ঘণ্টা তীব্ৰগতিত অতিবাহিত হৈ যায়। তাৰ পিছত গাভৰু মাকজনীয়ে বিনম্ৰভাৱে সন্তানটোৰ সৈতে দলংখনৰকালে গুচি যায় আৰু তাক সাৱটি তুলি লৈ পুৱাৰ ৰ'দত জিলমিলাই উঠা দলঙৰ তলেদি বৈ যোৱা পানীবোৰ সন্তানটোক দেখুৱায়। নৈৰ বোৱতী পানীয়ে ভৱিষ্যত জীৱনৰ প্ৰস্তুতিৰ উৎসাহ যোগায়। সন্তানটোৰ নিৰানন্দ আৰু বেমাৰী চেহেৰাটো দেখি মাকে উচুপি উঠে আৰু তেওঁৰ সেই অৱস্থাটো তেওঁৰ সন্তানটোৰ চকুৰ পৰা লুকুৱাই ৰাখিবলৈ গাৰ কাপোৰেৰে নিজৰ মুখখন ঢাকে। তেওঁৰ অতীত স্মৃতি তেনেই নামমাত্ৰ আৰু একে ধৰণৰ। সেয়া হৈছে

তেওঁৰ অভিভাৱকত্ব আৰু কষ্টৰ দৈন্য। ঘণ্টাৰ পিছত ঘণ্টা ধৰি সি মাকৰ কোলাত বহি মাকৰ গালৰ চকুপানী খিনিলৈ ট টকৈ চাই থাকে আৰু নিশব্দে কোলাৰ পৰা নামি গৈ অন্ধকাৰ চুকত কেঁকুৰি কেঁকুৰি শোৱাৰ চেষ্টা কৰে। অশেষ কষ্ট, নাটনি, ভোক পিয়াহ, শীত আৰু দাৰিদ্ৰ্যাৰে আৰম্ভ তাৰ জীৱনৰ প্ৰথমটো পুৰা। নিৰানন্দ, বৈচিত্ৰ্যহীন এক বোবা বেদনাৰে জৰ্জৰিত তাৰ শৈশৱ।

তাৰ পিতৃ মাতৃয়ে তাক আৰু পৰস্পৰে পৰস্পৰক লক্ষ্য কৰে। কিন্তু মানসিক তাড়নাত মুখ ফুটাই একো ক'ব। নোৱাৰে। পৃথিৱীৰ যি কোনো শক্তিৰ বিৰুদ্ধে, বা যি কোনো কামৰ বাবে কোনো চিন্তা কৰিব নলগীয়া এই যুৱকে এটা কুৰা কদৰ্যময় ঠাইত জনপূৰ্ণ জেলত জীৱন কটাবলগীয়া হৈছে। ক্ষীণ আৰু ধুনীয়া তিৰোতা গৰাকীয়ে শাৰীৰিক আৰু মানসিক উভয় ব্যাধিতে ভুগিছে। শিশুটোৰ ক্ষুদ্ৰ অন্তৰখন ভাগি গৈছে।

বৰষুণ আৰু ঠাণ্ডাৰে শীতকাল আহিল। বেচেৰীয়ে তাইৰ গিৰীয়েক থকা জেলখানাৰ ওচৰৰ এটা জৰাজীৰ্ণ ঘৰত আশ্ৰয় ললেহি। তেওঁলোকৰ ভাগ্যহীন পৰিস্থিতিত এটা পৰিবৰ্তনৰ প্ৰয়োজন আছিল আৰু গিৰিয়েকৰ ওচৰত থাকিলৈ পাই তাই কিছু সুখীও হল। এইদৰে মাক পুতেকে গতানুগতিকভাৱে জেলখানাৰ গেটলৈ অহা যোৱা কৰিলে। প্ৰথম বাৰৰ কাৰণে তেওঁলোক এদিন আহিব নোৱাৰিলে। আন এদিন পুৱা তিৰোতাজনী অকলে আহিল সঁন্তানটো মৰিল।

তেওঁলোকৰ দুখত কোন দুখী হ'ব? সন্তান বিয়োগৰ যি তাড়না তাৰ পৰা এনে নিঃকিন লোকক কোনে উদ্ধাৰ কৰিব বা সান্ত্বনা দিব? দুৰ্যোগৰ এনে এটা সময়ত দিয়া এষাৰ সান্ত্বনাৰ বাণী পৃথিৱীৰ কোনো শক্তি বা ঐশ্বৰ্য্যতকৈ কম হব নোৱাৰে। সৰু হাত দুখন সাৰটি, শেঁতা মুখ-মণ্ডল মাক দেউতাকৰ কালে দি তেওঁলোকৰ

ভৰিত সি বহি আছিল। তেওঁলোকৰ সন্তানটো দিনে দিনে শেঁতা আৰু শুকাই খীনাই অহা তেওঁলোকে লক্ষ্য কৰিছিল। সন্তানটোৰ খন্তেকীয়া আগমন যিদৰে আনন্দ আছিল, সেইদৰেই তাক তেওঁলোকৰ সন্তান বুলি পৃথিৱীৰ কোনেও নেজানিছিল। তাৰ বিয়োগৰ দুখ তেওঁলোকৰ অন্তৰত খুব দকৈ সোমাই গৈছিল।

মাকৰ পৰিবৰ্তিত মুখমণ্ডলৈ চালেই সকলোৱে ধৰিব পাৰিছিল যে মৃত্যু অতি সোনকালেই তেওঁৰ দুখ যাতনাৰ ওচৰ চাপিব। তাইৰ গিৰীয়েকৰ লগৰ কয়দীবোৰে তাক অনাহকত আমনি দিবলৈ সাহ নকৰিলে আৰু সৰু কোঠাটোত তাক অকলে এৰি গুচি গ'ল। তাই গৈ নিৰাশ-মনেৰে গিৰীয়েকৰ ওচৰত বহিল। কোনো এক সন্ধ্যা গিৰীয়েকে তাইক খোলা খিৰীকিৰ কাষলৈ মুক্ত বায়ু সেৱন কৰি জীয়াই ৰখাৰ বাবে লৈ গ'ল। তাইৰ মুখত পৰা জোনৰ পোহৰে তাইক তাইৰ অস্তিত্বৰ উমান দিলে আৰু তাই এক অসহায় শিশুৰ দৰে থৰক-বৰক হৈ পৰিল।

"মোক বহুৱাই দিয়া জৰ্জ!" তাই ফেঁকুৰি উঠিলে। সি তাইক বহুৱাই দিলে আৰু কাষতে বহি হাতেৰে মুখ ঢাকি উচুপনিত ভাগি পৰিল।

তোমাক এৰি যোৱাটো বৰ কঠিন জৰ্জ, কিন্তু ভগবানৰ ইচ্ছা —মোৰ হকে তুমি এইটো সহিবই লাগিব। আগাৰ ল'ৰাটো মাৰি নিয়া বাবে মই ভগবানক কি বুলি ধন্যবাদ জনাওঁ! সি এতিয়া স্বৰ্গত সুখত আছে। ইয়াত থকা হলে মাকৰ অবিহনে সি কি কৰিলেহেঁতেন?

"তুমি নমৰা মেৰী! তুমি নমৰা।" গিৰীয়েকে কলে। হাতৰ মুঠিটোৰে মূৰত খুন্দিয়াই খুন্দিয়াই তেওঁ বেগেৰে পায়চাৰি কৰিলে। তাৰ পিচত ঘৈণীয়েকৰ কাষত পুনৰ বহি ঘৈণীয়েকক আলফুলকৈ সাৱটি ধৰি শান্তভাৱে কলে, "উঠা মোৰ দেহলাউ! প্ৰাৰ্থনা কৰা-তুমি আকৌ জী উঠিবা।"

"আৰু কেতিয়াও নহব জৰ্জ, কেতিয়াও নহব।" মৃতপ্ৰায় ভিৰোতাজনীয়ে ক'লে। তেওঁলোকক মোৰ বেচেৰা ল'ৰাটোৰ কাষত মোক শুই থাকিবলৈ দিবলৈ কোৱা। কিন্তু তুমি প্ৰতিজ্ঞা কৰা যে তুমি যদি কেতিয়াবা এই ভয়াবহ ঠাইৰ পৰা ওলাই গৈ ধনী হব পাৰা তেন্তে আমাক ইয়াৰ পৰা দূৰৰ কোনো এক নিৰ্জন গীৰ্জালৈ লৈ যাবা, য'ত আমি শান্তিৰে জিৰাব পাৰো। জৰ্জ মোৰ ওচৰত প্ৰতিজ্ঞা কৰা তাকে কৰিম বুলি।"

আবেগত উল্লসিত হৈ দুই আঁঠুত নিজৰ দেহৰ সমস্ত ভৰ দি মানুহজনে কলে, "কৰিম। কৰিম। মোক আন এটা কথা কোৱা নেৰী—।"

তেওঁৰ কথা বন্ধ হ'ল; কাৰণ তেওঁৰ ভিভিত সাৰটি থকা হাত-খন থৰ আৰু গধূৰ হৈ গৈছিল।

এটা গভীৰ অথচ বিকৃত হুমুনিয়াহ তেওঁৰ গাত লাগিলহি। ওঁঠযোৰ লৰিল আৰু মুখমণ্ডলত হাঁহিৰ ৰেখা বাগৰি গ'ল; কিন্তু ওঁঠযোৰ শেঁতা আৰু হাঁহিটো শিথিল হৈ মুখখন বিকৃত হৈ আছিল। পৃথিবীত তেওঁ অকলশৰীয়া হৈ গ'ল।

সেই নিশা তেওঁ নিৰ্জন কোঠাটোত তেওঁৰ মৃত পত্নীৰ কাষত নিঠকৰাভাৱে আঁঠুলৈ পত্নীৰ আগত কৰা ভীষণ প্ৰতিজ্ঞাৰ সেই দৃশ্যটো এবাৰ চাই যাবলৈ, সাক্ষী হবলৈ ভগবানক প্ৰাৰ্থনা কৰিলে। সেই মুহূৰ্তৰ পৰাই তেওঁ তেওঁৰ পত্নী আৰু পুত্ৰৰ মৃত্যুৰ প্ৰতিশোধ ল'বৰ বাবে আত্মনিয়োগ কৰিলে। সেই মুহূৰ্তৰ পৰাই তেওঁৰ সৰ্ব-শক্তি এই এটা বিন্দুতেই নিহিত হ'ল। এই প্ৰতিশোধ হব ভীষণ প্ৰতিশোধ। তেওঁৰ ঘৃণা-বিতৃষ্ণা হব মৃত্যুহীন আৰু অন্তহীন আৰু ই হব বিশ্বাসঘাটী।

গভীৰতম বিপৰ্যয় আৰু উদ্বেগে মানুহক কিছুমান ভীষণ আৰু কঠিন প্ৰতিজ্ঞা কৰিবলৈ বাধ্য কৰায়। সেই আপদীয়া নিশা

তেওঁৰ লগৰীয়া সকলে তেওঁৰ পৰা এক ভীষণ ভয় পাইছিল। তেওঁৰ চকুযোৰ টিকটিককৈ ৰঙা হৈছিল, মুখমণ্ডল শেঁতা পৰিছিল আৰু তেওঁৰ শৰীৰটো বুঢ়া মানুহৰ দৰে বেঁকা হৈ গৈছিল। তেওঁৰ তল ওঁঠটো ফাটি তেজ ওলাইছিল আৰু থুতৰিয়েদি বাগৰি গৈ তেওঁৰ চোলা আৰু গলাবান্ধত পৰিছিলগৈ। তেওঁ কোনো প্ৰতিবাদ বা কন্দাকটা কৰা নাছিল। কিন্তু তেওঁ অসংযত আৰু বিমৰ্ষ ভাৱে চোতালৰ ইফালে সিফালে খোজকাঢ়ি ঘূৰি ফুৰাৰ পৰা তেওঁৰ ভিতৰখনত যে কিবা এটাই খুলি খাই আছে সেই কথাৰ উমান পাব পৰা গৈছিল।

তেওঁৰ পত্নীৰ মৰাশটো জেলখানাৰ পৰা, সোনকালে আঁতৰাই নিয়াৰ প্ৰয়োজন। এই বিষয়ে দিয়া নিৰ্দেশটো তেওঁ শান্তভাৱে লৈ তাক মানি লৈছিল। মৰাশটো আতঁৰাই নিয়া চাবলৈ তেওঁৰ লগৰ কয়দীবোৰ আহি জুম বান্ধিছিল। তেওঁ কোবাকুবিকৈ সেইফালে অহাত লগৰীয়া কয়দীবোৰে তেওঁক হুৰমুৰকৈ বাট এৰি দিওঁতে ইটো সিটোৰ গাত পৰিছিল। তেওঁ গৈ এডোখৰ নিৰ্জন বেৰা দিয়া ঠাইত নীৰৱে ৰ'ল। তাৰ পিচত খহতা কফিন এটা কান্ধত তুলি ললে। দৰ্শক মহিলাকেইজনীৰ কান্দোন আৰু কফিনটো লৈ আহি থকা মানুহটোৰ খোজৰ শব্দত গধুৰ পৰিবেশৰ মৌনতা ভঙ্গ হৈছিল। তেওঁলোক সকলোৱে গৈ হতভাগা মানুহটোৰ ওচৰ পালেগৈ আৰু তাতে ৰ'ল। তেওঁ কফিনৰ ওপৰত হাত থৈ যান্ত্ৰিকভাৱে শ ঢকা কাপোৰখন আগফালে টানি ঠিক কৰি ললে। জেলৰ ৱাৰ্ডাৰ কেইটাই তেওঁলোকৰ টুপী খুলি তেওঁক সন্মান জনালে আৰু গেটখন পিচফালৰ পৰা বন্ধ কৰি দিলে। তেওঁ মানুহৰ জুমটোলৈ উদাস দৃষ্টিৰে চালে।

এইদৰেই দিন গ'ল ৰাতি আহিল। কেইবা সপ্তাহো পাৰ হৈ গ'ল। কিন্তু তেওঁ কোনো মুহূৰ্ত্তে অচেতন হৈ পৰি নগ'ল

ৰা. তেওঁ কৰা প্ৰতিজ্ঞাৰ কথা মুহূৰ্তলৈও নেপাহৰিলে। তেওঁৰ চকুৰ আগেদি বহুতো দৃশ্য পাৰ হৈ গ'ল। সেই সকলোবোৰেই যেন তেওঁৰ অন্তৰত থকা চিন্তাৰ লগত সম্পৰ্কিত। বিস্তৃত অসীম সাগৰত তেওঁ পাৰি দিলে। মূৰত তেজীৰঙা আকাশ। তলত সোঁতে কোবোৱা গভীৰ সমুদ্ৰৰ উত্তোলিত বাৰিধি আৰু জোঁৱাৰ। আগে আগে এখন জাহাজ। সমুদ্ৰত ধুমুহা। সেই জাহাজৰ পাল মাস্তুলৰ বছীৰ পৰা চিগি উফৰি পৰিছে। ধুমুহাৰ কোবত জাহাজৰ একাষৰ মানুহ এচাৰ মাৰি আন কাষত পেলাইছেগৈ. ভয়ত বিহ্বলা হৈ উচুপি কান্দিছে যাত্ৰীবোৰে। সমুদ্ৰৰ গৰ্জন আৰু ঢৌৰ মাজেদি বাধাহীনভাৱে জাহাজখন আগবাঢ়িছে আৰু আগত গৈ থকা জাহাজখনক খুন্দামাৰি বগৰাই পেলাই দিছে। হঠাৎ চাৰুনৈয়াৰ পৰা শশ মানুহৰ এটা আৰ্তস্বৰ শুনা গল। আকাশ বতাহ আৰু সমুদ্ৰ ভেদ কৰি ধ্বনিৰ প্ৰতিধ্বনিত হৈ সেই আৰ্তনাদ বহু দূৰলৈ বিয়পি গ'ল। কিন্তু ই কি আছিল? পানীৰ ওপৰত ঢৌত ঠেকা খাই ত্ৰাস আৰু চিঁ চিঁ অনিৰ শব্দৰে ওপৰলৈ উঠি অহা এজন বৃদ্ধৰ আকৃতিৰ বস্তুটো কি? এজনে নিৰীক্ষণ কৰি জাহাজৰ পৰা জঁপিয়াই পৰি অশেষ কষ্টেৰে সেই বস্তুটোৰফালে সাঁতুৰি আগবাঢ়ি গ'ল। তেওঁ বস্তুটোৰ ওচৰ পালেগৈ। সেয়া তেওঁৰে ৰূপ। বৃদ্ধই দেখিলে, তেওঁ ওচৰলৈ আহি তেওঁক মুঠি মাৰি ধৰিবলৈ চেষ্টা কৰিছে। কিন্তু তেওঁ টানকৈ মুঠি মাৰি ধৰি পানীৰ তললৈ টানি লৈ গ'ল। তললৈ আৰু তললৈ পঞ্চাছ গজ মান পানীৰ তললৈ লৈ গ'ল। তেওঁৰ শক্তি তিল তিলকৈ শেষ হৈ গ'ল। তেওঁ মৰি থাকিল, তেওঁ তেওঁক হত্যা কৰিলে আৰু তেওঁৰ প্ৰতিজ্ঞা পূৰণ কৰিলে।

বিশাল মৰুভূমিৰ তপত বালিত তেওঁ শুদা ভৰিৰে অকলেই সংগ্ৰাম কৰিলে। বালিয়ে তেওঁৰ উশাহ বন্ধ কৰি অন্ধ কৰি দিছিল। ছালৰ প্ৰতিটো বন্ধাতে বালিৰ টুকুৰাবোৰ সোমাই গৈছিল আৰু

ইয়াৰ চেকচেকনিয়ে তেওঁক বলিয়া কৰি পেলাইছিল। সেই একেটা বস্তুৱেই বতাহে দুৰলৈ নি ওখ স্তম্ভৰ দৰে থিয় কৰাইছিলগৈ আৰু বেলিৰ পোহৰত ই জিলিকিছিল। তেওঁৰ ভৰিৰ ওচৰত নৰকংকাল কিছুমান সিঁচৰিত হৈ পৰি আছিল। এটা ভয়ংকৰ জ্যোতি এইবোৰৰ ওপৰত পৰি আতংক আৰু ৰহস্যৰ মায়াজালৰ সৃষ্টি কৰিছিল। জোৰেৰে মুখ ফালি চিঞৰাৰ কাৰণে চেষ্টা কৰি তেওঁ পাগলৰ দৰে আগবাঢ়ি গ'ল। অলৌকিক এক শক্তিৰে বালিৰ ওপৰত আগবাঢ়ি গ'ল পিয়াহ আৰু ভাগৰ নলগা পৰ্যন্ত গৈ অচেতন হৈ পৰি গ'ল। এক মৃদু শীতলতাই তেওঁক পুনৰুজ্জীৱিত কৰি তুলিলে, হৰহৰকৈ কিবা এটা শব্দ শুনিলে! পানীৰ শব্দ নেকি? আচলতে ই এটা নিজৰা আছিল আৰু তাৰ পৰা চেঁচা পানী তেওঁৰ ভৰিৰ ওপৰেদি বৈ গৈছিল। হেঁপাহ পলুৱাই পানী খাই তেওঁ আকৌ অচেতন হৈ পৰি ৰ'ল। ক্ৰমে তেওঁৰফালে আহি থকা খোজৰ শব্দই তেওঁক জগাই দিলে। এজন বৃদ্ধলোকে তেওঁৰ তৃষ্ণা দূৰ কৰাৰ চেষ্টা কৰিলে। তেও বৃদ্ধক সাবটি ধৰিলে। তেওঁৰ জীৱন ৰক্ষাৰ বাবে প্ৰয়োজনীয় এটোপাল পানীৰ বাবে কেঁা-কেঁাৱাই উঠিল। তেওঁ বৃদ্ধক টানকৈ সাৱটি ধৰি তেওঁৰ চাটি-ফুটি যন্ত্ৰণা লোলুপ দৃষ্টিৰে লক্ষ্য কৰিলে আৰু যেতিয়া প্ৰাণহীন শৰীৰটো তেওঁৰ সমুখৰ ফালে বুকুত বাগৰি পৰিল তেতিয়া সেইটো ভৰিৰে গুৰিয়াই বগৰাই দিলে।

অসুখটো যেতিয়া আঁতৰিল, সংজ্ঞা ঘূৰি আহিল, সাৰ পাই দেখে তেওঁ মুক্ত আৰু ঐশ্বৰ্যশালী। তেওঁ গমপালে যে তেওঁক যি মাক দেউতাকে মাৰিব বুলিছিল, তেওঁলোক জেলত। ঔষধেও যাক ভাল কৰিব নোৱাৰে তেনে এক মৃত্যুশয্যালৈ তেওঁক নো কোনে ঠেলি দিছিল? তেওঁ পুত্ৰক ভিখাৰী কৰাৰ চিন্তা কৰিছিল। কিন্তু তেওঁ এতিয়া গৌৰৱ কৰে যে পলমকৈ হলেও স্বাস্থ্য আৰু শক্তি ঘূৰাই তেওঁ পাইছে। তেওঁ জীয়াই থকাৰ অৰ্থ চিন্তা কৰিলে।

চিন্তা কৰি পালে যে তেওঁৰ পত্নীৰ পিতৃয়েই তেওঁৰ শত্ৰু । তেৱেঁই তেওঁক জেলত ভৰাইছিল। তেওঁৰ পত্নী আৰু ল'ৰা-ছোৱালীয়ে যেতিয়া তেওঁৰ দয়া বিচাৰি তেওঁৰ ওচৰলৈ গৈছিল, তেতিয়া ছুৱাৰ মুখৰ পৰাই অপমান কৰি তেওঁলোকক ঘূৰাই পঠাইছিল । প্ৰতি-হিংসাৰ কাৰণে উঠি পৰি লাগিছিল। এইদৰে তেওঁৰ জীৱন যাত্ৰাত কিছুমান ছুষ্ট শক্তিয়ে তেওঁৰ প্ৰথম আৰু ভীষণ প্ৰতিজ্ঞা পালনৰ সুবিধা দিছিল ।

গ্ৰীষ্মকাল। মূৰত চিন্তাৰ বোজাৰে সন্ধ্যা সময়ত পাহাৰৰ চূড়াৰ নামনিত ঘূৰি ফুৰি তেওঁ ছুইহাতে মুখ ঢাকি এটা শিলত বহিলে। এইদৰে প্ৰায়ে তেওঁ সন্ধ্যা পৰ্যন্ত তাত থাকে ।

সেই ঠাইত বহি তেওঁ সাগৰায় চৰাই চায় । সাগৰৰ ওপৰেদি বেলি ডুবা সুদূৰলৈ অপলক নেত্ৰে চাই ৰয় । কেতিয়াবা সহায়ৰ বাবে মৰা একোটা চিঞৰে তেওঁক সচকিত কৰি তোলে । কাণ পাতি শুনে, ই সঁচাই তেওঁৰ মতিভ্ৰম । দ্বিতীয়বাৰ শব্দটো শুনিলে তেওঁ সেইফালে আগবাঢ়ি যায় ।

সাধুকথাটোৰদ্বাৰাই সাধুটো কোৱা হ'ল ।—কাপোৰ কাণি কিছু-মান সিঁচৰিত হৈ পৰি আছে । সমুদ্ৰৰ ঢৌৰ ওপৰত সাগৰৰ কাষত এটা মূৰ দেখা গৈছে । এক বৃদ্ধই তাড়নাত নিজৰ হাত মোহাৰি চিঁ চিঁ অনি শব্দৰে ইফালে সিফালে সহায়ৰ বাবে দৌৰা-দৌৰি কৰিছে । শক্তিমান এজনে তেওঁৰ কোটটো খুলি দলিয়াই দি পানীত ডুবা মানুহজনক পাৰলৈ আনিবলৈ বুলি পানীত জাপ দিলে ।

বচাওক বচাওক তাক বচাওক । সি মোৰ একমাত্ৰ সন্তান বুলি চিঞৰি চিঞৰি মানুহজনৰফালে তেওঁ আগবাঢ়িল ।

বৃদ্ধৰ প্ৰথম শব্দতে অভ্যাগতজনে নিজৰ বিষয়ে চিন্তা কৰি চাই থিয় হৈ অলৰ অচৰ হৈ ৰ'ল ।

"হে মহান প্ৰভু।" মানুহজনে পিচুৱাই আহি উচ্চাৰণ কৰিলে। অভ্যাগতে মিচিকিয়াই হাহিলে মাত্ৰ আৰু নিশ্চুপ হৈ ৰ'ল। "জীয়াই থাকিবৰ বাবে সংগ্ৰাম কৰি থকা যুৱকজনলৈ আঙুলিয়াই কলে——"মোৰ ল'ৰাটো হেইলিং বাচিব চোৱা—বাচিব।"

বুঢ়াই আকৌ ক'লে, "সি কান্দিছে, এতিয়াও সি বাচি আছে, তাক বচোৱা, বচোৱা তাক।"

অভ্যাগতে স্থিৰ হৈ থাকি মিচিকিযাই হাঁহিলে আৰু এটা মূৰ্তিৰ দৰে থৰ হৈ বৈ থাকিল।

বুঢাই তেওঁৰ ভৰিত পৰি হাতত ধৰি ক'লে, "মই তোমাক ভুল কৰাই দিলো। মোৰ ওপৰত প্ৰতিশোধ লোৱা। মোৰ সৰ্বস্ব লৈ যোৱা মোক মাৰি পেলোৱা। ভৰিৰে গুৰিয়াই পানীত পেলাই দিয়া। যদি মানৱ প্ৰকৃতিয়ে সংগ্ৰামক হেঁচি ৰাখিব পাৰে মই বিনা আপত্তিৰে মৰিম। মাৰি পেলোৱা কিন্তু হেইলিং মোৰ কণমান ল'ৰাটো তাক বচাব লাগিব। এতিয়াই সি মৰিব নোৱাৰে।

অভ্যাগতজনে বুঢ়াৰ হাতত খামোচ মাৰি ধৰি ক'লে,—"শুনা-মই জীৱনৰ কাৰণে জীৱন দিম আৰু এটা জীৱন এয়া ইয়াতে আছে। মোৰ সন্তানটো দেউতাকৰ সমুখতে মৰি থাকিল। বৰ বেদনাদায়ক আৰু কষ্টকৰ মৃত্যু।

তুমি হাঁহিছিলা তোমাৰ জীয়েৰাৰ সমুখত হাঁহিছিলা আমাৰ দুখৰ দিনত মৃত্যু যেতিয়া নিচেই ওচৰত। এতিয়া তুমি তেওঁলোকক কি বুলি ভাবা। চোৱা সৌ তালৈ চোৱা।

অভ্যাগতে তেনেকৈ কৈ সাগৰলৈ আঙুলিয়াই দিলে। ইয়াৰ ওপৰতে এটা দুৰ্বল কান্দোনৰ মৃত্যু হ'ল। মৃত্যুমুখী মানুহজনৰ শেষ শক্তি-শালী সংগ্ৰামে পানীৰ ওপৰত কেই চেকেণ্ডমান ঢৌ খেলিলে। তাৰ পিচত তেওঁ থকা ঠাইটুকুৰা পনীয়ে চিনিব নোৱাৰা কৰি একাকাৰ কৰি পেলালে।

তিনিবছৰৰ পিছত ভদ্ৰলোকজন যেতিয়া লণ্ডনৰ এজন উকীলৰ ঘৰৰ সমুখত এখন ব্যক্তিগত গাড়ীৰ পৰা নামিলহি তেতিয়া তেওঁ এজন বৰ বিশেষ লেখত লবলগীয়া লোক নাছিল। শেঁতা পৰা চেহেৰাৰে, জৰাজীৰ্ণ আৰু বিমৰ্ষ মানুহজন ।

"মোৰ হৈ আপুনি অলপ কাম কৰি দিব লাগে ।" অভ্যাগতে ক'লে ।

উকীলে নমস্কাৰ জনালে আৰু ভদ্ৰলোকজনে লৈ যোৱা ডাঙৰ টোপোলা এটালৈ দৃষ্টিপাত কৰিলে। অভ্যাগতজনে তেওঁৰ দৃষ্টি লক্ষ কৰি পুনৰ কলে,

"ই এটা সাধাৰণ কাম নহয় । এই কাগজ পত্ৰবোৰো মই যথেষ্ট কষ্ট আৰু অৰ্থব্যয় কৰিহে পাইছো ।"

উকীলজনে বৰ উদ্বিগ্ন হৈ টোপোলাটোলৈ চালে। মানুহজনে টোপোলাৰ ৰছী খুলিবলৈ লাগিল । কাৰ্য সম্পন্ন হ'ল আৰু আন আন চুক্তিৰ কাগজ কিছুমান উলিয়ালে ।

এই নথিবোৰত নাম থকা মানুহজনৰ আজি কিছুবছৰ আগৰ টকা পইচা লেনদেনৰ কথা লিখা আছে । তেওঁ আৰু তেওঁ যাক এইবোৰ দিছিল দুয়োৰো মাজত ভাল বুজা পৰা আছিল । তাৰ পিছত মই তেওঁৰ পৰা প্ৰকৃত দামত ৩/৪ খনকৈ লাহে লাহে সেইবোৰ কিনিলো। নিৰ্দ্দিষ্ট সময় উকলি নোযোৱাকৈ ধাৰখিনি নবীকৰণ কৰি থাকিবলৈ কোৱা হ'ল । এনেকুৱা এটা বুজাবুজিৰ কথা ক'তো কোৱা হোৱা নাছিল । পিছত তেওঁৰ বহুত লোকচান হ'ল ।

"মুঠ পৰিমাণ কেইবা হাজাৰো পাউণ্ড হব নহয় ।" কাগজ পত্ৰৰ ওপৰত চকু ফুৰাই উকীলে ক'লে ।

"হয়," মক্কেলজনে ক'লে ।

"আমি এতিয়া কি কৰিব লাগিব ?" তেওঁ কলে ।

"আইনমতে, প্ৰচলিত আইনৰ সকলো সৎ অসৎ উপায়েৰে হেঁচা দি যি কৰিব পৰা যায়। তেওঁক মই ধ্বংস কৰি দিম? তেওঁৰ মাটি সম্পত্তি সকলো বিক্ৰী কৰি দিম। তেওঁক ঘৰৰ পৰা খেদি দিম। টানি চোঁচোৰাই নি বাটৰ ভিকহু কৰিম আৰু শেষ জীৱন জেলত তিলতিলকৈ শাস্তি দিম," উচ্ছাসেৰে তেওঁ ক'লে।

"কিন্তু এই বিলাকৰ মূল্য যদি আচামীজন খেৰকুটা হয়। দিবলৈ অৰ্থকড়ি নেথাকে?" উকীলে ক'লে।

"কোৱাচোন কিমান লাগিব? মোৰ বস্তুখিনি যদি মই পাওঁ তেন্তে তোমাক যিমান লাগে বুলি কোৱা তা'ক দিম।" উত্তেজনাত তেওঁৰ হাতখন এনেধৰণে কঁপিছিল যে তেওঁ কোনোমতেহে কলমটো ধৰি ৰাখিব পাৰিছিল।

ভৱিষ্যতে যাতে লোকচানত পৰিবলগীয়া নহয় সেয়ে উকীলে এটা বৃহৎ পৰিমাণৰ টকা আগতীয়াকৈ খুজিলে। অভ্যাগতে গোটেই পৰিমাণৰ টকাৰ কাৰণে এখন চে'ক লিখি তেওঁক দি গুচি গ'ল।

উকীলে চে'কখন লৈ মক্কেলৰ হৈ কাম আৰম্ভ কৰি দিলে। প্ৰায় দুবছৰ পিচত হেইলিঙে অফিচত বহি কাগজবোৰ এখন এখনকৈ চালে, পঢ়িলে আৰু আনন্দত চকু জিলমিলাই উঠিল। সকলোবোৰ আবেদনৰ বাবে মাত্ৰ এটাই উত্তৰ, "পইচা লাগিব।"

বৃদ্ধৰ কাৰ্যত হেইলিঙৰ ভীষণ খং উঠিল। খঙত দাঁত কামুৰি মূৰৰ চুলিত খামোচ মাৰি ধৰিলে। আক্ৰমণ কৰিবলৈ উদ্যত হ'ল আৰু খেদি গ'ল। ডেৰ বছৰলৈ তেওঁৰ কোনো শুংসূত্ৰ পোৱা নগল।

বহু দিন নেদেখা হৈ থকাৰ পিছত এদিন শেহৰাতি হেইলিং, আহি উকীলৰ ঘৰ পালেহি আৰু খবৰ দিলে যে এজন মানুহে তেওঁক লগ পাব বিচাৰে। উকীলে খটখটীৰ ওপৰৰ পৰাই হেইলি-

ওৰ মাত শুনি তেওঁক চিনি পালে আৰু ভিতৰলৈ আহিবলৈ দিবলৈ চাকৰক অনুমতি দিলে। তেওঁ খটখটী বগাই ওপৰলৈ উঠি গ'ল আৰু শেষত আৰু উশাহ নিশাহ বন্ধ হোৱা অৱস্থাত চ'ৰা ঘৰত সোমালগৈ। দুৱাৰখন বন্ধ কৰি চকী এখনত বহি লৈ কোমল মাতেৰে ক'লে,

"হুঃ যেই হওক তেও' তেওঁক পালোঁহি।"

"ওহোঁ", "বেছ কৰিলে মহাশয় বেছ কৰিলে"— উকীলে ক'লে।

"তেওঁ কামডেন টাউনৰ এটা জৰাজীৰ্ণ ঘৰত লুকাই আছিল," হেইলিণ্ডে ক'লে। খুব সম্ভৱ সেই কাৰণেই আমি তেওঁক দেখা নাছিলো। কাৰণ তেওঁ তাত বহু কষ্ট আৰু দুখত আছিল।

"বেছ", কাইলৈ তুমি তেওঁক কৰায়ত্ব কৰিব লাগিব। পাৰিবা?" 'হয়', হেইলিণ্ডে উত্তৰ দিলে। পিছদিনা। "মই ইয়াক পিচুৱাব লগা হোৱাৰ কাৰণে তুমি আচৰিত হৈছা মই কিন্তু পাহৰি গৈছিলো", এটা কিম্ভুত হাঁহি মাৰি তেওঁ ক'লে "পিচদিনাৰ দিন তেওঁৰ জীৱনৰ এটা বাৰ্ষিকী, তেন্তে সেয়ে হওক।"

"ভাল তেন্তে। তুমি বিষয়ালৈ নিৰ্দেশপত্ৰ লিখিলানে?"

"ওহোঁ"। সন্ধ্যা আঠ বজাত তেওঁক আহি ইয়াতে মোক লগ কৰিবলৈ কোৱা। মই নিজে তেওঁৰ লগত থাকিম।

নিৰ্দিষ্ট ৰাতি তেওঁলোক মিলিত হ'ল আৰু গাড়ী এখন ঠিক কৰি দুয়ো পানক্ৰাচ ৰ'ডত নামিলগৈ। তাত এটা জৰাজীৰ্ণ কৰ্মশালা আছিল। তেওঁলোক যেতিয়া তাত পাইছিলগৈ তেতিয়া আন্ধাৰ বেছকৈয়ে হৈছিল। পশু চিকিৎসালয় খনৰ সম্মুখেদি থকা লিটল কলেজ ষ্ট্ৰীট নামৰ সৰু ৰাস্তাটোৱেদি তেওঁলোক সোমাই গ'ল। ঠাইটুকুৰা আচহৰা আৰু খাল ডোঙেৰে ভৰা।

তেওঁলোকে গৈ সেই জৰাজীৰ্ণ ঘৰটোৰ সন্মুখত বৈ দুৱাৰত টুকুৰিয়ালে লগে লগে এগৰাকী মহিলাই দুৱাৰখন খুলি দিলে আৰু

আঠুকাঢ়ি অভিবাদন জনালে। হেইলিঙে বিষয়াজনক কাণে কাণে ফুচফুচাই কিবা এটা কৈ তলত ৰ'বলৈ ক'লে আৰু বগুৱা বাই ওপৰ তলালৈ উঠি গৈ সমুখৰ কোঠাটোৰ দুৱাৰখন খুলি তৎক্ষণাত ভিতৰলৈ সোমাই গ'ল।

তেওঁ বিচাৰি ফুৰা বুঢ়াজনক এখন শুদা মেজৰ ওপৰত মমৰ ক্ষীণ পোহৰত বহি থকা দেখা পালে। তেওঁ সোমাই অহা মানুহ-জনলৈ চালে আৰু অলসাভৱে থিয় হ'ল।

"এতিয়া কি ? এতিয়া কি ? কি মানসিক তাড়না। তুমি কিয়াত কি বিচাৰিছা ?" বৃদ্ধই সুধিলে।

"তোমাৰ সৈতে অলপ কথা আছে",। হেইলিঙে কলে। তেওঁ কথা কোৱাৰ লগে লগে গাৰ কোট আৰু টুপী খুলি ওচৰত পেলাই থৈ টেবুলখনৰ ইটো মূৰত বহি পৰিল।

বৃদ্ধৰ বাকশক্তি কমি অহা যেন অনুমান হ'ল। তেওঁ চকী-খনৰ পিচফালে বহি পৰিল। দুয়োখন হাত মুঠি মাৰি ধৰিলে আৰু ভয়ত কেৰাহিকৈ চালে।

হেইলিঙে ক'লে, "আজি ছবছৰ দিন মোৰ সন্তানৰ কাৰণে ঋণী কৰি ৰখাৰ জীৱন দাবী কৰি আহিছো। তদুপৰি তোমাৰ জীয়েৰাৰ প্ৰাণহীন অৱস্থা বাবে মই এক ভীষণ প্ৰতিজ্ঞাবদ্ধ জীৱন যাপন কৰিছো। মই মোৰ প্ৰতিজ্ঞাৰ পৰা কেতিয়াও এক মূহূৰ্তও পিচলি পৰা নাই। মোৰ সন্তান আৰু মানুহজনীৰ অভিযোগহীন কষ্ট আৰু সন্তানৰ অনাহাৰৰ দৃশ্য মই নেদেখা হ'লে এনে কামলৈ আগ নেবাঢ়িলোহেঁতেন। মোৰ প্ৰতিশোধৰ প্ৰথম পৰিণাম তোমাৰ মনত ৰ'ব, এয়ে মোৰ শেষ।"

বৃদ্ধ ভয়ত কঁপিবলৈ ধৰিলে আৰু দুয়োখন হাত শক্তিহীন ভাৱে তেওঁৰ দুয়োকাষে পৰি গ'ল।

অলপ পৰ বৈ হেইলিঙে ক'লে, "মই কাইলৈ লণ্ডন এৰি

যাম। আজি ৰাতি মই তোমাক সেই মৃত্যুলৈ ঠেলি দিম—যিটো তুমি তাইক দিছিলা—অধম জেলখানালৈ।"

"তেওঁ বৃদ্ধৰ সন্মতিলৈ চকু দি ৰ'ল। তেওঁ তেওঁৰ মুখমণ্ডলত পোহৰ পেলালে, লাহেকৈ তললৈ চালে আৰু কোঠাটোৰ পৰা ওলাই গ'ল।

"তুমি বৃদ্ধক চোৱা উচিত", তিৰোতা গৰাকীক তেওঁ ক'লে আৰু বিষয়াজনক তেওঁৰ পিছে পিছে যাবলৈ কৈ ৰাস্তাত উঠিল। "তেওঁৰ অসুখ হৈছে বোধহয়।" মহিলা গৰাকীয়ে দুৱাৰ বন্ধ কৰিলে, কোবাকুবিকৈ ওপৰ তলালৈ গৈ দেখে তেওঁ মৰি আছে।

কোৰ্টৰ ফুলনি ঘাঁহনি আৰু সুদৃশ্য কবৰৰ শিলৰ তলত সেই গাভৰু মাতৃ আৰু তেওঁৰ নম্ৰ সন্তানটোৰ হাঁড়বোৰ শুই আছে। কিন্তু পিতৃৰ ছাইবোৰ তাৰ লগত মিলি নগ'ল। সেই নিশাৰ পৰা উকীলজনেও সেই একাচেকা মক্কেলজনৰ সুদূৰৰ যোগসূত্ৰ একো নেপালে।

# ফিয়দৰ মিখাইল'ভিচ্ দস্তয়েভস্কি

( ১৮২১—১৮৮১ )

১৮২১ চনৰ ৩০ অক্টোবৰত মস্কোত তেওঁৰ জন্ম হয়। বিপ্লবী কাৰ্য-কলাপৰ বাবে ১৮৪৯ চনত তেওঁক ৰাজদ্ৰোহী সাব্যস্ত কৰি কাৰাদণ্ড দিয়া হয়। ১৮৫৪ চনত মুক্তি লাভ কৰি পুনৰ সাহিত্য-চৰ্চ্চাত ব্ৰতী হৈ ১৮৮১ চনত মৃত্যু হয়।

'ডি ব্ৰাদাৰ্চ কাৰামাজভ', 'ক্ৰাইম এণ্ড পানিশ্বমেণ্ট, 'ডি ইডিয়ট' আদি অবিস্মৰণীয় উপন্যাস ৰচোঁতা দস্তয়েভস্কিক পৃথিবীৰ সৰ্বকালৰ অন্যতম সৰ্বশ্ৰেষ্ঠ উপন্যাসিকৰূপে গণ্য কৰা হয়।

# বৰদিনৰ গছ আৰু এখন বিয়া

সেইদিনা মই এখন বিয়া দেখিলো ......নহয় ক'ব । মই বৰদিনৰ জোপোহা গছ এজোপাৰ কথাকেই কওঁ । বিয়াখন বেছ জাকজমক আছিল । বেছ ভাল লাগিছিল । কিন্তু আনটো ঘটনা অধিক সুন্দৰ । ক'ব নোৱাৰোঁ, কিয় জানো বিয়াখনে মোক বৰদিনৰ গছজোপালৈ মনত পেলালে । ঘটনাটো এনেদৰে ঘটিছিল :

ঠিক পাঁচ বছৰ আগৰ নতুন বছৰ আদৰণিৰ সন্ধ্যা । ওপৰ শ্ৰেণীৰ লোকৰ সৈতে যোগাযোগ, চিনাকি আৰু চক্ৰান্ত থকা এজন সফল ব্যৱসায়ীয়ে আয়োজন কৰা শিশুৰ শেম-নাচ অনুষ্ঠান এটিলৈ মোক নিমন্ত্ৰণ জনোৱা হৈছিল । দৰাচলতে শিশুৰ শেম-নাচ অজুহাতহে আছিল, মাক বাপেকবোৰে লগ হৈ তেওঁলোকৰ স্বাৰ্থৰ কথাবতৰা আচলে বিচলে আলোচনা কৰাৰ বাবেহে ইয়াৰ আয়োজন কৰিছিল । মই আছিলো এজন বহিৰাগত । মোৰ নিজস্ব বিশেষ ক'ব লগীয়া নাছিল বাবে মই স্বাধীনভাৱেই অকলে সন্ধিয়াটো পাৰ কৰিব পাৰিছিলো । ঘৰুৱা অময়া সুখৰ এই অনুষ্ঠানটিত মোৰ দৰে আন এজন ওকাবাজেং অতিথিৰ ওপৰত মোৰ দৃষ্টি প্ৰথমতে পৰিছিল । তেওঁক দেখাত উচ্চ শ্ৰেণীৰ বা তেনে পৰিয়ালত জন্মৰ যেন নেলাগে । পৰি-পাটি পোছাকেৰে তেওঁ আছিল ওখ, অলপ খীণ আৰু যথেষ্ট গহীন । এই ঘৰুৱা অনুষ্ঠানটিৰ প্ৰতি তেওঁৰ বিশেষ আকৰ্ষণ থকা যেন নেলাগিছিল । কোঠাটোৰ চুকত অকলশৰীয়া হব পাৰিলেই তেওঁৰ ওঁঠৰ হাঁহিটো নোহোৱা হৈছিল, চেলাউৰীযোৰ কোঁচ খাই চকুহুটা ঘোপা হৈ পৰিছিল । গৃহস্থৰ বাহিৰে কাকো তেওঁ চিনি নেপাইছিল প্ৰতি ক্ষণতে তেওঁ আমনি পাইছিল যদিও শেষ মুহূৰ্তলৈ তেওঁ আমোদ পোৱা যেন প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছিল । পিছত গম

পাইছিলো যে তেওঁ অন্য এখন প্রদেশৰ পৰা বিশেষ কামত ৰাজধানীলৈ আহিছিল। গৃহস্থলৈ তেওঁ এখন চুপাৰিচৰ চিঠি অনাৰ বাবে গৃহস্থই তেওঁক কোনো উৎসাহ নথকা স্বত্তেও নিজৰ আশ্ৰয়ত ৰাখিছিল। ভদ্ৰতাৰ খাটিৰতহে শিশুৰ মেম-নাচলৈ তেওঁক মতা হৈছিল ।

কোনেও তেওঁৰ লগত তাচ খেলা নাছিল, তেওঁক চিগাৰ যঁচা নাছিল আৰু তেওঁৰ লগত কথা-বতৰা পতা নাছিল। বোধহয় তেওঁলোকে তেওঁক বিজতৰীয়া বুলি আঁতৰৰ পৰাই গম পাইছিল। ভদ্ৰলোকে সেয়েহে হাত দুখনেৰে কি কৰোঁ কি নকৰোঁকৈ গোটেই সন্ধিয়াটো গোঁফকোছাকেই পকাই আছিল। তেওঁৰ গোঁফকোছা সঁচাকৈ ধুনীয়া আছিল। কিন্তু তেওঁ সেইকোছা ইমান মনোযোগেৰে পকাইছিল যে এনে ভাব হয় যেন তেওঁৰ গোঁফকোছাৰহে প্ৰথম আবিৰ্ভাৱ হৈছিল আৰু সেইকোছা পকাবলৈকে পিছত মানুহজনৰ জন্ম হৈ ছিল ।

উপস্থিত আন এজন অতিথিয়েও মোৰ দৃষ্টি আকৰ্ষণ কৰিছিল। তেওঁ আছিল সম্পূৰ্ণ বেলেগ-সম্ভ্ৰান্ত । তেওঁলোকে তেওঁক জুলিয়ান মাষ্টাকভিচ্ বুলি মাতিছিল । তেওঁ যে আদৰণীয় অতিথি আছিল সেইটো একে দৃষ্টিতে অনুমান কৰিব পাৰি। গৃহস্থ আৰু তেওঁৰ সম্বন্ধ ঠিক গৃহস্থ আৰু গোঁফাল মানুহজনৰ সম্বন্ধৰ দৰে আছিল । গৃহস্থ আৰু গৃহিনী দুয়ো খুব আদৰ সাদৰ কৰি তেওঁক সন্তুষ্ট কৰিব বিছাৰিছিল । দুয়োজনে তেওঁৰ কথা অতি মনোযোগেৰে শুনিছিল আৰু তেওঁৰ ওচৰে-পাজৰে ঘূৰা ঘুৰি কৰি ফুৰিছিল। অতিথি প্ৰায় বোৰকেই তেওঁৰ কষলৈ আনি পৰিচয় কৰি দিয়া হৈছিল । অৱশ্যে পৰিচয় কৰাবৰ বাবে তেওঁক কাৰো কাষলৈ নিয়া নাছিল । এনে মধুৰ সন্ধিয়া পূৰ্বে তেওঁ কাচিৎহে উপভোগ কৰিছিল বুলি জুলিয়ান মাষ্টাকভিচে মন্তব্য কৰাত, গৃহস্থৰ চকুহাল আনন্দৰ আশ্ৰুৰে উপচি পৰা মই লক্ষ্য কৰিছিলো ।

এই সম্ভ্ৰান্ত অতিথিৰ উপস্থিতিত মই ক্ৰমে অস্বস্তি অনুভৱ কৰিবলৈ ধৰিলো। ভালদৰে খাবলৈ পোৱা নোদোকা ল'ৰা ছোৱালী-বোৰৰ মাজৰে পাঁচোতা আমাৰ গৃহস্থৰ আছিল। সিহঁতৰ লগত কিছুসময় উমলি মই কাষৰ খালি কোঠাটোলৈ গৈ আহল বহলকৈ বহিলো ।

নোদোকা শিশুবোৰ বৰ মৰম লগা আছিল। মাক-বাপেক আৰু ধাত্ৰীৰ সকলো প্ৰচেষ্টা বিফল কৰি সিহঁতে যেন মাক বাপেকৰ দৰে হবলৈ অস্বীকাৰ কৰিছিল । অতি কম সময়তে পাতবোৰ চিঙি সিহঁতে বৰদিনৰ জোপোহা গছ জোপা লঠঙা কৰি দিছিল কোনটোনো কাৰ পুতলা, চিনি পোৱাৰ আগতেই আধাতকৈ বেছি পুতলা সিহঁতে ভাঙিছিলেই ।

কেঁকোৰা চুলি আৰু ক'লা চকুহুটাৰে অতি ধুনীয়া ল'ৰাটোৱে তাৰ কাঠৰ বন্দুকটো মোলৈ বাৰে বাৰে টোৱাঁইছিল। কিন্তু কিউপিডৰ দৰে তাৰ ধুনীয়া ভনীয়েকজনীয়েহে সকলোতকৈ বেছি মনোযোগ আকৰ্ষণ কৰিছিল । সপোন সপোন যেন লগা বহল চকুযুৰিৰে তাই আছিল শান্ত আৰু চিন্তাশীল। কোনোবাই তাইৰ খং তোলাত তাই মই বহা কোঠালীটোলৈ আহি এচুকত তাইৰ পুতলাটোৰে সৈতে বহি পৰিল ।

'তাইৰ দেউতাক খুব ধনী ব্যৱসায়ী, সমীহ কৰি অতিথিসকলে ইজনে সিজনক কোৱা কুই কৰিছিল। তাইৰ যৌতুকৰ বাবে এতিয়াই তিনি হেজাৰ কবল ঠিক কৰি থৈছে ।'

মন্তব্য কৰা অতিথি সকলৈ চাই পঠিয়াঁওতে জুলিয়ান মাষ্টক-ভিচ আৰু মোৰ চকুৱে চকুৱে পৰিল। গুৰুত্বহীন এই কথোপকথন তেওঁ বৰ মনোযোগেৰে শুনিছিল ।

আমাৰ গৃহকৰ্ত্ৰীয়ে অতি চাতুৰ্যৰে উপহাৰবোৰ বিতৰণ কৰা মই উপভোগ কৰিছিলো। বহু কবল যোতকৰ অধিকাৰী কণমানীজনীয়ে পাইছিল আটাইতকৈ ধুনীয়া পুতলাটো । মাক বাপেকৰ অৱস্থা

অনুযায়ী আনবোৰ শিশুক পুতলাবোৰ মূল্য অনুপাতে ভগাই দিয়া হৈছিল। ৰঙচুৱা চুলিকোছাৰে প্ৰায় দহবছৰীয়া খীণকায় ল'ৰাটোৱে পাইছিল অলঙ্কৰণ আৰু আন ছবি নথকা এখন কিতাপ। সি আছিল ধাত্ৰীগৰাকীৰ ল'ৰা। তাই দুখীয়া, বিধবা। সাধাৰণ জেকেট পিন্ধা তাইৰ ল'ৰাটো দেখিলেই পুতৌ লগা কিতাপখন লৈ সি আনবোৰ শিশুৰ পুতলাবোৰৰ কেউকাষে ঘূৰিবলৈ ধৰিলে।

সিহঁতৰ লগত খেলিবলৈ পালে সি বোধহয় যি লাগে তাকেই দিলে হেঁতেন। কিন্তু আন ল'ৰা-ছোৱালীৰ ওচৰ চাপিবলৈ তাৰ সাহস হোৱা নাছিল। দেখিলেই গম পায় যে সি তাৰ অৱস্থাৰ বিষয়ে ইতিমধ্যে জানিছিল।

শিশুবোৰলৈ চাই থাকি মোৰ ভাল লাগে। নিজক প্ৰতিষ্ঠা কৰিব বিচৰা সিহঁতৰ স্বভাৱ সঁচাকৈ উপভোগ্য। আন শিশুৰ পুতলা-বোৰে, ঘাইকৈ এখন পুতলা-ভাওনাই ৰঙা চুলিৰ ল'ৰাটোক বৰকৈ আকৰ্ষণ কৰিছিল। পুতলা ভাওনাত অংশ গ্ৰহণ কৰিবলৈ সি ইমান আগ্ৰহী হ'ল যে সি উপবাসে থাকিবলৈকে সিদ্ধান্ত কৰিলে। মিচি-কিয়াই হাঁহি মাৰি সি সিহঁতৰ লগত খেলিব ধৰিলে। তাৰ এক-মাত্ৰ আপেলটোও সি ওফন্দি থকা কুটকুটিয়া ল'ৰাটোক দি দিলে যাৰ পকেটটো মিঠাইৰে ইতিমধ্যে ঠাই খাই পৰিছিল। আন এটাক সি বোকোচাত তুলিও এপাক ঘূৰালে। তাৰ এটাই আশা তাক যাতে এই ভাওনাত অংশ লবলৈ দিয়ে।

কিন্তু কিছুসময়ৰ পিছত এটা অবোধ শিশু তাৰ ওপৰত জপি-য়াই পৰিল আৰু তাক কিলাবলৈ ললে। কান্দিবলৈ তাৰ সাহস নাছিল। ধাত্ৰী গৰাকী আহি তাক আন ল'ৰা-ছোৱালীৰ খেলৰ পৰা আঁতৰি থাকিবলৈ ক'লে। সি চুচুক চামাককৈ মই আৰু সৰু ছোৱা-জনী থকা কোঠালীটোলৈ আহিল। তাই তাক কাষতে বহিবলৈ দিলে দুয়ো লগ লাগি দামী পুতলাটোক পোছাক পিন্ধাবলৈ ধৰিলে।

এনেদৰে প্ৰায় আধাঘণ্টামান সময় পাৰ হৈছিল। মই তন্দ্ৰাত নিমগ্ন হৈ সৰু সৰুকৈ ভ'াহি অহা ৰঙা চুলিৰ ল'ৰাটো আৰু যৌতুক নিৰ্ধাৰিত হৈ থকা ছোৱালীজনীৰ কথা বতৰা শুনি আছিলো। এনেতে জুলিয়ান মাষ্টাকভিচ সোমাই আহিল। শিশুৰ কোঢ়ালৰ আঁৰ লৈ তেওঁ এই কোঠালীটোলৈ সৰকি আহিছিল। অলপ আগতে চিনাকি হোৱা এই অকনমানি ছোৱালীজনীৰ দেউতাকৰ লগত অতি আগ্ৰহেৰে কথা পাতি থকা তেওঁক মই কেইমুহূৰ্তমান আগতে দেখা পাইছিলো তেওঁ কোঠালীটোলৈ আহি একে থৰে থিয় হৈ কিবা গণনা কৰাৰ দৰে চিন্তা কৰি গুণগুনাইছিল ।

তিনিশ — তিনিশ—এঘাৰ-বাৰ তেৰ-যোল্ল-পাঁচ বছৰত। শতকৰা চাৰিকৈ ধৰা যাওক—বাৰ পাঁচ গুণ — ষাঠি আৰু এই ষাঠিত·· ! ধৰা হওক পাঁচ বছৰত ই প্ৰায় চাৰিশ হবগৈ। কিন্তু এই টেঙৰ বুঢ়া শিয়ালটো নিশ্চয় শতকৰা চাৰিত কেতিয়াও সন্তুষ্ট হোৱা নাই। সি বোধহয় আঠ-দহমান পাইছে। ধৰা হওক পাঁচ শ, পাঁচ শ-হেজাৰ ই নিশ্চিত। তাৰ ওপৰত আকৌ খৰচ যিমানেই নহওক······ওঁ ।

নাকটো টানি কোঠাটোৰ পৰা ওলাই যাব খোজোতেই ছোৱালীজনীক দেখি তেওঁ থৰ হৈ ৰ'ল। জোপোহা গছ কেইজোপাৰ আঁৰত থকা বাবে তেওঁ মোক নেদেখিলে। উত্তেজনাত তেওঁ প্ৰায় কঁপি উঠা যেন লাগিছিল। তেওঁৰ গণনাই বোধহয় তেওঁক চিন্তাত খেলি মেলি লগাইছিল। হাত চুখন মোহাৰি, ইফালে সিফালে কৰি তেওঁ অধিক উত্তেজিত হৈ পৰিছিল। পিছলৈ অৱশেষ শান্ত হ'ল। ভাবী কইনাজনীলৈ দৃঢ়-প্ৰতিজ্ঞ হৈ তেওঁ চালে আৰু তাইৰ কাষলৈ আগবাঢ়িব খুজিলে। অৱশ্যে ইফালে সিফালে চাই ললে। তাৰ পিছত দোষী দোষী ভাবেৰে নিঃশব্দে তাইৰ কাষ চাপি অলপমান হালি তাইৰ মূৰত চুমা এটা খালে।

তাইৰ কাষলৈ তেওঁ অহা তাই গম পোৱা নাছিল। হঠাৎ তেওঁক দেখি তাই ভয়ত প্ৰায় চিঞৰি উঠিছিল ।

"তুমি কি কৰিছা ইয়াত" মৰম দেখুৱাই তাইৰ গালখনত অলপ চিকুটি ইফালে সিফালে চাই তেওঁ সুধিলে।

"আমি খেলি আছো।"

'কি, তাৰ লগত!' জুলিয়ান মাষ্টাকভিচে ধাত্ৰীৰ ল'ৰাটোলৈ কেৰাকৈ চাই সুধিলে। ল'ৰাটোলৈ চাই ক'লে, 'এই ড্ৰইং ৰুমলৈ যা।'

ল'ৰাটোৱে বহল চকুৰে মৌন হৈ মানুহজনলৈ চাই থাকিল জুলিয়ান মাষ্টাকভিচে কেউফালে সাৱধানে চাই তাইৰ কাষলৈ পুনৰ হালি সুধিলে।

"সোনজনী, কি পালা", এটা পুতলা?"

"হয় মহাশয়" কোনো উৎসাহ প্ৰদৰ্শন নকৰি তাই ক'লে। তাইৰ চেলাউৰীজোৰ অলপ কঁপি উঠিছিল।

"এটা পুতলা! তুমি জানানে সোনজনা, পুতলাবোৰ কিহেৰে সাজে?"

"নাজানো মহাশয়", সকৈকৈ তাইৰ মূৰটো নমাই আনিলে।

"কটাকানিৰে, সোণজনী! ঐ ল'ৰা, তই ড্ৰইংৰুমৰ বাকীবোৰ ল'ৰাৰ ওচৰলৈ যা।"

ছয়োটা শিশুৱে জোৰকৈ ইটোৱে সিটোক ধৰি তেওঁলৈ ঘোপাকৈ চালে। ইটোৱে সিটোক এৰি নিদিলে।

মাতটো অধিক সক কৰি জুলিয়ান মাষ্টাকভিচে আকৌ সুধিলে, "তুমি জানানে এই পুতলাটো তোমাক কিয় দিছে?"

"নাজানো"

"তুমি যোৱা এসপ্তাহ ভাল ছোৱালী হৈ আছিলা বাবে।"

এনেদৰে কৈয়ে জুলিয়ান মাষ্টাকভিচৰ উত্তেজনাৰ প্ৰকোপ চৰিল। উত্তেজিত আৰু প্ৰায় অধৈৰ্য হৈ তেওঁ চাৰিওফালে চাই লাহে লাহে ক'লে;

"মই যদি তোমাৰ মা-দেউতাৰাক লগ পাবলৈ আহোঁ, তুমি মোক মৰম কৰিবানে, মোৰ সোণ?"

'মৰম লগা জীৱটোক তেওঁ চুমা খাব খুজিছিল। ৰঙা চুলিৰ ল'ৰাটোৱে দেখিলে যে তাইৰ চকুপানী ওলাব খুজিছে। সি তাইৰ হাতখনত ধৰি আবেগত কান্দি পেলালে। মানুহজন খঙত টিঙিৰি তুলা হ'ল।

'যা! কৈছো নহয় যা। ইটো কমলৈ গৈ তোৰ লগৰজাকৰ লগত খেলগৈ।'

'তাক মই যাবলৈ নিদিওঁ। তাক মই যাবলৈ নিদিওঁ। তুমি যোৱা।' ছোৱালীজনীয়ে চিঞৰি ক'লে। তাক এৰি দিয়া। তাক এৰি দিয়া।'-তাই প্ৰায় উচুপিব ধৰিলে।

দুৱাৰত জোতাৰ শব্দ শুনা গ'ল। জুলিয়ান মাষ্টাকভিচে তেওঁৰ গাম্ভীৰ্যপূৰ্ণ দেহাটো পোনাই ললে। ৰঙা চুলিৰ ল'ৰাটো ৰবং বেছি আতঙ্কিত হ'ল। সি তাইৰ হাতখন এৰি দি ভয়ত চুচৰি চুচৰি বহা কোঠাৰ পৰা একেবাৰে খোৱা কোঠা পালেগৈ।

আনৰ দৃষ্টি আকৰ্ষণ নকৰিবলৈ জুলিয়ান মাষ্টাৰভিচ খোৱা কোঠালৈ গ'ল। ভঙা মিছা মাছৰ দৰে তেওঁ ৰঙা পৰিছিল। আইনাত নিজৰ ৰূপটো চাই তেওঁ লাজ পাইছিল। নিজৰ অত্যুৎসাহ আৰু ধৈৰ্যহীন অৱস্থাত তেওঁৰ নিজৰ ওপৰত খং উঠিছিল। তেওঁৰ গণনাই তেওঁক আত্মসন্মান পাহৰাই সৰু ল'ৰা এটাৰ লালসা জাগ্ৰত কৰি এটা বস্তুলৈ পোনে পোনে আগবঢ়াই নিছিল। যদিও এতিয়া সেই বস্তুটো গঢ়ি উঠাই নাই। পাঁচ বছৰলৈ গঢ়ি নুঠে। মানুহজনক মই বহা কোঠালৈ সোমাই যোৱা চাই থাকিলো। তাতে আকৌ আন এখন ভাওনা অনুষ্ঠিত হৈছিল।

জুলিয়ান মাষ্টাকভিচে অত্যন্ত বিৰক্তি আৰু খঙেৰে ৰঙা চুলিৰ ল'ৰাটোক ভয় খুৱাবলৈ ধৰিলে। পিছুৱাই পিছুৱাই ল'ৰাটোৰ যাবলৈ ঠাই নোহোৱা হ'ল। ভয়ত সি ক'লৈ যাব তাকো ঠিক কৰিব নোৱাৰা হ'ল।

'ওলাই যা ইয়াৰ পৰা। তই কি কৰিছ ইয়াত? অকৰ্মণ্য, ওলা! চুৰ কৰিছ, নহয় নে? অ' চুৰ কৰিছ! ওলা, আপচুটো। তোৰ লগৰীয়াৰ লগলৈ যা!'

ভয়াৰ্ত শিশুটিয়ে শেষ আশ্ৰয় হিচাপে টেবুলৰ তললৈ বগাই সোমাল। তাক উৎপীড়ন কৰা জনে খণ্ডত পকেটৰ পৰা লিনেনৰ ৰুমালখন উলিয়াই সেইখনেৰেই তাক কোবাই কোবাই তাৰ পৰা খেদি পঠাব বিচাৰিলে।

এইখিনিতে মই কৈ থওঁ যে জুলিয়ান মাষ্টাকভিচ আছিল পেটাল, গোটা আঁঠু আৰু ফুলা গাল দুখনেৰে, এক থুলন্তৰ মানুহ। তেওঁ ঘামিছিল আৰু যথেষ্ট ফোঁপাইছিল। তেওঁ ল'ৰাটোক ইমান দেখিব নোৱাৰা হৈছিল (নে তাৰ প্ৰতি ঈৰ্ষা হৈছিল) যে তেওঁ বলিয়াৰ দৰে কৰিছিল।

মই অন্তৰ খোলাকৈ হাঁহিলো। জুলিয়ান মাষ্টাকভিচে মোৰফালে চালে। খন্তেকৰ বাবে নিজৰ গুৰুত্ব পাহৰি কিংকৰ্তব্য বিমূঢ় হৈ গৈছিল তেওঁ। সেই মুহূৰ্ততে পিছৰ দুৱাৰেদি আমাৰ গৃহস্থ সোমাই আহিল। ল'ৰাটো টেবুলৰ তলৰ পৰা বগাই ওলাই তাৰ কিলাকুটি আৰু আঁঠুৰ ধুলিবোৰ জোকাৰি ললে। ততাতৈয়াকৈ জুলিয়ান মাষ্টাকভিচে ওলমি থকা ৰুমালখন তেওঁৰ নাকটো মোহাৰিবলৈ নিলে। কিছু সন্দেহজনক দৃষ্টিৰে গৃহস্থই আমাৰ তিনিওজনলৈ চালে। কিন্তু সকলো পৰিবেশতে খাপ খাই পৰাৰ কিটিপ জনা গৃহস্থই পৰিবেশটোৰ চল লৈ মূল্যবান অতিথিজনৰ পৰা তেওঁ বিচৰা বস্তু এটা আদায় কৰিব খুজিলে।

'মই আপোনাক যে কৈছিলো, এইটোৱেই ল'ৰা', ৰঙা চুলিৰ ল'ৰাটো দেখুৱাই তেওঁ ক'লে।

'সি মোৰ ধাত্ৰীৰ ল'ৰা', অনুনয় কৰি গৃহস্থই কৈ গ'ল। 'বেছেৰী, তাইৰ স্বামী বৰ সাধু বিষয়া আছিল। সেই কাৰণে, যদি আপোনাৰ দ্বাৰা সম্ভৱ হয়..?

'অসম্ভৱ! অসম্ভৱ!' জুলিয়ান মাষ্টাকভিচে চিঞৰি উঠিল। 'আপুনি মোক ক্ষমা কৰিব, ফিলিপ আলেক্সিভিচ, মই নোৱাৰিম। মই চাইছিলো। এতিয়া খালি চাকৰি নাই। ইয়াতকৈ বেছি কৰ্তৃত্ব থকা প্ৰায় দহজন এতিয়াও ৱেইটিং লিষ্টত আছে। মাফ কৰিব।'

'বৰ বেয়া হ'ল', গৃহস্থই ক'লে 'সি বৰ শান্ত, বাধ্য ল'ৰা।'

"মোৰ মতে ই কিন্তু অতি দুষ্ট, লাঠুৱা", জুলিয়ান মাষ্টাকভিচে মুখখন বিকটাই ক'লে, 'যা' এই ল'ৰা, তই এতিয়াও ইয়াত কি কৰিছ? তোৰ পৰ্যায়ৰ ল'ৰাবোৰৰ ওচৰলৈ যা।'

নিজকে চম্ভালিব নোৱাৰি তেওঁ মোলৈ বেঁকাকৈ দীঘল চাৱনি এটা দিলে। মই মোক চম্ভালিব নোৱাৰিলো। তেওঁৰ মুখলৈ চায়ে মই হাঁহি দিলোঁ। তেওঁ ঘূৰিল আৰু মই শুনাকৈয়ে গৃহস্থক "এই অযোগ্য ডেকাজননো কোন" বুলি সুধিলে। মোক সম্পূৰ্ণ উপেক্ষা কৰি দুয়োজনে ফুচফুচাই কথা পাতি গ'লগৈ।

অট্টহাস্যত মই কঁপিছিলো। তাৰ পিছত মইও বহা কোঠালৈ গলোঁ। তাত আমাৰ গৃহস্থ, গৃহিণী আৰু মাক বাপেকবোৰে সেই ভব্য গব্য লোকজনক আগুৰি আছিল। তেওঁ এইমাত্ৰ চিনাকী হোৱা ভদ্ৰমহিলাগৰাকীৰ সৈতে অতি উৎসাহেৰে কথা পাতি আছিল। ভদ্ৰমহিলাই ধনী ছোৱালীজনীৰ আঙুলি এটা ধৰি আছিল। জুলিয়ান মাষ্টাকভিচে হিয়া উজাৰি তাইৰ প্ৰশংসা কৰিবলৈ ধৰিলে। উলাহত বিভোৰ হৈ মৰম লগা ছোৱালীজনীৰ ৰূপ, গুণ আৰু সুন্দৰ লালন-পালনৰ বিষয়ে তেওঁ ইমান বখানিছিল যে প্ৰকৃততে তেওঁ তাইৰ মাককহে তোষামোদ কৰিছিল। মাকৰ চকু আনন্দত চকচকীয়া হৈছিল আৰু বাপেকে আত্মতুষ্টি প্ৰকাশ কৰিছিল।

সেই আনন্দ যেন আছিল সৌচৰা বিধৰ। প্ৰত্যেকেই তাৰ ভাগ ললে। এই কথোপকথনত ব্যাঘাত নজন্মিবলৈ শিশুবোৰো আনকি মনে মনে আছিল। গোটেই পৰিবেশটো গহীন হৈ পৰিছিল।

তেওঁলোকৰ ঘৰলৈ আহি তেওঁলোকক ধন্য কৰিবলৈ বুলি অতি বহুা বহুা নম্ৰ ভাষাৰে আবেগত অধীৰ হৈ কণমান ছোৱালীজনীৰ মাকে জুলিয়ান মাষ্টাকভিচক সুধিছিল। অকৃত্ৰিম উৎসাহেৰে জুলিয়ান মাষ্টাকভিচে এই আমন্ত্ৰণ গ্ৰহণ কৰা মই শুনিলো। ইয়াৰ পিচত অতিথিসকল পৰিপাটিকৈ কমটোত সিঁচৰিত হ'ল। তেওঁলোকে সসম্মানে সেই ব্যৱসায়ীজন, ব্যৱসায়ীজনৰ পত্নী আৰু তেওঁলোকৰ ছোৱালীজনী আৰু বিশেষকৈ জুলিয়ান মাষ্টাকভিচৰ প্ৰশংসা কৰা শুনা গ'ল।

"তেওঁ বিবাহিত নে ?" জুলিয়ান মাষ্টাকভিচৰ পিছত থিয় হৈ থকা মোৰ চিনাকী মানুহজনক মই সুধিলো।

জুলিয়ান মষ্টাকভিচে মোলৈ এটা ক্ৰুৰ চাৱনি নিক্ষেপ কৰিলে।

"নাই কৰোৱা," মোৰ ইচ্ছাপূৰ্বক মূৰ্খামিত আচৰিত হৈ তেওঁ উত্তৰ দিলে।

★ ★ ★ ★

বৰ বেছিদিনৰ কথা নহয়। মই গীৰ্জটোৰ কাষেৰে পাৰ হৈ যাব খোজোতেঁ এখন বিয়াৰ বাবে বহুলোকৰ সমাগম মোৰ চকুত পৰিল। দিনটো নিমাওমাও আছিল। কিনকিনিয়া বৰষুণ এজাক আহিব ধৰিছিল। মানুহৰ জুমৰ মাজত মই গীৰ্জাটোলৈ আগবাঢ়ি গলো। পৰিপাটি পোছাকেৰে দৰাটো আছিল প্ৰায় গোলাকৃতিৰ এজন পেটুৱা মানুহ। হুৰাহুৰি কৈ তেওঁ ইকালে সিকালে লৰি আয়োজনৰ নিৰ্দ্দেশ দি ফুৰিছিল। এনেতে শুনা গ'ল যে কইনা আহিছে। জুমটো ঠেলি মই আগবাঢ়ি প্ৰথম বসন্ত আহোঁ নাহোঁ কৰা সুন্দৰী কইনাজনী দেখিলোঁ। কিন্তু সুন্দৰীৰ মুখখন আছিল শেঁতা, বেদনাৰে বিবৰ্ণ। তাইক অন্যমনস্ক হৈ থকা দেখা গ'ল। অলপ আগৰ উচুপনিয়ে তাইৰ চকুহাল ৰঙা কৰা যেন মই মন কৰিলো। তাইৰ মুখৰ অদ্ভুত কঠোৰতাই তাইৰ ৰূপৰ এক বিশেষ তাৎপৰ্য আৰু গাম্ভীৰ্য প্ৰকাশ কৰিছিল। কিন্তু সেই কঠোৰতা, গাম্ভীৰ্য আৰু বেদনাত

শিশুৰ পবিত্ৰতাহে জিলিকি উঠিছিল। তাইৰ দেহাৱয়ৱত প্ৰকাশ পোৱা কিবা এক কম বয়সীয়া অস্থিৰ প্ৰতিক্ৰিয়াই যেন তাইক নীৰৱে দয়াৰ পাত্ৰী কৰি তুলিছে। তাইৰ বয়স মাত্ৰ যোল বুলি নিহঁতে ক'লে। মই অতি সতৰ্ক হৈ দৰাটোলৈ চালোঁ। হঠাৎ মই জুলিয়ান মাষ্টকভিচক চিনি পালোঁ। তেওঁক মই পাচঁ বছৰ দেখা নাছিলো। আকৌ কইনাজনীলৈ চালো — হে ভগৱান! যিমান পাৰোঁ ততাতৈয়াকৈ মই গীৰ্জাটোৰ পৰা ওলাই আহিলো। কইনাৰ সম্পত্তি, তাইৰ পাচঁ শ হেজাৰ ৰুবলৰ যৌতুক আৰু ইমান সিমান পকেট খৰচৰ কথাবতৰাবোৰ জুমটোৱে গুণগুণাই থকা মই শুনিছিলো।

"তাৰ মানে তেওঁৰ গণনা শুদ্ধ আছিল", ততাতৈয়াকৈ ঘূৰি ৰাজপথত ভৰি দি মই ভাবিলো।

# লিঅ' টলষ্টয়

(১৮২৮—১৯১০)

টলষ্টয় ৰাছিয়াৰ সৰ্বজন শ্ৰদ্ধেয় সাহিত্যিক ৷ সেনাবাহিনীত কাম কৰি, উদ্দেশ্যহীনভাৱে বহুবছৰ প্ৰান্তে প্ৰান্তে ঘূৰি, আঠৈকুৰি বছৰ নিৰলস সাহিত্য ৰচনা কৰি আৰু তাৰে শেহৰ ডেৰকুৰি বছৰ সৰ্ব-ত্যাগী পুৰুষৰূপে সংস্কাৰকৰ মাৰ্হিমূলক জীৱন যাপন কৰা টলষ্টয়ৰ জীৱন যেনেদৰে বিচিত্ৰ, সাহিত্যকৰ্মও ঠিক তেনেদৰেই গভীৰ, ব্যাপক তথা ইতিহাস ৰচনাকাৰী ।

"যুদ্ধ আৰু শান্তি", 'পুনৰুজ্জীৱন', "আন্না কেৰেনিনা" আদি কালজয়ী উপন্যাসৰ স্ৰষ্টা টলষ্টয়ে গোটেই পৃথিৱীতে শ্ৰদ্ধা আৰু সন্মানৰ অতুলনীয় আসন অধিকাৰ কৰি আছে ।

# ঈশ্বৰে দেখে, মাত্ৰ অপেক্ষা কৰে

ভ্লাডিমিৰ নগৰত আইভান ডিমিট্ৰিচ আক্সিঅনভ নামৰ এজন ডেকা সদাগৰে বাস কৰিছিল। তেওঁৰ নিজাকৈ দুখন দোকান আৰু এটা ঘৰ আছিল।

অতি ৰঙীয়াল আৰু গান গাই ভাল পোৱা আইভান ডিমিট্ৰিচ আছিল উজ্জ্বল কেঁকোৰা চুলিৰে এজন সুঠাম পুৰুষ। সৰুতেই তেওঁ সুৰাপান কৰিবলৈ শিকিছিল আৰু কেতিয়াবা বেছিকৈ খাই উৎপাত কৰিছিল, কিন্তু বিয়াৰ পিছত তেওঁ মদ খাবলৈ প্ৰায় সম্পূৰ্ণ এৰিছিল।

এবাৰ জহকালি তেওঁ নিঝ্নী মেলালৈ যাবলৈ ওলাল। বিদায় বেলাত পৰিবাৰে তেওঁক ক'লে, "আইভানডিমিট্ৰিচ, আজি নেযাবা। মই তোমাৰ এটা বেয়া সপোন দেখিছো।"

হাঁহি মাৰি আক্সিঅনভে ক'লে, "মই মেলাত গৈ মদ খাই বলিয়ালি কৰিম বুলি তুমি হ'বলা ভয় খাইছা?"

পৰিবাৰে উত্তৰ দিলে, "কি কাৰণে ভয় খাইছো মই নিজেই ক'ব নোৱাৰো। মই ইমানেই জানো যে মই বৰ বেয়া সপোন এটা দেখিলোঁ। তুমি ঘূৰি আহি টুপীটো খুলি দিয়াৰ লগে লগে তোমাৰ চুলিকোছা পকি যোৱা মই দেখিছিলোঁ।'

আক্সিঅনভে ঢেকঢেকাই হাঁহিলে। "সেইটো ভাল লক্ষণহে।" তেওঁ ক'লে, "চাবাচোন মই যদি চব বস্তু বেচিব নোৱাৰোঁ আৰু তোমাৰ কাৰণে সুন্দৰ উপহাৰ আনিব নোৱাৰোঁ!"

এইদৰে পৰিয়ালৰ পৰা বিদায় লৈ তেওঁ যাত্ৰা আৰম্ভ কৰিলে। বাটত তেওঁ এজন চিনাকী সদাগৰ লগ পালে। দুয়ো

একেখন অতিথিশালাত নিশাটো কটাবলৈ ব'ল। একেলগে চাহ খাই দুয়ো ওচৰাওচৰি দুটা কোঠাত শুবলৈ গ'ল।

বেলা পৰলৈকে শুই থকা অভ্যাস আল্লিঅনভৰ নাছিল। দুৰ হৈ থাকোতেই কিছুদূৰ যাত্ৰা কৰিবলৈ তেওঁ তেওঁৰ চালকজনক জগালে আৰু গাড়ীত ঘোঁৰা লগাবলৈ ক'লে।

অতিথিশালাখনৰ পিছফালৰ পঁজাটোত থকা গৰাকীজনক, পাবলগীয়া ধন আদায় দি তেওঁ পুনৰ যাত্ৰা আৰম্ভ কৰিলে।

প্ৰায় পঁচিশ মাইল বাট গৈ ঘোঁৰা দুটাক খুৱাবলৈ তেওঁ ৰ'ল।

অতিথিশালা এখনৰ বাটচ'ৰাতে তেওঁ খন্তেক জিৰালে। পিছত বাৰান্দাখনলৈ ওলাই আহি চাহৰ পাত্ৰটো তপত কৰিবলৈ দি তেওঁ গীথাৰখন লৈ বজাবলৈ ধৰিলে।

হঠাৎ টিলিং টিলিংকৈ ঘণ্টা বাজি অহা তিনিটা ঘোঁৰাই টনা গাড়ী এখন তাত ৰ'ল। দুজন চিপাহীৰ সৈতে এজন বিষয়া গাড়ী-খনৰ পৰা নামি আল্লিঅনভৰ কাষলৈ আহিল আৰু তেওঁ কোন, ক'ৰ পৰা আহিছে ইত্যাদি নানা ধৰণৰ প্ৰশ্ন কৰিবলৈ ল'লে। আল্লিঅনভে সকলো উত্তৰ সম্পূৰ্ণকৈ দি সুধিলে, "মোৰ লগত অলপ চাহ নাখায় জানো?" কিন্তু বিষয়াজনে ওপৰা উপৰিকৈ প্ৰশ্নহে কৰি গ'ল আৰু তেওঁক অকৌ সুধিলে, "যোৱা নিশা আপুনি ক'ত কটাইছিল? আপুনি অকলে আছিলনে, লগত আন এজন সদাগৰ আছিল? আজি পুৱা আপুনি সেই সদাগৰজনক দেখিছিলনে? আপুনি পুৱতী নিশাতে কিয় অতিথিশালা এৰি গুচি আহিল?

প্ৰশ্নবোৰ শুনি আল্লিঅনভ আচৰিত হৈছিল যদিও যি ঘটিছিল সকলো বিবৰি ক'লে আৰু সুধিলে,

"আপুনি মোক চোৰ বা ডকাইতৰ দৰে এনেদৰে ওপৰা উপ-ৰিকৈ কিয় প্ৰশ্ন কৰিছে? মই মোৰ ব্যৱসায়ৰ বাবে যাত্ৰা কৰিছোঁ।

মোক এনেদৰে প্ৰশ্ন কৰাৰ নিশ্চয় প্ৰয়োজন নাই।

বিষয়াজনে চিপাহী দুজনক মাতিলে আৰু ক'লে, "মই এই জিলাৰ আৰক্ষী বিষয়া। আপুনি যোৱা নিশা একেলগে কটোৱা সদাগৰজনক ডিঙি কটা অৱস্থাত পোৱা গৈছে বাবে মই আপোনাক প্ৰশ্ন কৰিছোঁ। আমি আপোনাৰ বস্তুবোৰৰ তালাচী ল'ব লাগিব।

তেওঁলোক ঘৰটোত সোমাল আৰু আক্মিঅনভৰ তালচী ল'বলৈ ধৰিলে। হঠাৎ মোনা এটাৰ পৰা বিষয়াজনে ছুৰী এখন টানি বাহিৰ কৰি চিঞৰি সুধিলে, "এইখন কাৰ ছুৰী?"

আক্মিঅনভ চালে আৰু তেওঁৰ মোনাৰ পৰা উলিয়াই অনা তেজ লাগি থকা ছুৰীখন দেখি ভয় খালে। "ছুৰীখনত তেজ কেনেকৈ লাগিল?" আক্মিঅভে উত্তৰ দিবৰ চেষ্টা কৰিলে, কিন্তু মাতটো ডিঙিত লাগি ধৰা যেন লাগিল। থোকাথুকিকৈ ক'লে, "...মই— —ক'ব —ক'ব নোৱাৰো—মোৰ নহয়।"

আৰক্ষী বিষয়াজনে তেতিয়া ক'লে, "আজি পুৱা সদাগৰজনক ডিঙি কটা অৱস্থাত পোৱা গৈছে। এই কামটো কৰা মানুহ তইয়ে হবি। ঘৰটো ভিতৰৰ পৰা বন্ধ আছিল আৰু তাত কোনো নাছিল। আৰু এইখন, তোৰ মোনাতেই, তেজ লাগি থকা ছুৰী। তোৰ মুখখনৰ আকৃতিটো আৰু তোৰ ব্যৱহাৰেও এইটো নিশ্চিত কৰিছে। ক, কেনেকৈ তেওঁক হত্যা কৰিলি আৰু কিমান ধন চুৰি কৰিলি?

আক্মিঅনভে শপত খাই ক'লে যে তেওঁ সেই কাম কৰা নাই; সদাগৰজনক চাহ খোৱাৰ পিছত আৰু তেওঁ দেখা নাই; তেওঁৰ হাতত তেওঁৰ নিজৰ আঠ হেজাৰ কবলৰ বাহিৰে আৰু ধন নাই, আৰু সেই ছুৰীখন তেওঁৰ নহয়। কিন্তু কথা কৈ থাকোঁতে দোষীৰ দৰে তেওঁৰ মাতটো ভাগিছিল, মুখখন শেঁতা পৰিছিল আৰু ভয়ত তেওঁ কঁপিবলৈ ধৰিছিল।

আৰক্ষী বিষয়াজনে আক্সিঅনভক বান্ধি গাড়ীত তুলিবলৈ চিপাহী-দুজনক নিৰ্দেশ দিলে। ভৰি দুখন বান্ধি গাড়ীত তুলি দিয়াৰ পিছত আক্সিঅনভে যীশুক সুঁৱৰি কঁপিবলৈ ধৰিলে! তেওঁৰ ধন আৰু বস্তু-জব্দ কৰি ওচৰৰ নগৰখনৰ কাৰাগাৰত তেওঁক ৰখা হ'ল। ভ্লাডিমিৰত তেওঁৰ চৰিত্ৰৰ বিষয়ে সোধপোচ চলিল। আগতে মদমত্ত হৈ সময় নষ্ট কৰা, কিন্তু এতিয়া এজন সাধু পুৰুষ বুলি ভ্লাডিমিৰত সদাগৰ সকলৰ লগত আনেও আক্সিঅনভৰ সম্পৰ্কে ক'লে। অৱশেষত বিচাৰ হ'ল।

ৰামাজানৰ সদাগৰ এজনক হত্যা কৰি তেওঁৰ পৰা কুৰি হেজাৰ ৰুবল চুৰ কৰাৰ অভিযোগত তেওঁ দোষী সাব্যস্ত হ'ল।

তেওঁৰ পৰিবাৰ হতাশ হৈ পৰিল আৰু কি বিশ্বাস কৰিব একো ভাবি নেপালে। তেওঁলোকৰ পোনা কেইটি তেনেই সৰু, এটাইটো পিয়াহ খায়েই আছিল। এটাইকেইটিকলৈ পত্নীয়ে স্বামীক লগ কৰিবলৈ গ'ল। প্ৰথমে তাইক অনুমতি দিয়া নহৈছিল। অশেষ অনুনয় বিনয় কৰাত কৰ্তৃপক্ষই তাইক তাইৰ স্বামীৰ কাষলৈ লৈ গ'ল। কাৰাগাৰৰ পোচাকত শিকলিৰে বান্ধি থোৱা স্বামীক দেখি-য়েই তাই মূৰ্চ্ছা গ'ল। বহু সময়ৰ পিছত চেতনা ঘূৰি অহাত সন্তান কেইটিৰ সৈতে স্বামীৰ কাষত তাই বহি পৰিল। ঘৰুৱা সংবাদ দি তাই স্বামীক প্ৰকৃত ঘটনাটো সুধিলে। তেওঁ সকলো কোৱাত তাই সুধিলে, "আমি এতিয়া কি কৰিব পাৰো।"

"এজন নিৰ্দোষীক ধ্বংস কৰাৰ পৰা বাধা দিবলৈ আমি জাৰলৈ-আবেদন কৰিব লাগিব।"

এখন আবেদন যে জাৰলৈ তাই পঠিয়াইছিল আৰু সেইখনযে ইতিমধ্যে নাকচ হৈছে সেইকথা তাই ক'লে।

আক্সিঅনভ বিমৰ্ষ হ'ল আৰু একো উত্তৰ নিদিলে।

তেতিয়া তেওঁৰ পত্নীয়ে ক'বলৈ ধৰিলে, "তোমাৰ চুলিকোছা

পকা সপোনটো মইতো এনেয়ে দেখা নাছিলো। তোমাৰ মনত আছেনে ? তুমি সেইদিনা যাত্ৰা কৰিব নেলাগিছিল।" আঙুলি কেইটি আক্সিঅনভৰ চুলিকোছাত বুলাই বুলাই তাই সুধিলে, "প্ৰিয়তম জানিয়া, তোমাৰ পত্নীক সঁচা কথা কোৱাচোন, তুমিয়েই সেই কামটো কৰা নাইনে ?"

"তাৰমানে, তুমিও মোক সন্দেহ কৰা !" এনেদৰে কৈ মুখখন লুকুৱাই আক্সিঅনভে উচুপিবলৈ ল'লে। সেই সময়তে চিপাহী এজন আহি সাক্ষাতৰ সময় উকলি যোৱা বুলি ক'লে। তেওঁৰ পৰিবাৰ আৰু পোনাকেইটি এতিয়া যাব লাগে। শেষবাৰৰ বাবে আক্সিঅনভে তেওঁৰ পৰিয়ালক বিদায় দিলে।

সিহঁত যোৱাৰ পিচত আক্সিঅনভে তেওঁলোকৰ মাজত হোৱা কথোপকথনখিনি সুঁৱৰিলে। তেওঁৰ পত্নীয়েও তেওঁক সন্দেহ কৰা কথাষাৰ মনত পৰাত তেওঁ নিজকে ক'লে, "কেৱল ভগবানেহে জানে কি সত্য ; মাত্ৰ তেওঁকহে আমি আবেদন কৰিব লাগে, আৰু কেৱল তেওঁৰ পৰাই আমি ক্ষমা আশা কৰিব পাৰো।"

সকলো আশা ত্যাগ কৰি আক্সিঅনভে আৰু আবেদন নকৰিলে। তেওঁ কেৱল ভগৱানক প্ৰাৰ্থনা কৰি গ'ল।

চমতাৰে কোবাই খনিলৈ পঠোৱাৰ শাস্তি আক্সিঅনভক দিয়া হ'ল। চমতাৰ কোবত হোৱা ঘাবোৰ শুকোৱাত আন কয়দীবোৰৰ সৈতে আক্সিঅনভক চাইবেৰীয়ালৈ লৈ যোৱা হ'ল।

অপৰাধী হিচাপে একুৰি ছবছৰ কাল আক্সিঅনভে চাইবেৰীয়াত কটালে। তেওঁৰ চুলিকোছা শুকুলা মেঘৰ দৰে বগা হৈ পৰিল। পকা দাড়িকোছা হৈছিল দীঘল আৰু লাহী। তেওঁৰ সেই আগৰ আনন্দ নোহোৱা হ'ল। তেওঁ কুঁজা হৈ পৰিছিল। খুব লাহে লাহে কথা কৈছিল, আৰু কেতিয়াও নেহাঁহিছিল। কিন্তু প্ৰায়ে তেওঁ প্ৰনাৰ্থা কৰিছিল।

কাৰাগাৰত তেওঁ জোতা সিবলৈ শিকিলে। উপাৰ্জন কৰা অলপ ধনেৰে তেওঁ 'ডি লাইভচ অফ ডি চেইন্টচ' ( সাধু সন্তসকলৰ জীৱনী ) পুথিখন কিনিছিল। কাৰাগাৰত পৰ্যাপ্ত পোহৰ থাকিলে তেওঁ পুথিখন পঢ়িছিল। ৰবিবাৰে কাৰাগাৰৰ গীৰ্জাটোত তেওঁ কিতাপখনৰ বিভিন্ন অধ্যায় পাঠ কৰিছিল আৰু সমবেত হৈ গীত গাইছিল। কিয়নো তেওঁৰ মাতটো তেতিয়াও মিঠা হৈয়ে আছিল।

তেওঁৰ নম্ৰতাৰ বাবে কাৰাগাৰ কৰ্তৃপক্ষই তেওঁক ভাল পাইছিল। সঙ্গী কয়দীবোৰে তেওঁক 'বুঢ়াদেউতা' বা 'সাধুজন' বুলি সন্মান কৰিছিল। কাৰাগাৰৰ কৰ্তৃপক্ষলৈ আবেদন নিবেদন থাকিলে সিহঁতে তেওঁকে সকলোৰে হৈ কৰলৈ দিছিল। সিহঁতৰ মাজত কাজিয়া-পেচাল আৰু অৰিয়াঅৰি হলে আক্সিঅনভেই বিচাৰ কৰি মীমাংসা কৰিছিল।

আক্সিঅনভে ঘৰৰ পৰা একো খবৰ পোৱা নাছিল। তেওঁৰ পৰিবাৰ আৰু সন্তানকেইটি জীয়াই আছে'ন নাই সেই কথাও তেওঁ নেজানিছিল।

এদিন এদল নতুন কয়দীক কাৰাগাৰলৈ অনা হ'ল। সেইদিনা সন্ধিয়া নতুন কয়দীকেইজনৰ কেউকাষে পুৰণিসকলে গোট খাই নতুন কেইজনক ক'ৰ পৰা আহিছে, কি দোষত শাস্তি হৈছে ইত্যাদি বিভিন্ন প্ৰশ্ন কৰিছিল। নবাগত সকলৰ কাষতে আক্সিঅনভেও বিমৰ্ষ মনে বহি বহি কথোপকথন শুনি আছিল।

পকা দাড়িবোৰ চুটি চুটিকৈ কটা প্ৰায় ষাঠি বছৰীয়া, ওখ, শক্তিবান নবাগত এজনে তেওঁক গ্ৰেপ্তাৰ কৰাৰ কাৰণ কৈ আছিল—

"বন্ধু, মই মাত্ৰ শ্লেজত বন্ধা ঘোঁৰা এটা নিছিলোঁ আৰু মই চুৰ কৰা বুলি দোষী হলোঁ। মই কলোঁ যে মই মাত্ৰ সোনকালে গৈ ঘৰ পাবৰ বাবেহে এনে কৰিছিলোঁ। আৰু পিছত ঘোঁৰাটো এৰিও দিছিলোঁ। তদুপৰি শ্লেজৰ চালকজন আছিল মোৰ বন্ধু। মই ভাবিছিলো সেইটো কোনো দোষণীয় কথা নহয়। কিন্তু নাই,

সিহঁতে নেমানে, 'তই চুৰ কৰিছ।' কিন্তু কেনেকৈ আৰু ক'ত মই চুৰ কৰিলোঁ কোনেও ক'ব নোৱাৰিলে। এবাৰ অৱশ্যে মই এটা দোষ কৰিছিলোঁ। প্ৰকৃততে তেতিয়াই মই ইয়ালৈ আহিব লাগিছিল। কিন্তু সেইবাৰ মই ধৰা নপৰিলোঁ। এইবাৰ কোনো কাৰণ নোহোৱাকৈ সিহঁতে মোক ইয়ালৈ পঠিয়ালে। ......ইচ মই মিছা মাতিলো। মই চাইবেৰীয়ালৈ এবাৰ আগতে আহিছোঁ। কিন্তু সেইবাৰ মই বেছিদিন নেথাকিলো।"

"আপোনাৰ ঘৰ ক'ত", এজনে সুধিলে।

"ভ্লাভিমিৰত। মোৰ পৰিয়াল সেই নগৰৰেই। মোৰ নাম মাকাৰ। চেমিঅনিচ বুলিও মাতে।

আক্সিঅনভেও মুখ তুলি সুধিলে, "কোৱাচোন, চেমঅিনিচ, ভ্লাডিমিৰৰ আক্সিঅনভ নামৰ সদাগৰ পৰিয়ালক তুমি জানানে? সেই পৰিয়ালৰ মানুহবোৰ এতিয়াও জীয়াই আছেন?"

"কিয় নেজানিম? নিশ্চয় জানো। আক্সিঅনভসকল ধনী, যদিও তেওঁলোকৰ দেউতাক চাইবেৰীয়াত আছে। বোধহয় তেওঁ আমাৰ দৰেই এজন পাপী। বাৰু বুঢ়াদেউতা, আপুনিনো ইয়ালৈ কেনেকৈ আহিল?"

আক্সিঅনভে তেওঁৰ দুৰ্ভাগ্যৰ কথা ক'বলৈ ভাল নেপালে। হুমুনিয়াহ এটা কাঢ়ি মাত্ৰ ক'লে, "মোৰ পাপৰ বাবেই মই এই চাব্বিশ বছৰ কাৰাগাৰত আছো"

"কি পাপ", মাকাৰ চেমিঅনিচে সুধিলে?

কিন্তু আক্সিঅনভে মাত্ৰ ক'লে "......... বোধ হয় ই মোৰ কাম্য নাছিল।" তেওঁ আৰু একো নকলেহেঁতেন। কিন্তু লগৰীয়াসকলে আক্সিঅনভ কেনেদৰে চাইবেৰীয়া আহি পালে, কেনেদৰে সহ-সদাগৰজনৰ হত্যা হৈছিল, কেনেদৰে, কোনোবাই ছুৰীখন আক্সিঅনভৰ তালিটোপোলাৰ মাজত লুকুৱাই থ'লে আৰু কেনেদৰে

আক্সিঅনভক অন্যায়কৈ দোষী সাব্যস্ত কৰা হ'ল—সকলো বিবৰি ক'লে ।

এই সকলোবোৰ শুনি, মাকাৰ চেমিঅনিচে আক্সিঅনভৰ ফালে চালে আৰু আচৰিত হৈ ক'লে, "আচৰিত! ই সচাঁকৈ আচৰিত! আপুনি ইমান বুঢ়া হৈ গ'ল, বুঢ়াদেউতা !"

তেওঁ ইমান আচৰিত হোৱাৰ কাৰণ আৰু আগতে আক্সিঅনভক তেওঁ দেখিছে নেকি বুলি লগৰীয়া সকলে সোধাত, মাকাৰ চেমি-অনিচে কোনো উত্তৰ নিদিলে। তেওঁ মাত্ৰ ক'লে, "আমি দুয়ো আকৌ এনেদৰে লগ হোৱাতো সচাঁকৈ আচৰিত !"

সেই সদাগৰজনৰ হত্যাকাৰীক এই মানুহজনে জানিব পাৰে নেকি বুলি আক্সিঅনভ চিন্তিত হৈ পৰিল। সেয়েহে তেওঁ সুধিলে, "চেমিঅনিচ, তুমি সেই ঘটনাটোৰ কথা শুনিছিলা বা তুমি মোক আগতে দেখিছিলা নেকি ?

"মই শুনিম কিয়, গোটেই পৃথিবীতেই উৰাবাতৰি ভৰি আছে। কিন্তু মই কি শুনিছিলো পাহৰিলোঁ। "সদাগৰজনক কোনে হত্যা কৰিছিল" সেয়া বোধহয় তুমি শুনিছিলা?" আক্সিঅনভে সুধিলে।

মাকাৰ চেমিঅনিচে ঢেকঢেকাই হাঁহিলে আৰু উত্তৰ দিলে, "যাৰ টোপোলাত ছুৰীখন পোৱা গৈছিল তেওঁৱেই নিশ্চয় সেইজন হ'ব! আন কোনোবাই ছুৰীখন তাত লুকুৱালেও কথাতেই কয় "ধৰা নপৰালৈকে চোৰ নহয়।" আপোনাৰ গাৰুৰ তলত থকা মোনাটোতনো আনে ছুৰীখন কেনেকৈ থ'ব! আপুনি নিশ্চয় সাৰ পালেহেঁতেন।"

কথাবোৰ শুনি আক্সিঅনভ নিশ্চিত হ'ল যে এই মানুহজনেই সেই সদাগৰজনক হত্যা কৰিছিল। তেওঁ উঠি আঁতৰি গ'ল। সেইদিনা গোটেই নিশা তেওঁ উজাগৰে কটালে। খেলি মেলি ভাব আহি তেওঁৰ মনটো অশান্ত কৰি তুলিছিল। সেইদিনা জেলত বিদায় দিয়া তেওঁৰ পৰিবাৰৰ ছবিখন তেওঁৰ চকুত ভাহি উঠিল। তাই

যেন কাষতেই আছে । চকুযোৰ ওপৰলৈ তুলি তাই যেন চাইছে । হাঁহি হাঁহি কথা পাতিছে। তাৰ পিছত কণমানি শিশুকেইটিৰ কথা মনলৈ আহিল । সিহঁত সেই তোতয়াৰ দৰেই সৰু ফ্ৰক পিন্ধা এটা আৰু আনটো মাকৰ পিয়াহ খোৱা। আৰু তাৰ পিছত তেওঁৰ নিজৰ বতীয়াল সুন্দৰ চেহেৰাটোৰ কথা মনত পৰিল। সেইদিনা অতিথিশালাৰ বাটচ'ৰাত কেনেদৰে তেওঁ আপোন পাহৰা হৈ গীটাৰ বজাই আছিল ! তেওঁক চমতাৰে কোবোৱা সেই দৃশ্য চাই থকা মানুহৰ জুমটো, শিকলিবোৰ আৰু যোৱা ছাব্বিশ বছৰ লগ পোৱা কয়দীবোৰ , তেওঁ অকালতে বৃদ্ধ হোৱা , সকলোবোৰ এটা এটাকৈ তেওঁৰ মনত পৰিল । এই ভাববোৰে তেওঁক ইমান বিমৰ্ষ কৰি তুলিলে যে তেওঁ আত্মহত্যা কৰিবলৈ প্ৰস্তুত হ'ল ।

"আৰু এই সকলোবোৰ ঘটিল এই নীচ মানুহটোৰ বাবে ।", আক্সিঅনভে ভাবিলে ।

মাকাৰ চেমিঅনিচৰ প্ৰতি তেওঁৰ খং ইমান বেছি হ'ল যে তেওঁ নিজক ধ্বংস কৰি হলেও প্ৰতিশোধ ল'ব বিচাৰিলে। গোটেই নিশা প্ৰাৰ্থনা কৰিও তেওঁ শান্তি নেপালে। দিনটো তেওঁ মাকাৰ চেমিঅনিচৰ ওচৰলৈ নগ'ল। তেওঁলৈ মুৰ তুলিও নেচালে ।

এনেদৰে এপষ পাৰ হ'ল। নিশা আক্সিঅনভে শুব নোৱাৰিছিল। তেওঁ ইমানেই ভাগি পৰিছিল যে তেওঁ কি কৰিব ভাবি নেপাইছিল।

এদিন নিশা কাৰাগাৰৰ ভিতৰত খোজ কাঢ়ি ঘূৰি ফুৰোঁতে কয়দীবোৰ শোৱা খাপৰি এটাৰ তলৰ পৰা কিছুমান মাটি বাগৰি অহা তেওঁ লক্ষ্য কৰিলে। কিনো ঘটিছে চাবলৈ তেওঁ ৰ'ল। খাপটোৰ তলৰ পৰা হঠাৎ মাকাৰ চেমিঅনিচ বগাই ওলাই আহিল। আক্সিঅনভলৈ ভয়াৰ্ত চাৱনিৰে চালে। তেওঁলৈ নোচোৱাকৈ আক্সিঅনভ আঁতৰি আহিব খুজিছিল । মাকাৰে তেওঁৰ হাত দুখন ধৰি ক'লে যে তেওঁ বেৰাৰ তলেৰে সুৰঙ্গ এটা খান্দিছে । মাটিবোৰ জোতাৰ ভিতৰত ভৰাই

কয়দীবোৰক কামলৈ নিয়াৰ সময়ত কাৰাগাৰৰ বাহিৰত নি পেলাই দিয়া হৈছে। "আপুনি মাত্ৰ মনে মনে থাকক, বৃদ্ধজন, আপুনিও পলাব পাৰিব। আপুনি কৈ দিলেই সিহঁতে মোক কোবাই মাৰিব। কিন্তু তাৰ আগতেই আপোনাক মই হত্যা কৰিম।"

তেওঁৰ শত্ৰুলৈ চাই আক্সিঅনভ কঁপিবলৈ ধৰিলে। হাতখন টানি একৰাই ক'লে, "পলোৱাৰ ইচ্ছা মোৰ নাই। আৰু তুমিও মোক মাৰিব নেলাগে। তুমি মোক বহুদিন আগতেই হত্যা কৰিছা আৰু তোমাৰ কথা কোৱা নোকোৱাতো ঈশ্বৰৰ নিৰ্দ্দেশমতেহে হ'ব।"

পিছদিনা কয়দীবোৰক কামলৈ নিওতে কেইজনমান কয়দীয়ে জোতাৰ পৰা মাটি পেলোৱা চিপাহীজনে দেখিলে। কাৰাগাৰটোত তালাচী চলোৱা হ'ল আৰু সুৰঙ্গটো ধৰা পৰিল। কাৰাগাৰৰ মুখ্য বিষয়া 'গভৰ্ণৰ' জনে আহি কোনে সেই সুৰঙ্গটো খান্দিছিল কয়দীবোৰক সুধিলে। সকলোৱে নেজানো বুলি ক'লে। জনাসকলে মাকাৰ চেমিঅনিচৰ বিশ্বাসঘাটকতা নকৰিলে। কিয়নো তেওঁক কোবাই মৃতপ্ৰায় কৰিব বুলি তেওঁলোকে জানিছিল। শেষত গভৰ্ণৰে ন্যায়পৰায়ণ বুলি তেওঁ জনা আক্সিঅনভলৈ ঘূৰি চাই সুধিলে,

"তুমি সত্যবান বৃদ্ধ লোক, ভগবানৰ নামত শপত খাই মোক কোৱাচোন সুৰঙ্গটো কোনে খান্দিছে?"

একো যেন ঘটাই নাই এনে ভাবত মাকাৰ চেমিঅনিচ থিয় হৈ আছিল, তেওঁ গভৰ্ণৰলৈ চাইছিল, কিন্তু আক্সিঅনভলৈ বেছিকৈ চোৱা নাছিল। আক্সিঅনভৰ ওঁঠ আৰু হাত কঁপিবলৈ ধৰিলে। বহু সময় তেওঁ শব্দ এটাও উচ্চাৰণ কৰিব নোৱাৰিলে। তেওঁ ভাবিলে, "মোৰ জীৱন ধ্বংস কৰাজনকনো মই কিয় বচাব লাগে? মই ভোগা শাস্তিৰ প্ৰতিফল সি পাওক। কিন্তু মই কৈ দিলে সিহঁতে তাক কোবাই মাৰি পেলাব। আৰু মইতো তাক ভুলকৈয়ে সন্দেহ কৰিব পাৰো মুঠতে মোৰ নো কি লাভ হ'ব?"

'বৃদ্ধজন' গভৰ্ণৰে পুনৰ সুধিলে, "সঁচা কথা কোৱা ! বেৰৰ তলেৰে সুৰঙ্গটো কোনে খান্দিছে, আক্সিঅনভে মাকাৰ চেমিঅনিচলৈ কেৰাকৈ চাই ক'লে", 'মই ক'ব নোৱাৰিম, মহাশয়। মই এই কথা প্ৰকাশ কৰাত ঈশ্বৰৰ ইচ্ছা নাই। মোক যি ইচ্ছা আপুনি কৰিব পাৰে। মই আপোনাৰ হাতত বন্দী।"

গভৰ্ণৰে বহু চেষ্টা কৰিও আক্সিঅনভক একো কোৱাব নোৱাৰিলে। কথাষাৰ তাতেই এৰি দিয়া হ'ল।

সেই নিশা আক্সিঅনভে যেতিয়া বিছনাত দীঘল দি আছিল আৰু প্ৰায় টোপনি যাওঁ যাওঁ হৈছিল, তেতিয়া কোনোবা এজন সোমাই আহি তেওঁৰ বিছনাত বহিলহি। এন্ধাৰৰ মাজেৰে তেওঁ চাই পঠিয়ালে আৰু মাকাৰক চিনি পালে।

"তুমি মোৰ পৰা আৰু কি বিচাৰা ?" "আক্সিঅনভে সুধিলে", "তুমি ইয়ালৈ কিয় আহিছা ?"

মাকাৰ চেমিঅনিচ নীৰৱ হৈ ৰ'ল। আক্সিঅনভ উঠি বহিল আৰু ক'লে, "কি লাগে তোমাক ? কোৱা, নহ'লে মই প্ৰহৰীক মাতিম !"

মাকাৰ চেমিঅনিচে 'আক্সিঅনভৰফালে হালি অতি ওচৰৰ পৰা ফুচফুচাই ক'লে, "আইভনে ডিমিট্ৰিচ, মোক ক্ষমা কৰক।'

"কিহৰ কাৰণে", আক্সিঅনভে সুধিলে।

"মইয়ে সেই সদাগৰজনক হত্যা কৰিছিলোঁ। আৰু ছুৰীখন আপোনাৰ মোনাত লুকুৱাই থৈছিলো। মই আপোনাক হত্যা কৰিব বিচাৰিছিলো কিন্তু বাহিৰত কিহবাৰ শব্দ শুনি মই ছুৰীখন আপোনাৰ মোনাত লুকুৱাই খিৰিকিৰে পলাইছিলো।"

কি ক'ব ভাবি নেপাই আক্সিঅনভ নীৰৱে ৰ'ল। বিছনাৰ খাপটোৰ পৰা নামি মাকাৰ চেমিঅনিচে মাটিত আঁঠুলৈ ক'লে, "আইভান ডিমিট্ৰিচ, মোক ক্ষমা কৰক ঈশ্বৰৰ বাবে, মোক ক্ষমা কৰক ! মই সেই সদাগৰজনক

হত্যা কৰা বুলি স্বীকাৰ কৰিম আৰু আপুনি মুকলি হৈ ঘৰলৈ যাব পাৰিব।"

"তেনেকৈ, কোৱাতো তোমাৰ বাবে সহজ", আক্সিঅনভে ক'লে, "কিন্তু তোমাৰ বাবেই মই চাব্বিশবছৰ ভুগিলো। এতিয়া মই কলৈ যাম? মোৰ পৰিবাৰ ঢুকাল আৰু মোৰ সন্তানে মোক পাহৰি গ'ল। মোৰ যাবলৈ ক'তো ঠাই নাই।"

মাকাৰ চেমিঅনিচ মুঠিল আৰু মূৰটো মজিয়াত কোবাবলৈ ধৰিলে "আইভান ডিমিট্ৰিচ, মোক ক্ষমা কৰক!" তেওঁ কান্দিবলৈ ধৰিলে।

"সিহঁতে মোক চমতাৰে কোবাওঁতেও মই ইমান কষ্ট পোৱা নাছিলো, যিমান কষ্ট পাইছো আপোনাক এতিয়া দেখি......তথাপিও আপুনি মোক পুতৌ কৰি একো নকলে। যীশুৰ বাবে, মোক ক্ষমা কৰক। মই এটা পাষণ্ড।"

তেওঁক কন্দা দেখি আক্সিঅনভে উচুপিবলৈ ধৰিলে।

"ঈশ্বৰে তোমাক ক্ষমা কৰিব!" তেওঁ ক'লে। "তোমাতকৈ কিজানি মই এশগুণ নিচ।" কথাষাৰ কোৱাৰ লগে লগে তেওঁৰ হিয়াখন পাতল পাতল লাগিব।

ঘৰৰ প্ৰতি থকা তেওঁৰ আকৰ্ষণ নোহোৱা হ'ল। কাৰাগাৰ এৰি যোৱাৰ ইচ্ছা তেওঁৰ আৰু নোহোৱা। হ'ল তেওঁ মাত্ৰ জীৱনৰ শেষ মুহূৰ্ত্তৰ বাবে আশা কৰি ৰ'ল।

আক্সিঅনভে এনেদৰে কোৱা স্বত্বেও মাকাৰ চেমিঅনিচে তেওঁৰ দোষ স্বীকাৰ কৰিলে। কিন্তু মুক্তিৰ আদেশ যেতিয়া আহিছিল, আক্সি-অনভৰ ইতিমধ্যে মৃত্যু হৈছিল।

# মাৰ্ক টোৱেইন

১৮৩৫ চনত ফ্লৰিডাৰ মো অঞ্চলত জন্ম লাভ কৰা মাৰ্ক টোৱেইনৰ আচল নাম চেমুৱেল লেংহৰ্ণ ক্লিমেনচ্। বিভিন্ন স্থানত এবা-ধৰাকৈ বিভিন্ন কাম কৰি অৱশেষত খবৰ কাগজৰ কাৰণে তেওঁ প্ৰথমে লেখা আৰম্ভ কৰে। ভ্ৰমণৰ অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি লিখা 'ইনচেন্টছ এব্ৰড'—গ্ৰন্থই ১৮৬৯ চনত জনপ্ৰিয়তা লাভ কৰে।

তেওঁৰ বেছিসংখ্যক গল্পই নক্সাৰ শাৰীতহে পৰে যদিও তাৰে কিছুসংখ্যক চুটিগল্পৰ সকলো গুণেৰে—ঘাইকৈ ব্যঙ্গাত্মক প্ৰকাশেৰে সমৃদ্ধ।

মাৰ্ক টোৱেইন আমেৰিকাৰ সৰ্বজনসমাদৃত লেখক আৰু পৃথিবীৰ অন্যান্য দেশত তেওঁ আটাইতকৈ পৰিচিত মাৰ্কিন সাহিত্যিক।

# ৰেলত নৰমাংস ভোজন

অলপতে চেন্ট লুইচলৈ যাওঁতে, কোনোবা এটা ষ্টেশনত চল্লিশ-পঞ্চাশ বছৰ বয়সীয়া এজন মানুহ ৰেলত উঠি মোৰ কাষতে বহিল। চা-চিনাকি হৈ এঘণ্টামান বিভিন্ন বিষয়ৰ আলোচনা কৰাৰ পিছত তেওঁ কলে, "আপোনাক এটা গল্প কওঁ। মোৰ জীৱনৰ এটা গোপন অধ্যায় অপোনাৰ আগত প্ৰকাশ কৰোঁ। আজিপৰ্যন্ত এই ঘটনা মই কাকো কোৱা নাই। মন দি শুনক আৰু কাহিনীৰ মাজত বাধা নিদিওঁ বুলি কথা দিয়ক।"

মই কথা দিলো। মানুহজনে তেতিয়া কেতিয়াবা উৎসাহেৰে, কেতিয়াবা দুখেৰে কিন্তু সকলো সময়তে আবেগ আৰু আন্তৰিকতাৰে এই আচৰিত অভিযানটোৰ কথা ক'বলৈ ধৰিলে।

"তাৰিখটো আছিল ১৮৫৩ চনৰ ১৯ ডিচেম্বৰ। আমি চেন্ট লুইচৰ পৰা ছিকাগোলৈ যোৱা সন্ধিয়াৰ ৰেলত উঠিলো। মুঠ যাত্ৰী আছিল মাত্ৰ চৌব্বিশজন। মহিলা বা শিশু নাছিল, সকলোৰে মন আছিল মুকলিমূৰীয়া। সোনকালেই আমাৰ মাজত আন্তৰিক সম্পৰ্ক গঢ় লৈ উঠিল। ভাবিলো, যাত্ৰা বৰ সুখৰ হ'ব। কিন্তু, অলপ সময়ৰ পিছতে যে আমি সকলো এক ভয়ংকৰ আতঙ্কৰ মাজত সোমাই পৰিম—সেই আশংকা তেতিয়া কাৰোৰেই হোৱা নাছিল।

"নিশা এঘাৰমান বজাত বৰফ পৰিবলৈ আৰম্ভ কৰিলে। 'ৱেল্‌ডেন নামৰ সৰু গাওঁখন পাৰ হোৱাৰ পিছতেই আমি গছ-কাঠ নথকা বিস্তীৰ্ণ ঘাঁহনিৰ নিৰ্জনতাৰ মাজত সোমাই পৰিলো।

তাৰ পৰা আৰম্ভ কৰি দূৰৰ জুবিলি কম্প’নি পৰ্যন্ত মাইলৰ পিছত মাইল জনবসতিহীন অঞ্চল। গছ নাই, পাহাৰ নাই আনকি কোনো শিল বা পাথৰৰ বাধাও নাই। সম্পূৰ্ণ উন্মুক্ত বতাহ সেই সমভূমিৰ ওপৰেদি দ্ৰুতবেগে কাণফলা শব্দ কৰি বৈ আছে। সাগৰৰ ঢৌৰ ওপৰৰ পৰা উফৰি পৰা ফেনৰ টুকুৰাৰ দৰে কেৱল বৰফৰ টুকুৰা বতাহত সিচঁৰিত হৈ পৰিছে। বাহিৰত বৰফ ক্ৰমে ঘন হৈ আহিছে আৰু ৰেলৰ গতিবেগ ক্ৰমে ধীৰ হৈ অহাত আমি বুজিব পাৰিছো যে বৰফৰ মাজেদি আগবাঢ়োতে ইঞ্জিনৰ অসুবিধা ক্ৰমে বৃদ্ধি পাইছে। এনেদৰে এসময়ত ৰেলখন বৈ গ’ল—ৰেল লাইনৰ ওপৰত বৰফ জমা হৈ হৈ ডাঙৰ ডাঙৰ কবৰৰ আকাৰ ধাৰণ কৰিছে। আমাৰ কথা-বতৰাত যতি পৰিল। গভীৰ উদ্বেগে ফুৰ্তিৰ ঠাই ললে। বাসভূমিৰ পৰা আঠৈকুৰি মাইল দূৰৰ এই নিৰ্জন ঘাঁহনিত বৰফৰ মাজত বন্দী হৈ পৰাৰ সম্ভাৱনাই দেখা দিলে আৰু এই দুশ্চিন্তাই সকলোৰে ওপৰতে প্ৰভাৱ বিস্তাৰ কৰিলে।

ৰাতি দুটামান বজাত গাড়ীৰ গতি সম্পূৰ্ণ স্তব্ধ হৈ গ’ল আৰু আমাৰ চিলমিল টোপনিও নোহোৱা হ’ল। ইতিমধ্যে আমি উপলব্ধি কৰিলো। যে আমি বৰফৰ পাহাৰৰ মাজত আবদ্ধ হৈ পৰিলো। “সকলোৱেই উদ্ধাৰৰ কামত লাগি যাওক”—জয়ঁাৰ ৰাতিৰ অভেদ্য আন্ধাৰত বৰফৰ ধুমুহাৰ মাজত সকলো যাত্ৰী নামি গ’ল। যেয়ে য’তে পালে কোৰ, বেলচা, তক্তা বিচাৰি ললে। এদল যাত্ৰীয়ে এফালে দুৰ্ঘোৰ অন্ধকাৰ আৰু আনফালে ইঞ্জিনৰ ৰিফ্লেক্টৰৰ চকু চাট মাৰি ধৰা পোহৰৰ মাজত গোট মাৰি থকা বৰফৰ লগত যুঁজ আৰম্ভ কৰি দিলে।

মাত্ৰ এঘণ্টাৰ ভিতৰতে প্ৰমাণ হৈ গ’ল আমাৰ এয়া অপচেষ্টা কেৱল। বৰফৰ এটা পাহাৰ কাটি শেষ নৌ হওঁতেই আন এটা

জমা হবলৈ ধৰিলে আৰু এসময়ত বৰফৰ লগত সংঘৰ্ষত ইঞ্জিনটোৰ এটা অংশ ভাগি গ'ল। অৱস্থা ক্ৰমে শোচনীয় হৈ পৰিল। এতিয়া এটা মুকলি ৰেললাইন আমাৰ সমুখত পৰি থাকিলেও আমি অসহায়। ক্লান্ত; শ্ৰান্ত হৈ আমি সকলো গাড়ীত উঠিলো। দু'ভৰ কাষত গোট খাই গম্ভীৰভাৱে পৰিস্থিতিৰ পৰ্যালোচনা আৰম্ভ হ'ল। লগত কোনো খোৱা বস্তু নাই—এইটো প্ৰধান বিপদ। কাঠ যথেষ্ট আছিল বাবে বৰফত গোট মৰাৰ ভয় নাছিল আৰু সেইটোৱেই আছিল আমাৰ একমাত্ৰ সান্ত্বনা। আলোচনাৰ সিদ্ধান্ত নিৰুৎসাহজনক হলেও কণ্ডাক্টৰৰ পৰামৰ্শকেই আমি মানি ল'লো—কাৰণ এই বৰফৰ সমুদ্ৰৰ মাজেদি পঞ্চাশ মাইল বাট খোজকাঢ়ি যোৱা মানেই নিৰ্ঘাত মৃত্যু। সহায়ৰ আশাতো কাকো পঠোৱা সম্ভৱ নহয়, পঠালেও সাহায্য আহিবলৈ উপায় নাই। ফলত উদ্ধাৰ বা অনাহাৰ মৃত্যু যি কোনো এটাৰ বাবে ধৈৰ্যসহকাৰে অপেক্ষা কৰিব লাগিব। এই কথাবোৰ যেতিয়া আলোচনাৰ মাজত প্ৰকাশ পালে, তেতিয়া সমবেত সাহসী যাত্ৰীজনৰো বুকুৰ ভিতৰখন কঁপিবলৈ ধৰিলে। বতাহৰ হেঁচাৰ মাজে মাজে আলোচনা চলি থাকিল। লাইটবোৰ ক্ৰমেই অমুজ্জ্বল হৈ আহিল আৰু জনপ্ৰাণীহীন বৰফৰ মাজত আবদ্ধ হৈ আধা-পোহৰ আধা আন্ধাৰৰ মাজত থকা মানুহবোৰৰ বেছিভাগেই নিজৰ বৰ্তমানক পাহৰি পাৰিলে টোপনি যাবলৈ চেষ্টা কৰিলে।

পূব আকাশত ঢল ফাট দিলত, সেই দুৰ্যোগৰ ৰাতিৰ অৱসান ঘটি সূৰ্যই নতুন জীৱনৰ সম্ভেদ বহন কৰি আনিলে। যাত্ৰী সকল লাহে লাহে উঠিল, হাত-ভৰি পোন কৰিলে আৰু ৰেলৰ খিৰিকিৰে বাহিৰৰ নীৰস প্ৰকৃতিলৈ চালে। সঁচাই-নীৰস, কতো জীৱনৰ কোনো সন্ধান নাই, চতুৰ্দিশে কেৱল বৰফৰ মৰুভূমি, বতাহতো বৰফ উৰি ফুৰিছে আৰু মূৰৰ ওপৰৰ আকাশ বৰফৰ বা-মাৰলিয়ে ঢাকি ৰাখিছে।

গোটেই দিন গাড়ীৰ ভিতৰতে অহা যোৱা কৰি কটালো। কাৰো মুখত মাত-কথা নাই, কেৱল চিন্তা আৰু দুশ্চিন্তা। আকৌ আহি আছে এটা ভয়ঙ্কৰ সুদীৰ্ঘ ৰাতি। পেটত সৰ্বগ্ৰাসী ক্ষুধা।

আকৌ ৰাতি পুৱাল—নিৰ্জনতা, অৱসন্নতা আৰু জীৱনধ্বংসকাৰী ভোকেৰে পূৰ্ণ এটা দীঘলীয়া দিন। উদ্ধাৰৰ কোনো আশা নাই তথাপি উদ্ধাৰৰ বাবে ব্যৰ্থ প্ৰতীক্ষা, ৰাতি আহিল—পাতল টোপনিও আহিল, লগতে আনিলে খাবলৈ পোৱাৰ স্বপ্ন। কিন্তু সাৰ পালেই ভোকৰ যাতনা।

চতুৰ্থ দিনটোও এনেদৰেই আহিল আৰু গুচি গ'ল। তাৰপিছত পঞ্চম দিন। পাঁচদিনীয়া ভয়ঙ্কৰ বন্দী জীৱন। প্ৰতিটো চকুত হিংস্ৰ ক্ষুধাৰ চাৱনি সেই চাৱনিত আগন্তুক বিপদৰ অৰ্থপূৰ্ণ সংকেতত যেন অদ্ভুত কিবা ধাৰণাৰ আভাষ প্ৰত্যেক ব্যক্তিৰ অন্তৰত লাহে লাহে ঠন ধৰি উঠিছে—কিন্তু মুখ ফুটাই তাক কোনেও কৰবলৈ সাহ কৰা নাই।

ষষ্ঠ দিনো পাৰ হৈ গ'ল। সপ্তম দিনৰ পুৱাৰ পোহৰ শুকাই-খীণাই যোৱা, দেখিবলৈ কুৎসিত হৈ পৰা, আগন্তুক মৃত্যুৰ কৱলত পৰি থকা এমুঠি আশাহীন মানুহৰ ওপৰত বিয়পি পৰিল। যি কথাটো ইমানদিনে প্ৰত্যেক যাত্ৰীয়েই মনে মনে উদ্বেগৰ সৈতে ভাবি আছিল, এইবাৰ তাৰ প্ৰকাশ ঘটিল। অস্বাভাৱিকভাৱে ইমানদিনে মানুহৰ প্ৰকৃতি অৱদমিত হৈ থাকি এতিয়া তাৰ পৰাজয় হ'ল। দীঘল, দেখিলে ভয়লগা, শেঁতা মুখৰ মিনেচোটাবাসী যাত্ৰী ৰিচাৰ্ড এইচ, গেষ্টন হঠাৎ থিয় হ'ল। পিছমুহূৰ্ততে কি ঘটিব পাৰে সকলোৱেই বুজিলে। সকলো প্ৰস্তুত হ'ল—আকো, উত্তেজনা মোহোৱা হ'ল। অলপ আগতেও কুৰে-মুখে হিংস্ৰতা প্ৰকাশ পোৱা যাত্ৰীজনৰ মুখলৈও দুশ্চিন্তাৰ গাম্ভীৰ্য নামি আহিল।

"ভদ্ৰলোকসকল, আৰু বাধা দি ৰাখিব নোৱাৰিছো। সময়

আহিল—সহযাত্ৰীৰ খাদ্য হ'বৰ বাবে আমাৰ মাজৰ কোনজন প্ৰথমতে মৰিব সেইটো এইমুহূৰ্তেই ঠিৰাং কৰিব লাগে।"

ইলিনয়ৰ মিষ্টাৰ জন জে, ৱিলিয়ামচে, ততালিকে থিয় হৈ ক'লে, "ভদ্ৰলোকসকল, মই টেনিচিৰ সম্মানীয় জেমচ, চোয়াৰক মনোনীত কৰিছো।"

"মই নিউয়ৰ্কৰ মিষ্টাৰ ডেনিয়েল স্লটক মনোনীত কৰিছো," ইণ্ডিয়ানৰ মিষ্টাৰ ৱিলিয়াম আডামচে ক'লে।

মিষ্টাৰ চাৰ্লচ জে লেংডনে ক'লে, "চেণ্ট লুইৰ মিষ্টাৰ চেমুৱেল বোৱেনক মই মনোনীত কৰিছো।"

মিষ্টাৰ স্লট: "নিউ জাৰ্চিৰ মিষ্টাৰ জন এ, ভন নোষ্ট্ৰাণ্ডৰ প্ৰস্তাৱৰ বিৰুদ্ধে মই মত প্ৰকাশ কৰিছো।"

মিষ্টাৰ গোষ্টন: "কোনো আপত্তি নেথাকিলে এই যাত্ৰীজনৰ মত গ্ৰহণ কৰা যাব পাৰে।"

মিষ্টাৰ ভন নোষ্ট্ৰাণ্ডে আপত্তি জনোৱাত মিষ্টাৰ স্লটৰ প্ৰাৰ্থিত্ব নাকচ হৈ গ'ল। মিষ্টাৰ চয়াৰ আৰু মিষ্টাৰ বোৱেনৰ আপত্তিও এই একে কাৰণতে নাকচ হৈ গ'ল।

এনেদৰে প্ৰস্তাৱৰ পিচত প্ৰস্তাৱ আহিল আৰু এটা এটাকৈ বহুতো প্ৰস্তাৱ না'কচ হৈ যোৱাৰ পিছত মনোনয়ন সম্পৰ্কত অধিক বিতৰ্ক হ'বলৈ নিদি মিষ্টাৰ গোষ্টনক চেয়াৰমেন, মিষ্টাৰ ব্ৰকক চেক্ৰেটৰী, হলকম্ব, ডায়াৰ আৰু বলডউইনক সদস্য হিচাবে লৈ এখন মনোনয়ন কমিটি গঠন কৰা হ'ল আৰু কমিটিক নিৰ্বাচনৰ কামত সহায় কৰিবৰ বাবে হাইলেণ্ডক সহায়কাৰী হিচাবে নিৰ্বাচিত কৰা হ'ল।

আধা ঘণ্টাৰ বিৰতিৰ পিছত দলীয় প্ৰচাৰকাৰ্য আৰম্ভ হ'ল। চেয়াৰমেনে হাতুৰী পিটি সভাত কেণ্টাকিৰ জৰ্জ ফাৰ্গুচন, লুচিয়ানাৰ হাৰ্মান আৰু কলোৰাডোৰ মেচিকৰ নাম চুপাৰিচ কৰি তেওঁলোকৰ প্ৰতিবেদন দাখিল কৰা হ'ল। সেই প্ৰতিবেদন গৃহীত হ'ল।

ভোজনৰ বাবে কমিটিয়ে নিৰ্বাচিত কৰা ব্যক্তিসকলৰ প্ৰতিবেদনৰ ওপৰত বিশদ বিতৰ্ক হ'ল। প্ৰতিবেদন, প্ৰস্তাৱ, সংশোধনী প্ৰস্তাৱ, নিৰ্বাচিত ব্যক্তিৰ শৰীৰৰ দোষ-গুণ, মাংসৰ পৰিমাণ, হাড়ৰ বয়স আদি বিভিন্ন বিতৰ্কই নিৰাশ যাত্ৰীসকলক পুনৰ আশাবাদী আৰু জীৱনসঞ্চাৰী কৰি তুলিলে।

তাৰপিছত বেলট-ভোট হ'ল। উভয় প্ৰাৰ্থীৰ ভোট সমান সমান হ'লত প্ৰেচিডেণ্টে কাষ্টিং ভোট দিলে। অৱশেষত ফাণ্ড'চনৰ ওপৰত প্ৰস্তাৱ গৃহীত হ'ল আৰু সভা ভঙ্গ হৈ গ'ল।

সাত দিনৰ অনাহাৰৰ পিছত যাত্ৰীসকলে মানুহৰ মঙহ খাবলৈ পোৱাৰ সম্ভাৱনীত ৰেলৰ পিছফালৰ চকীবোৰ খোৱাৰ টেবুল হিচাবে সজালে। এতিয়া গাড়ী ৰৈ থাকিলতো, চাৰিওফালে বৰফৰ পাহাৰ জমা হলতো আমাৰ আৰু কোনো দুশ্চিন্তা নোহোৱা হ'ল। এনেদৰে আমাৰ ভোজনৰ দুশ্চিন্তা সহজেই সমাধান হ'লত আমি মেচিক, হেৰিচ, ডু্লিটল, হকিন্স, চেইলি আদি সকলোকে এজন এজনকৈ পালো, তাৰপিছত উদ্ধাৰকাৰী দল উপস্থিত হলহি।

"তেতিয়াহলে শেষপৰ্যন্ত আপোনাক উদ্ধাৰ কৰিবলৈ এটা উদ্ধাৰকাৰী দল আহিল ?"

"অঁ, নিৰ্বাচনৰ ঠিক পিছতে এদিন সোণালী পুৱা উদ্ধাৰকাৰী দল আহিল। সেইদিনা মাৰ্ফি নিৰ্বাচিত হৈছিল। কিন্তু যিখন ৰেলত আমি ঘূৰি আহিলো, সেইখন ৰেলতে মাৰ্ফিও আমাৰ লগতে ঘূৰি আহিল আৰু হেৰিচৰ বিধবা পত্নীক তেওঁ বিয়া কৰাই সুখে-সন্তোষে......"

"কাৰ বিধবা পত্নীক বিয়া কৰালে ?"

"যাক আমি সৰ্বপ্ৰথমে নিৰ্বাচিত কৰিছিলো, তেওঁৰ পত্নীক বিয়া কৰাই মাৰ্ফি এতিয়া সুখে-সন্তোষে সসম্মানে আছে। কিন্তু চাৰ, হেৰিচক মোৰ যেনেদৰে ভাল লাগিছিল, আপোনাকো তেনেদৰেই ভাল লাগিছে। বাৰু

চাৰ, শুভদিন, মই ইয়াতেই নামিছো, আপোনাৰ যাত্ৰা শুভ হওক।"

মানুহজন নামি গ'ল।

ইমানসময়ে, মানুহৰ তেজ-মঙহ ভোজন কৰা এটা সঁচা অভিজ্ঞতাৰ পৰিবৰ্তে এটা বলিয়াই নিৰৰ্থক কল্পনাৰে সজা এটা কাহিনী শুনিলো। এই কথাটো অৱশেষত জানিব পাৰি এটা বৰ্ণনা কৰিব নোৱাৰা অনুভূতি লাভ কৰিলো।

# আনাটোলে ফ্ৰাঁসে

( ১৮৪৪–১৯২৪ )

উপন্যাস ৰচনাৰ ক্ষেত্ৰতে ফ্ৰাসেঁৰ খ্যাতি অধিক হলেও তেওঁ বহুসংখ্যক চুটিগল্প আৰু নাটকো ৰচনা কৰিছিল ।

পৰিবেশ আৰু চৰিত্ৰৰ বিশদ বৰ্ণনা, মনোগ্ৰাহী উপস্থাপন, বিচিত্ৰ পৰিবেশ ৰচনা, সাবলীল নাটকীয়তা আদি তেওঁৰ চুটিগল্পৰ উল্লেখযোগ্য বৈশিষ্ট্য ।

চুটিগল্পৰ আঙ্গিক তথা ৰচনাশৈলীৰ ক্ষেত্ৰত তেওঁ ফৰাচী সাহিত্যক চহকী কৰি গৈছে ।

# জুদিয়াৰ প্ৰতিনিধি

ইটালিৰ এটা সম্ভ্ৰান্ত পৰিয়ালত এলিয়াচ লেমিয়াৰ জন্ম। এথেন্সত তেওঁ দৰ্শনৰ অধ্যয়ন কৰিবলৈ গৈছিল। ৰোমৰ এচকুইলিনত থকা সময়ত তেওঁ কিছুমান বিজতবীয়া মানুহৰ লগত আছিল। তেতিয়াই কিছুমান ভ্ৰষ্টাচাৰ আৰু লম্পট কামত তেওঁ লিপ্ত হৈছিল। চাল পিচিয়াচ কুইৰিনাচ নামৰ ৰাজদূতজনৰ পত্নীৰ লগত অবৈধ সম্পৰ্ক থকাৰ দোষত টিবেৰিয়াচৰ চীজাৰে তেওঁক দেশান্তৰ কৰিছিল। তেতিয়া তেওঁৰ বয়স মাত্ৰ ছকুৰি চাৰিবছৰ। তেওঁ দেশান্তৰ হৈ থকা ওঁঠৰ বছৰ কালত চিৰিয়া, পেলেষ্টাইন কাপ্পাডচিয়া আৰু আৰ্মেনিয়ালৈ সঘন যাতায়াত কৰিছিল। সেই সুযোগতে তেওঁ এন্টিয়ক, চীজাৰিয়া, আৰু জেৰুজালেমলৈও গৈছিল। টিবেৰিয়াচৰ মৃত্যুৰ পিচত কেইমাচ ক্ষমতালৈ আহে আৰু লেমিয়াক ৰোমলৈ ঘূৰি যাবলৈ অনুমতি দি পূৰ্বৰ সম্পত্তিৰ এটা অংশও ঘূৰাই দিয়ে। দুৰ্দশা আৰু বিপৰ্যয়ৰ মাজত থাকি তেওঁৰ যথেষ্ট অভিজ্ঞতা হৈছিল।

তেওঁ গাভৰু আৰু বিবাহিতা মহিলা সকলৰ লগত মিলামিচা আৰু যৌন সম্পৰ্ক ত্যাগ কৰি এচকুইলিনৰ তেওঁৰ ঘৰটোত নিৰ্জন জীৱন কটাবলৈ ললে। তাত তেওঁ সুদীৰ্ঘ বছৰৰ ভ্ৰমণ অভিজ্ঞতাৰ নথি যুগুতাবলৈ ধৰিলে। এপিকিউৰাচৰ অধ্যয়নে তেওঁৰ জীৱনত এক নতুন দিগন্তৰ সূচনা কৰিলে আৰু অসুখত ভুগি কেইএলৈ যোৱাৰ চিন্তা কৰিলে। তেতিয়া তেওঁৰ বয়স তিনিকুৰি। ধনী আৰু বিলাসী ৰোমানসকল কেইয়ে দ্বীপলৈ প্ৰায়ে গৈছিল। এসপ্তাহ কাল অকলে ঘৰতে সোমাই থকাৰ পিছত এদিন তেওঁ পাহাৰৰ ওপৰলৈ উঠাৰ ইচ্ছা কৰিলে।

পাহাৰৰ শৃংগ পাই তেওঁ সুদূৰৰ দৃশ্যাৱলী উপভোগ কৰিলে। বাওঁফালে ফ্লেগেৰিয়াণৰ সমতল ভূমি, সোঁফালে টাইবেৰিয়ান সাগৰৰ কাষলৈকে মিচেনাম অন্তৰীপ। তেওঁৰ ভৰিৰ তলত বেইএ উপসাগৰ কাষৰ ফুলনিত ওখ ওখ ঠাইত মূৰ্তিবোৰ আৰু নীলা গভীৰ পানীত ডলফিনবোৰ। ইটো পাৰত কেম্পানিয়ান উপকূল। অস্তমিত সূৰ্যৰ আভাত সমগ্ৰ উপকূল জিলমিল।



জেপৰ পৰা কাগজৰ মুৰা এটা উলিয়াই তেতিয়াই মাটিত মেলি লৈ পঢ়িবলৈ ললে। চাৰিজন ক্ৰীতদাসে এখন দোলা লৈ ৰাস্তাটো-ৰেদি অহাত তেওঁ বাটএৰি দিব লগা হ'ল। দোলাখনত ঢাকনি নাছিল। তাত এজন বয়সীয়াল মানুহ হাতত মূৰ থৈ কাতি হৈ শুই থকা লেমিয়াই দেখা পালে। বৃদ্ধৰ মুখমণ্ডলত চিন্তাৰ ৰেখা স্পষ্ট।

লেমিয়াই লক্ষ কৰিলে। মানুহজন তেওঁৰ পৰিচিত। নামটো মনত পেলাবলৈ চেষ্টা কৰিলে, তাৰ পিছত দোলাখনৰফালে আগ-বাঢ়ি গৈ আশ্চৰ্য আৰু উল্লাসত চিঞৰি উঠিল,

"হেই পন্টিয়াচ পীলেট। তোমাক দেখাৰ সৌভাগ্য যে ঘটিল তাৰ বাবে ভগবানক ধন্যবাদ।"

বৃদ্ধই ক্ৰীতদাসকেইটাক ৰবলৈ ইঙ্গিত দি, কোনে মাতিছে শান্ত ভাৱে ডিঙিটো বেঁকা কৰি চালে।

"পন্টিয়াচ, কুৰি বছৰ পাৰ হৈ গ'ল। মোৰ চুলি পকিল গালৰ হনু ওলাই গ'ল। তুমি তোমাৰ বন্ধু এলিয়াচ লেমিয়াক চিনি পোৱা নাই নে?

নামটো শুনি পন্টিয়াচ পীলেট দোলাখনৰ পৰা নামিল আৰু লেমিয়াক সাৱটি ধৰিলে।

"হে ভগবান! কি সন্ধিক্ষণত যে মই তোমাক লগ পাই গলো। কিন্তু হায়, সেই ত্ৰিশ বছৰ আগৰ সেই স্মৃতি ... ...। তেতিয়া মই জুদিয়াৰ

প্ৰতিনিধি আছিলো। দেশান্তৰৰ আদেশ শিৰোধাৰ্য কৰি তুমি চীজাৰিয়ালৈ আহিছিলা। তুমি মোক বিচাৰি জেৰুজালেমলৈও গৈছিলা। তাত মোক ইহুদীবিলাকে অত্যাচাৰ কৰিছিল। তুমি মোৰ আলহী হৈ দহ বছৰ আছিলা। ৰোমৰ বিষয়ে নানান আলোচনা কৰি আমি মানসিক শান্তনা লভিছিলো। সেয়া তোমাৰ ছুৰ্কপাল আৰু মোৰ পিঠিত থকা দেশ শাসনৰ বোজাৰ বাবে ঘটিছিল।”

লেমিয়াই তেওঁক আকৌ সাৱটি ধৰি ক'লে, “আৰু এটা কথা পাহৰি গৈছা পন্টিয়াচ। এন্টিপাচৰ ওচৰত মোৰ হৈ যে তুমি ওকালতি কৰিছিলা আৰু তোমাৰ ধনৰ মোনাটো মোৰ বাবে যে সদায় খুলি থৈছিলা, এইবোৰ তুমি বৰ সহজভাৱে লৈছা!”

“সেইবোৰ এতিয়া বাদ দিয়াচোন। তুমি ৰোমলৈ অহাৰ পিছৰ পৰা কিছুধন অধিক সুদৰ হাৰত মোক পৰিশোধ কৰিছা।”

“মই নামমাত্ৰ ধন পৰিশোধ কৰি নিজকে ধাৰমুক্ত বুলি কবলৈ ভাল লগা নাই। কিন্তু কোৱাচোন ভগবানে তোমাৰ মনোবাঞ্ছা পূৰণ কৰিলে নে? তোমাৰ পৰিয়ালবৰ্গ, ভৱিষ্যত আৰু স্বাস্থ্য-পাতিৰ বিষয়ে ভাঙি-পাতি কোৱাচোন।”

“মই চিচিলিলৈ উঠি-পাঠি গলো আৰু তাত মাটি-ভেটি লৈ ঘেঁহুৰ খেতি কৰিছো। মোৰ বিধবা ছুহিতা পত্নী মোৰ লগতে থাকি ঘৰ চলোৱাত সহায় কৰি দিছে। ভগবানৰ কৃপাত মোৰ উদ্যম আৰু স্মৃতি-শক্তি ছুয়োটাই অটুট আছে। অৱশ্যে বাৰ্দ্ধক্যই ৰোগ-ব্যাধি চপাই ননা নহয়। মই বাত ৰোগত ভূগিছো চিকিৎসাৰ বাবে ফ্লেগেয়ানলৈ যাবলৈ ওলাওঁতেই এয়া তোমাক লগ পালো। তাৰ ব'দেপোৰা মাটিত ৰাতি জুইৰ শিখা আৰু গন্ধক নিৰ্গত হয়। ই মোৰ বাত বিষ উপশমত সহায়ক বুলি ডাক্তৰে কৈছে।”

“বাতৰোগৰ যন্ত্ৰণা স্বত্বেও মোক তোমাতকৈ বয়সীয়াল যেন

লাগিছে। তুমি মোতকৈ দহ বছৰৰ ডাঙৰো। তথাপি তুমি মোতকৈ অধিক কৰ্মশক্তি আৰু সুস্বাস্থ্যৰ অধিকাৰী। তুমি সময়তকৈ আগতেই কিয় চাকৰিৰ পৰা অৱসৰ ল'লা ? জুদিয়াৰ গৱৰ্ণৰৰ চাকৰি এৰি তুমি কিয় চিলিত ইচ্ছাকৃত দেশান্তৰী বাচি ল'লা ? এইবোৰ কথা মোক কোৱাচোন।

"মই কাপাডচিয়ালৈ অহাৰ পিছৰ কিছুমান কথা তুমি লুকুৱাই ৰাখিছা। তাত মই ঘোঁৰা আৰু খচ্চৰ পুহি কিছু টকা ঘটাৰ কথা চিন্তা কৰিছিলো। তেতিয়াৰ পৰা মই তোমাক লগ পোৱা নাই। তোমাৰ বিষয়ে জানিবলৈ মই বৰ কৌতূহলী হৈছো। কোৱাচোন কোৱা।

অতিশয় দুখেৰে পীলেটে মূৰ দুপিয়ালে, "মোৰ স্বভাৱ আৰু কৰ্তব্য পৰায়নতাই জনসধাৰণৰ প্ৰতি থকা মোৰ দায়িত্ব পালন কৰিবলৈ উৎসাহিত কৰিছিল। চক্ৰান্ত আৰু বদনামে মোৰ সকলো শেষ কৰি দিলে। তুমি মোক মোৰ পুনৰ্জন্মৰ কথা সুধিছা! বহা, বহাচোন এই হাঁফলুটোতে বহি লওঁ। উত্তৰটো মই কেইটামান শব্দতে দিম। ঘটনাবোৰ মোৰ মনত এনেধৰণে ফটফটীয়া হৈ আছে যে সেই বোৰ যেন কালিহে ঘটি গৈছে।

"মনোমোহাকৈ বক্তৃতা দিয়া মানুহ চিৰিয়াত বহুত লগ পোৱা যায়। তেওঁলোকে প্ৰলোভন দেখুৱাই কয় যে পূৰণি কালতে এভালদাৰ আৰু আইনীয়েছে লুকুৱাই ৰখা পবিত্ৰ পাত্ৰটো দেখুৱাই দিব। এনে কথাত চমৰীয়াবাসী ক্ষুব্ধ হৈছিল। উক্ত পাহাৰটোৰ গাওঁ-গোত্ৰ নিৰূপণ কৰি পাহাৰটো অধিকাৰ কৰিবৰ কাৰণে মই সৈন্য নিয়োগ কৰিছিলো।

"এনে ব্যৱস্থাৰ প্ৰয়োজন আছিল। ইয়াৰ আগতেই বিদ্ৰোহী-সকলে নামনিৰ টাইৰাথাবা নগৰখন অধিকাৰ কৰিছিল। মই সিহঁতক ছেদেলি ভেদেলি কৰি দিছিলো। ৰোমৰ ইচ্ছাৰ বিৰুদ্ধেও শাসন কৰা শাসনকৰ্তা ভিটেলিয়াচে মোৰ লগত কেনে সম্পৰ্ক ৰাখিছিল তুমি ভালকৈ জানা। চমৰীয়া সকল আহি মোৰ বিৰুদ্ধে তেওঁক উচতাইছিলগৈ।

সিহঁতক মঞেই উচটাইছিলো। ভিটেল্লিয়াচে অভিযোগটো মানি লৈছিল। জুদিয়াৰ এই বিষয়বোৰ তেওঁৰ বন্ধু মাৰচেল্লাচৰ হাতত গতাই সম্ৰাটৰ লগত আলোচনা কৰিবলৈ দিলে।

"বেদনা আৰু খামখেয়ালি ভৰা মনেৰে মই জাহাজত উঠিলো। মিচেনাম অন্তৰীপত টিবেৰিয়াৰ মৃত্যু হ'ল। কেইয়াচ তেওঁৰ উত্তৰাধিকাৰী হ'ল। মোৰ বিষয়টোৰ সুবিচাৰৰ বাবে মই তেওঁলৈ আবেদন জনালো। কিন্তু ভাগ্যৰ কি বিৰম্বনা—কেইয়াচ তেতিয়া ৰোমৰ তেওঁৰ বাল্য বন্ধু জ্যু এগ্ৰিপ্পাৰ লগত। এগ্ৰিপ্পা ভিটেল্লিয়াচৰ প্ৰিয়পাত্ৰ। এগ্ৰিপ্পাৰ ঘৃণিত এন্টিপাছ ভিটেল্লিয়াচৰ শত্ৰু আছিল। সম্ৰাটে তেওঁৰ বন্ধু এচিয়াটিকৰ পক্ষপাতিত্বই যুক্তি মানি মোৰ কথা শুনিবলৈও টান পালে, দুৰ্ভাগ্যকে সাবটি লোৱাৰ বাহিৰে মোৰ গত্যন্তৰ নহ'ল। তিক্ততা আৰু বিদ্বেষেৰে মই চিচিলিলৈ গুচি গৈছিলো। ভাবিছিলো যদি মৰমৰ জীয়ৰী পন্তিয়াই তাইৰ দেউতাকক শান্তনা দিবলৈ নাহে তেন্তে তিল তিলকৈ জ্বলি মৰিম। মাৰ অন্তিম সময়ত মোৰ বিচাৰ ভিটেল্লিয়াচ আৰু ভৱিষ্যৎ সময়ে কৰিব। পন্টিয়াচ, তুমি চমৰিয়া সকলৰ হৈ যি কৰিছিলা সেয়া তোমাৰ স্বাভাৱজাত সৰলতা আৰু ৰোমৰ হিতৰ কাৰণেই কৰিছিলা। কিন্তু হঠাৎ উদ্ভৱ হোৱা এটা প্ৰচণ্ড উত্তেজনাই তোমাক ঘূৰাই লৈ যুৱা বুলি তুমি নেভাবা নে? এই জুদিয়াত তোমাতকৈ বয়সত সৰু মোৰ প্ৰভাৱ স্বাভাৱিকতে তোমাতকৈ প্ৰৱল হোৱা উচিত। আৰু "তুমি অলপ কোমল হোৱা উচিত।"

"যীচুৰ প্ৰতি কোমলতা।" পীলাটে চিঞৰি উঠিল। "যদিও তুমি তেওঁলোকৰ মাজতে থাকি তেওঁলোকক ভুলকৈ বুজিছা তেওঁলোক ঘোৰ অহংকাৰী আৰু অসীম আছুকালৰ স্ৰষ্টা। মই জুদিয়াৰ প্ৰতিনিধি হৈ থাকোঁতে সমগ্ৰ বিশ্ব সুনীতিত ডুবি আছিল। মোৰ কৰ্তব্যৰ প্ৰতি সজাগ হৈ ধৈৰ্য আৰু সতৰ্কতা বজাই ৰাখিছিলো।

ভগৱান তাৰ সাক্ষী। তথাপি মোৰ কি হিতৈষী বাসনা আছিল ? মোৰ জীৱনৰ কুমুহূৰ্তবোৰত তুমি মোক সহায় কৰিছিলা। সেইবোৰ কথা মই তোমাক কোৱাৰ প্ৰয়োজন নাই। সৈন্যসকলক চীজাৰিয়াৰ পৰা জেৰুজালেমলৈ স্থানান্তৰিত কৰা হৈছিল। সম্ৰাটৰ আন্তৰিক ঈশ্বৰ প্ৰেৰণাৰ বিষয়ে নজনা জেৰুজালেমবাসীয়ে এই বিষয়ে অপবাদ দিছিল। মানুহতকৈ ভগবানৰ হুকুম মানি চলাটো অতি অধম কাম আছিল। তেওঁলোকৰ ধৰ্মযাজক সকলে ৰাজকীয় লোক সকলক নগৰখনৰ পৰা আঁতৰ কৰি দিবৰ বাবে মোৰ ওচৰত দাম্ভিকতাৰে দাবি কৰিছিল। চীজাৰৰ গাত ঐশ্বৰিক গুণ আৰু সম্ৰাট হিচাপে থকা গাম্ভীৰ্যৰ কাৰণে মই সেই দাবি নেমানিলো। মানুহবোৰে মোক ঘেৰি ধৰিলে। সৈন্য বোৰৰ দ্বাৰা খাঠিৰে খুচি মই সিহঁতক তাৰ পৰা খেদাই পঠালো। তেতিয়া ইহুদী বোৰে গৈ মোৰ ওচৰত অনুনয়-বিনয় কৰিলে। তেতিয়াওতো তুমি মোৰ সেই দুৰ্যোগৰ সাক্ষী আছিলা। ভিটেল্লিয়াচৰ কথা মতে মই চীজাৰিয়াৰ ৰাজ সম্ভ্ৰম ঘূৰাই দিবলৈ বাধ্য হৈছিলো। তেনে কাৰ্যই নিশ্চয় মোৰ হানি কৰিছিল। মই শপত খাই কৈছো যে ভৱিষ্যতে আৰু কেতিয়াও এনে অন্যায় নকৰো। মোৰ বয়স হৈছে, মোৰ শত্ৰুবোৰ মৰি গৈছে। কোনে মোৰ চৰিত্ৰ সংশোধন কৰিব ?” ফেঁকুৰি ফেঁকুৰি কান্দি তেওঁ মৌন হৈ গ’ল।

এইবাৰ লেমিয়াই উত্তৰ দিলে, “অনিশ্চিত ভৱিষ্যতক লৈ যি ভীত বা আশাবাদী নহয় তেৱেঁই জ্ঞানী। আমি স্বয়ং নিজৰ বিচাৰক আৰু সাক্ষী। তুমি তোমাৰ সবলতাৰ ওপৰত বিশ্বাস ৰাখা, তুমি তোমাৰ তথা বান্ধৱ সকলৰ আত্মসন্মানৰ ওপৰত বিশ্বাস ৰাখি সন্তুষ্ট থাকা। ৰাজকাৰ্যৰ বাবে কেৱল সবলতাই একো নহয় বুলি আমি জানো।”

পন্টিয়াছে কলে, “এই বিষয়ে আমি এতিয়াই একো নকওঁ। মেহমেহীয়া মাটিৰ পৰা উঠা গন্ধকযুক্ত ধোঁৱাতকৈ ধোঁৱা ওলোৱা

ঠাইখিনি বেছি শক্তিশালী। এতিয়া মই এজন বন্ধু পাইছো আৰু মোৰ উন্নতিৰ বাবে চেষ্টা কৰিম। মোক সহায় কৰা লেমিয়া। কালিলৈ মোৰতালৈ যাবা। একেলগে আহাৰ কৰিম। মোৰ ঘৰটো মিচেনামৰ ফালে সাগৰৰ উপকূলত তুমি সহজেই উলিয়াব পাৰিবা সুৰত যাহুৰে মোহিত এজাক বাঘ আৰু সিংহৰে পৰিবেষ্টিত এজন সুৰকাৰৰ তৈলচিত্ৰ বাৰান্দাত আঁৰি থোৱা আছে। কালিলৈ পৰ্যন্ত বিদায় বুলি কৈ কৈ তেওঁ দোলাত উঠিল ।

পিছদিনা মধ্যাহ্ন ভোজনৰ সময়ত লেমিয়া পীলেটৰ ঘৰ ওলালগৈ। বহাৰ চকী মাত্ৰ দুখনেই। সাধাৰণভাৱে সজোৱা নানা বিধ সাগৰীয় চৰাইৰ মাংস আৰু মাছেৰে খোৱাৰ টেবুলত বহি দুয়ো পৰস্পৰক প্ৰশ্ন শুধি সুখ দুখ, এৰি অহা অতীতৰ খা-খবৰ ললে। সাগৰৰ পাৰত সোণালী গহণা বিক্ৰী কৰিবলৈ অহা দেহোপজীৱিনী বোৰৰ প্ৰতি লেমিয়া উদ্বাউল হৈছিল। কিন্তু বৃদ্ধ প্ৰতিনিধি গৰাকীয়ে তেনে কাৰ্য সমূলি ভাল পোৱা নাছিল ।

তাৰ পিছত তেওঁলোকৰ আলোচনা অন্যফালে ঢাল খালে। দেশৰ উন্নয়ণৰ বাবে কৰা যান্ত্ৰিক কামৰ আঁচনিবোৰ পুতেলি আৰু বায়াক সংযোগ কৰি নিৰ্মাণ কৰা বৃহৎ দলং আগষ্টাছে উপসাগৰৰ পৰা এবেনাছ আৰু লুক্ৰাইন হ্ৰদলৈ পানী আনিবলৈ খাল-খণ্ডা ইত্যাদিৰ বিষয়েও আলোচনা চলিল ।

পন্টিয়াছে কলে, “ময়ো জনসাধাৰণৰ সৎকাম কৰি দিয়াৰ পৰা বিৰত নাছিলো। জুদিয়াৰ গভৰ্ণৰ হিচাপে নিযুক্তি দিয়াৰ পিছত জেৰুজালেমলৈ খালখান্দি পানী নিয়াৰ কথা চিন্তা কৰিছিলো। কেনেকৈ খাল খান্দিব লাগিব, কেনি দ কেনি বাম, কেনি পোনাই নিব লাগিব ইত্যাদিৰ বিশদ আলোচনা সেইবিষয়ৰ বিভাগীয় কৰ্মচাৰীৰ লগত সহায় কৰিছিলো। কামত নিযুক্ত লোকক নিৰ্দেশ দিছিলো। কলা-কুশলী সকলক প্ৰয়োজনীয় দিহা পৰামৰ্শ দিছিলো। নগৰলৈ পানী

অনা মানেই নগৰবাসীৰ স্বাস্থ্য ৰক্ষাৰ বাবে কাম কৰা; কিন্তু তেওঁ লোকে এই কাৰ্যত দুখজনকভাৱে গণ্ডগোল কৰি আহি বন্দুৱাবোৰৰ ওপৰত মাৰধৰ কৰিছিল। আধাৰশিলা ভাঙ্গি-চিঙি দলিয়াই পেলাইছিল। তেওঁলোকৰ পৱিত্ৰ ভূমি অশুচি কৰা বুলি বিক্ষোভ কৰিছিল। এনে বৰ্বৰতাও তুমি কল্পনা কৰিব পাৰা নে? অকল সেয়ে নহয় ভিটেল্লিয়াছে তেওঁলোকৰ হৈ মোৰ আঁচনি পৰ্যন্ত বন্ধ কৰিবলৈ নিৰ্দেশ দিছিল।"

লেমিয়াই ক'লে, "সহজ সৰল মানুহবোৰৰ ইচ্ছাৰ বিৰুদ্ধে তেওঁলোকৰ হিত সাধন কৰিবলৈ যোৱাটো কিমান যুক্তিসঙ্গত সি এটা বিতৰ্কৰ বিষয়।"

তেওঁৰ কথা শুনিও মুণ্ডনাৰ দৰে পাঁটেলে তেওঁৰ বক্তব্য আগবঢ়াই নিলে, "পানী যোগানৰ ব্যৱস্থাৰ বিৰোধিতা কি যে এক মুৰ্খামি। ৰোমৰ যি কোনো বস্তুৱেই ইহুদীবোৰৰ কাৰণে বিস্বাদ। তেওঁলোকৰ বাবে আমি অপবিত্ৰ জাতি। আমাৰ উপস্থিতি তেওঁলোকৰ বাবে অশুচিকৰ। তোমাৰ নিশ্চয় মনত আছে যে তেওঁলোকৰ ধৰ্মনষ্ট হোৱাৰ ভয়ত তেওঁলোক মোৰ বিচাৰকক্ষত নোসোমাইছিল। ফল স্বৰূপে মুকলি আকাশৰ তলৰ উন্মুক্ত ৰাজপথত মোৰ বিচাৰ সভা বহুৱাব লগা হৈছিল।"

তেওঁলোকে আমাক ঘৃণা আৰু ভয় কৰিছিল। তথাপি ৰোমৰ বুকুতে মূৰ গুজি থকা এই মানুহবোৰৰ বাবে ৰোমেই মাতৃ আৰু ধাতৃ নহয়নে? ৰোম সাম্ৰাজ্যৰ পথপ্ৰদৰ্শক ঈগলটোৱে পৃথিবীৰ প্ৰতিটো কোণলৈকে শান্তি আৰু মুক্তিৰ বাৰ্তা বহন কৰি নিছে। যি সকলক জয় কৰা হৈছে তেওঁলোকক আমি যথাযোগ্য মৰ্যাদা দিছো, তেওঁলোকৰ নিজা আচাৰ-নীতি আইনসম্মতভাৱে ৰক্ষা কৰিছো। টুকুৰা টুকুৰ চিৰিয়াখনক পম্পেইৰ সৈন্যসকলে জয় কৰি তাত শান্তি স্থাপন কৰা নাছিল নে? ৰোমে যেতিয়া ঐশ্বৰ্যৰ সোণালী শিখৰত

আৰোহণ কৰিছিল তেতিয়াও ইয়াৰ ধন ঐশ্বৰ্য হৰণ কৰা হৈছিল। নে ? বাধা দিছিল মাত্ৰ ইহুদীবোৰেই ।"

লেমিয়াই কলে, "তেওঁলোকে তেওঁলোকৰ পুৰণি ৰীতি-নীতি বোৰকেই সাৱটি ধৰি আছে । তেওঁলোকে আপোনাক সন্দেহ কৰে । নীতি-নিয়মবোৰ সলনি হোৱাটো বিচাৰে । তুমি বেয়া নেপাবা পণ্টিয়াছ তুমি তেওঁলোকৰ সন্দেহ দূৰ কৰিবা পৰা নাই। তেওঁলোকৰ উচ্চপদস্থ ধৰ্মযাজকৰ সাজ-পোছাকবোৰ তোমাৰ পহৰাদাৰীৰ হতুৱাই এণ্টনি দুৰ্গত বন্ধ কৰি থৈ তেওঁলোকক আৰু অধীৰ কৰি তুলিছা। অন্ততঃ এটা কথা স্বীকাৰ কৰিব লাগিব যে ইহুদীবোৰ আমাতকৈ শিক্ষিত নহয় যদিও তেওঁলোকে ইষ্ট দেৱতাক আন্তৰিকতাৰেই পূজা কৰে ।"

পণ্টিয়াছৰ উৰ্দ্ধাংশ জিকাৰ খাই উঠিল। তেওঁ ক'লে, "দেৱতা-বোৰৰ প্ৰকৃতিৰ বিষয়ে মই বৰ বেছি নেজানো । তেওঁলোকে জুপিটাৰক পূজা কৰে কিন্তু কোনো মূৰ্তি নাই । এচিয়াৰ কিছুমান জাতিয়ে শিল পূজা কৰাৰ দৰে তেওঁলোকে শিলপূজাও নকৰে । এপ'ল', মাৰ্চ, নেপচুণ, প্লুটো বা আন দেৱ-দেৱীৰ বিষয়েও তেওঁলোকে একো নেজানে । কিন্তু তেওঁলোকে এসময়ত ভে'নাচৰ পূজা কৰিছিল । তেওঁলোকৰ মহিলা সকলে মন্দিৰৰ ওচৰত থকা বেপাৰীবোৰৰ পৰা কপৌ চৰাই কিনে । মই কোৱা শুনিছো, এসময়ত এটা বলিয়াই বেপাৰীবোৰৰ এই দোকানবোৰ ভাঙ্গি দিছিল আৰু এইটো ধৰ্মনষ্ট কৰা কাম বুলি পুৰোহিতবোৰক দোষাৰোপ কৰিছিল । মোৰ মতে এই কপৌ বলিদানৰ লগত ভে'নাচৰ পূজাৰ সম্পৰ্ক আছে । তুমি যে হাঁহিছা লেমিয়া ?"

লেমিয়াই ক'লে, "মই হাঁহিছিলো এটা কথা মনত পৰি। মই ভাবিছো ইহুদীসকলৰ দেৱতা জুপিটাৰ কেতিয়াবা ৰোমলৈ আহিলে নিশ্চয় তোমাক ভাল চকুৰে নেচাব। চাবইবা কিয় ? এচিয়া আৰু

আফ্ৰিকাত যথেষ্ট সংখ্যক উপাসনা গৃহ আছে। এই উপাসনা গৃহসমূহ য'তে ত'তে চকুত পৰে। টিবেৰিয়াছৰ শাসন কলত এবাৰ এজন অসৎ চৰিত্ৰৰ যুৱকে ইজিপ্তৰ শিঙাল দেৱতা জুপিটাৰৰ মুখা পিন্ধি ছদ্মবেশ ধৰি এগৰাকী সম্ভ্ৰান্ত মহিলাৰ সৈতে গোপনীয় কাৰ্য সম্পন্ন কৰিছিল। মহিলা গৰাকী ধৰ্মপ্ৰাণ হোৱা বাবে তেওঁ এনে কাৰ্যত আপত্তি কৰা নাছিল। এই কথা তুমি কি নেজানা? গতিকে তুমিও সাৱধান হোৱা পৰিয়াছ। ইহুদী সকলৰ অশৰীৰি দেৱতো জুপিটাৰো এদিন অচ্‌টিলালৈ আহিব।"

জুদিয়াৰ পুৰা দেৱতাৰ আৱিৰ্ভাৱ হোৱা ধাৰণাটোৱে তেওঁৰ মুখত হাঁহিৰ এটা ৰেখা আঁকি গ'ল। গম্ভীৰভাৱে তেওঁ আৰম্ভ কৰিলে, "ইহুদীসোৰৰ পৰম্পৰৰ মাজত যেতিয়া মিল নাই তেনেস্থলত কেনেকৈনো ধৰ্মৰ নীতি আৰোপ কৰিব পৰিব? তুমি তেওঁলোকক মন্দিৰত, বাটত, ইটোৱে সিটোক গালি পৰা, টনা-আজোৰা কৰা, সৰু সৰু দল গঠন কৰা দেখিছাই। মন্দিৰৰ সমুখত লেতেৰা পোছাক পৰিচ্ছদ পিন্ধি হাই-উৰুমি কৰা নিশ্চয় দেখিছা। আলোচনাৰ দ্বাৰা যে গম্ভীৰ বিষয়বোৰৰ সিদ্ধান্তলৈ আহিব পাৰি সেই কথা সিহঁতে নেজানে। ভগবান নিৰাকাৰ সেয়ে তেওঁৰ ৰূপ আমি দেখা নেপাওঁ। ইহুদীবোৰে কোনো ধৰণৰ জ্ঞানমুখী মতবাদ সহ্য নকৰে আৰু ধৰ্মৰ ওপৰত কোনোৱে সন্দেহ প্ৰকাশ কৰিলেই তেওঁক হত্যা কৰিব। তেওঁলোকৰ দাবিৰ হেচাঁত অসঙ্গত কথা কিছুমানে মই মানিব লগা হৈছিল এনে দুৰ্ঘটনা প্ৰতিদিনেই ঘটিছিল। কাৰণ মই অসহায় আছিলো। মোৰ নিজা বুলি ভাবি তেওঁলোকক ৰক্ষনাবেক্ষণ দিয়াটোহে মোৰ কৰ্তব্য আছিল, ধ্বংস কৰাটো নহয়। তাৰ বাবে মোৰ ওপৰত আইনসঙ্গত ক্ষমতা দিয়া হৈছিল। প্ৰথম অৱস্থাত মই তেওঁলোকৰ হতভগীয়া কেইজনমানক বচোৱাৰ চেষ্টা কৰিছিলো। কিন্তু এনে কাৰ্যই তেওঁলোকক উত্তেজিতহে কৰিছিল আৰু শৰ ওপৰত পৰি টনা আজোৰা কৰা শগুণৰ দৰে মোক বেঢ়ি ধৰি অতীষ্ঠ কৰি তুলিছিল। তেওঁ

লোকৰ ধৰ্ম-যাজকবোৰে মোৰ বিৰুদ্ধে চীজাৰৰ ওপৰত গোচৰো দিছিল। মই হেনো তেওঁলোকৰ আইন ভঙ্গ কৰিছিলো। তেওঁলোকে ভীটেল্লিয়াছলৈ আপীলো কৰিছিল। ইয়াৰ প্ৰতিশোধ লোৱাৰ ইচ্ছাও মোৰ মাজে মাজে হৈছিল।

"লেমিয়া তুমি নেভাবিবা যে এয়া উশৃংখল লোকসমষ্টি এটাৰ বিৰুদ্ধে বিষোদগাৰ। এসময়ত যে তেওঁলোকে আমাক নিঃচিহ্ন কৰি দিব এই কথা মই ভালকৈ অনুভৱ কৰিব পাৰিছো। তেওঁলোক এদিন এনেদৰে থিয় দিব যে মুমুনিয়ান আৰু পাৰ্থিয়ানসকলৰ লগত হোৱা সংঘৰ্ষ কেৱল মাত্ৰ ল'ৰা ধেমালিৰ শাৰীতহে পৰিবগৈ। আমাৰ ধ্বংসৰ বাবে তেওঁলোকে গোপন ষড়যন্ত্ৰ কৰি আহিছে। তেওঁলোকে ভাবে যে তেওঁলোকৰ মাজৰ পৰা এদিন এনে এজন ব্যক্তিৰ উদ্ভৱ হব যি সমগ্ৰ পৃথিবী শাসন কৰিব। এনে লোকৰ লগত সম্পৰ্ক স্থাপন অতি বিপদজনক। সেয়ে তেওঁলোকক নিঃচিহ্ন কৰি দিবই লাগিব তেওঁলোকৰ ঘৰবোৰ এদিন খহি পৰিব, বাসিন্দাবোৰৰ মূৰবোৰ মাটিত সৰি পৰিব, মন্দিৰবোৰ ধ্বংস হৈ যাব তেতিয়াই ভাবিম যে তেওঁলোকৰ উপযুক্ত বিচাৰ হৈছে।

লেমিয়াই তেওঁলোকৰ আলোচনা আনফালে ঢাল খুৱাবলৈ চেষ্টা কৰিলে,

"মই তোমাৰ ক্ষোভ আৰু বিৰক্তিৰ কথা বুজি পাইছো পন্টিয়াছ। ময়ো তেওঁলোকৰ মাজত বহুদিন আছিলো আৰু তেওঁলোকৰ ঘৃণিত ব্যৱহাৰৰ কথা জানো। তেওঁলোকৰ মাজতো ভদ্ৰ আৰু সৰল অন্তৰৰ লোক অৱশ্যে আছে। ইহুদীবোৰৰ পৰা মই কোনো দিনে কোনো ধৰণৰ ভাল ব্যৱহাৰ পোৱা নাই; তথাপি মই এইটো স্বীকাৰ কৰো যে তেওঁলোকৰ তিৰোতাবোৰ অতি প্ৰশংসনীয়। মোৰ যৌৱন কালত চিৰিয়াৰ সকলো নাৰীয়েই মোক গুৰুত্ব সহকাৰে ভাল ব্যৱহাৰ কৰিছিল। তেওঁলোকৰ লোভনীয় দেহ-সুষমাই মোক উতলা কৰি তুলিছিল। তেওঁলোকৰ কটাক্ষ চাৱনি, দেহ সৌগন্ধ, শাৰীৰিক আকৰ্ষণ আন

নাৰীৰ গাত অতি কমেইহে আছে। তদুপৰি তেওঁলোকৰ গাত আনন্দদায়ী গুণ এটাও আছে।"

পন্টিয়াছে অধৈৰ্য হৈ কথাবোৰ শুনি থাকি অসন্তুষ্টিৰে ক'লে, "মই ইহুদী নাৰীৰ জালত বন্দী হোৱা লোক নহয়। তোমাৰ যুক্তিক মই মানি ল'ব নোৱাৰো লেমিয়া। ইয়াৰ আগতে মই তোমাক এটা কথা কোৱা নাছিলো যে ৰোমত থাকোতে তোমাৰ এজন কনচুলাৰৰ পত্নীৰ সতে অবৈধ সম্পৰ্ক আছিল। কাৰণ তেতিয়া তুমি অনুশোচনাত দগ্ধ আছিলা। সম্ভ্ৰান্তলোকৰ বাবে বিবাহবন্ধন এক পৱিত্ৰ কাৰ্য। ই ৰোমৰ সংস্কৃতিৰ এক অংগ। অৱশ্যে ক্ৰীতদাসী বা বিদেশী মহিলাৰ লগত এনে কাৰ্যত লিপ্ত হোৱাটো বৰ বিশেষ ধৰিবলগীয়া কথা নহয়। মই কওঁ যে ভে'নাচৰ ওচৰত দানকাৰ্যত তুমি বৰ উদাৰ। তাতকৈও ডাঙৰ কথা হ'ল তুমি বিধিমতে বিয়া-বাৰু কৰাই দেশৰ অৰ্থে পুত্ৰ-সন্তান দান দিয়া নাই। দেশৰ আন সম্ভ্ৰান্ত লোকসকলে এইটো কৰিছে।

পীলেটৰ এনে কথাই লেমিয়াৰ ওপৰত কোনো প্ৰভাৱ পেলাব নোৱাৰিলে। গিলাচটো দাঙি লৈ চকুৰ আগত নাচি থকা কাল্পনিক প্ৰতিমূৰ্তি এটালৈকে তেওঁ বিভোৰ হৈ চাই থাকিল।

কিছু সময় নীৰৱতাৰ পিছত তেওঁ গম্ভীৰভাৱে আৰম্ভ কৰিলে, "চিৰিয়াৰ তিৰোতাবোৰৰ কি যে নৃত্যৰ লয়লাস! এবাৰ তেনে এজনী তিৰোতাক এটা সৰু কোঠাত লেমৰ পোহৰত নচা দেখিছিলো। তাইৰ মূৰৰ চুলিবোৰ পিছফালে গৈ মাটিত পৰিছিলগৈ, যেন চুলিৰ ভৰতহে মূৰটো পিছফালে হাঁউলি গৈছিল। তাইৰ নৃত্য আৰু দেহভংগী এনেকুৱা দেখাইছিল যে স্বয়ং ক্লিওপেট্ৰাইয়ো ঈৰ্ষাত জ্বলি উঠিলহেঁতেন। তাইৰ নৃত্য, কণ্ঠস্বৰ আৰু আমোল মোলোৱা সুগন্ধিয়ে সৃষ্টি কৰা পৰিবেশত তাইক তন্দ্ৰালু যেন দেখা গৈছিল। তাইৰ প্ৰতি পদক্ষেপতে মই তাইক অনুসৰণ কৰিছিলো।

হঠাৎ এদিন তাইক নেদেখা হলো। মদৰ দোকানে দোকানে বিচাৰিলো; কিন্তু নেপালো। তাইৰ অবিহনে গোলাপী মদিৰাতো চোক নোপোৱা হলো।

কেইবামাহলৈও মই তাইক নেদেখাৰ পিছত এদিন গম পালো যে তাই গেলিলিৰ এজন যাদুকৰৰ লগত কাম কৰা এদল যুৱক-যুৱতীৰ লগত গুচি গ'ল। তেওঁৰ নাম যীচু। নাঝাৰেথৰ পৰা আহিছিল আৰু কিবা কাৰণত তেওঁক ক্ৰুছবিদ্ধ কৰা হৈছিল। তেওঁৰ বিষয়ে তুমি কিবা জানানে?

আচৰিত হৈ ভ্ৰূ কোঁচাই পটিয়াছে হাত জোৰ কৰি নমস্কাৰ জনালে আৰু কিবা এটা মনত পেলাবলৈ চেষ্টা কৰি কলে, "যীচু! নাঝাৰেথৰ যীচু! ওহোঁ মই তেওঁৰ বিষয়ে একো মনত পেলাব পৰা নাই। মই তেওঁৰ বিষয়ে একো নেজানো।"

# গী দ্য মপাচাঁ

( ১৮৫০–১৮৯৩ )

গুস্তভ ফ্লবেয়েৰক মপাচাঁই দিকদৰ্শক তথা আদৰ্শ সাহিত্যগুৰু বৰণ কৰিছিল। তেওঁ কেইবাখনো উপন্যাসো ৰচনা কৰিছিল।

সাহিত্য সৃষ্টিৰ বাবে প্ৰণালীবদ্ধ শিক্ষানবিচী কৰা আৰু সাহিত্যৰ আলমত আৰ্হিমূলক বিত্তীয় সমৃদ্ধি লাভ কৰা মপাচাঁ, টলষ্টয়কে ধৰি বিভিন্ন সাহিত্যিকৰ ওচৰত তেওঁৰ কামজ চিত্ৰায়ণৰ বাবে সমালোচনাৰ পাত্ৰ হৈছিল।

বহুতো সমালোচকে মপাচাঁক বিশ্বৰ সকলো ভাষাৰ সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ চুটিগল্পৰচক ৰূপে অভিহিত কৰে। চুটিগল্পৰ সকলোবোৰ আধুনিক গুণেৰে সমৃদ্ধ ইমান বেছি সংখ্যক সাৰ্থক গল্প আজি পৰ্যন্ত আন কোনো সাহিত্যিকে ৰচনা কৰিব পৰা নাই।

# নেকলেচ

তেওঁ আছিল ভাগ্যৰ পৰিহাসত নিম্নবিত্ত পৰিয়ালত জন্ম হোৱা ধুনীয়া ছোৱালীবোৰৰে এজনী। কিন্তু, উত্তৰাধিকাৰ সূত্ৰে পোৱা সম্পদ বা যৌতুক দিয়াৰ ক্ষমতা নথকাৰ ফলত তেনেকুৱা ছোৱালী-বোৰৰ ধনী বা কৰ্তৃত্বশীল ব্যক্তিৰ লগত যোগাযোগ হোৱাৰ সম্ভাৱনা নাথাকে— যি তেওঁলোকক বুজি পাব, তেওঁলোকৰ প্ৰেমৰ পাশত আবদ্ধ হ'ব আৰু তেওঁলোকক বিয়া কৰাব। সেয়ে তেওঁ শিক্ষা বিভাগৰ এজন সাধাৰণ কেৰাণীকে বিয়া কৰাবলৈ সন্মত হবলগীয়াত পৰিছিল।

তেওঁ খুউব সাধাৰণ সাজ-পোচাক পিন্ধিছিল, কাৰণ দামী ৰংচঙীয়া কাপোৰ কিনাৰ সামৰ্থ তেওঁৰ নাছিল। তেওঁ যেন নিজকৈ নিম্নমানৰ মানুহ এজনকহে বিয়া কৰালে, এই কথা ভাবি সকলো সময়তে তেওঁৰ মনটো অসুখী আছিল। তিৰোতাৰ মৰ্যাদাবোধ জাতি-বৰ্ণ বা বংশ গৌৰৱৰ ওপৰত নিৰ্ভৰশীল নহয়। তেওঁলোকে দৈহিক সৌন্দৰ্য বা কমনীয়তাক বংশমৰ্যাদাতকৈ অধিক গুৰুত্ব দিয়ে। তেওঁ-লোকৰমনত মাৰ্জিত ৰুচিবোধ, সহজাত অনুভূতিসুলভ সৌজন্য আৰু যি কোনো পৰিস্থিতিকে বশীভূত কৰিব পৰা দক্ষতা আভিজাত্য আহৰণৰ পক্ষে যথেষ্ট আৰু এই গুণাৱলী যিবোৰ মাইকী মানুহৰ গাত থাকে, তেওঁলোকক অভিজাত সমাজৰ তিৰোতাৰ পৰ্যায়ভুক্ত বুলি তেওঁলোক গণ্য কৰে। তেওঁৰ দৃঢ়বিশ্বাস আছিল যে বিভিন্ন ভোগ-বিলাস উপভোগৰ অৰ্থেহে তেওঁৰ জন্ম হৈছিল, কিন্তু তাৰ অভাৱত তেওঁ অসন্তোষপূৰ্ণ এক ক্ষুব্ধ চঞ্চল জীৱন যাপন কৰিছিল। তেওঁৰ ঘৰৰ চাৰিওকাষৰ দাৰিদ্ৰ্যই তেওঁক হতাশ কৰিছিল। নিজৰ ঘৰৰ

লেতেৰা বেৰ, পুৰণি চকী-টেবুল, সস্তীয়া পৰ্দা আদিয়ে তেওঁৰ মনত বৰ দুখ দিছিল। নিজৰ পৰিয়ালৰ যিবোৰ সৰু-সুৰা কথাত তেওঁৰ শ্ৰেণীৰ আন তিৰোতাই কাণ নিদিছিল, তেনেবোৰ কথাকে অযথা ভাবি থাকি তেওঁ মানসিক যাতনা ভোগ কৰিছিল। মনে মনে সদায় ক্ষুব্ধ হৈ থাকিছিল। চাকৰণী ছোৱালী ব্ৰিটোঁক দেখিলেই তেওঁৰ মনটো একো নোপোৱাৰ বেদনা আৰু সকলো পোৱাৰ অস্পষ্ট কামনা-বাসনাত জৰ্জৰিত হৈ উঠিছিল। লগে লগে তেওঁৰ মনত উজ্বলি উঠিছিল আটোম টোকাৰি এটা নিভৃত কোঠা, দামী কাৰ্পেট আৰু বিদেশী বস্ত্ৰৰে সজোৱা চকী-মেজ, য'ত জকমকাই থাকিছিল ব্ৰঞ্জৰ বিৰাটাকাৰ লাইটৰ উজ্বল পোহৰ। তেওঁৰ সপোনৰ সেই আহল-বহল সুসজ্জিত ঘৰৰ দুৱাৰ মুখত থাকিব দুটা প্ৰহৰী। সেই ঘৰত থাকিব বহুতো গহণা-মণি-মুক্তা, কোঠাই কোঠাই থাকিব নিভৃত কোণ— য'ত তেওঁ সদায় সন্ধিয়া সাজি-কাচি বহি মেল মাৰিব পাৰিব তেওঁৰ অন্তৰঙ্গ বন্ধুসকলৰ লগত— যি সকল সুদৰ্শন অভিজাত পুৰুষ বন্ধুৱে যি কোনো নাৰীৰ হৃদয়তেই ঈৰ্ষাৰ উদ্রেক কৰাব পাৰে।

ৰাতিৰ আহাৰ খাবৰ সময়ত সদায় তেওঁৰ স্বামী ঘুৰণীয়া পুৰণি টেবুলখনত তেওঁৰ মুখামুখিকৈ বহে। টেবুলৰ ওপৰত পতা চাদৰখন তিনি-চাৰিদিন ধোৱাই হোৱা নাই, তেওঁ দেখে। চুকহাৰ পাত্ৰটোৰ ঢাকনিখন গুচাই তেওঁৰ স্বামীয়ে উল্লাসত চিৎকাৰ কৰি উঠে, আঃ, কি মজাৰ! সুন্দৰ গোন্ধ ওলাইছে। কিন্তু তেতিয়া তেওঁৰ মনত এক বেলেগ জগতৰ চিন্তা। সপোনৰ সেই অতুলনীয় খোৱা-কোঠা য'ৰ বেৰত চিত্ৰ-বিচিত্ৰ পুৰণি ছবি, টেবুলত ৰূপৰ থালত সজোৱা বিবিধ সোৱাদ লগা খাদ্য, কোঠাৰ চাৰিওপাশে ভিন্নজনৰ গুঞ্জন-ধ্বনি······

তেওঁৰ দেখনীয়াৰ গাউন বা গহণা একোৱেই নাছিল। তথাপি তেওঁ ভাবে যে এই বস্তুবোৰ তেওঁৰ থকা উচিত আছিল, তেওঁৰ দৰে ধুনীয়া তিৰোতাৰ বাবে এইবোৰ উপভোগ কৰাৰ অধিকাৰ জন্মগত। দামী, জকমকীয়া পোচাক পিন্ধি, আন তিৰোতাৰ মনত ঈৰ্ষাৰ সঞ্চাৰ

কৰি, পুৰুষসকলৰ অন্তৰত প্ৰেমৰ উদ্ৰেক কৰি কিমান যে আমোদ পোৱা গ'লহেঁতেন! স্কুলত একেলগে পঢ়া তেওঁৰ এগৰাকী চহকী বান্ধবী আছিল। বান্ধবীৰ ঘৰলৈ আগেয়ে মাজে-সময়ে গৈছিল। কিন্তু পিছলৈ যাবলৈ এৰি দিছিল, কাৰণ বান্ধবীৰ সম্পত্তি দেখিলে তেওঁ মনত বৰ দুখ পাইছিল। সেইবোৰ কথাকে ভাবি-চিন্তি নিৰাশা, হতাশা, অনুশোচনা, দুখ, ক্ষোভত তেওঁ দিন অতিবাহিত কৰিছিল।

এদিন সন্ধিয়া তেওঁৰ স্বামীয়ে হাতত এখন নিমন্ত্ৰণী চিঠি লৈ উল্লসিত হৈ ঘৰ সোমালহি।

"চোৱা, মই তোমাৰ কাৰণে কি আনিছো!"

তেওঁ খামটো লৰালৰিকৈ খুলি, তাৰ ভিতৰৰ ছপা কাৰ্ডখন পঢ়িলে:

"অহা ১৮ জানুৱাৰী সোমবাৰে শিক্ষা বিভাগৰ কাৰ্যালয়ত অনুষ্ঠিত হবলগীয়া এখন ভোজমেললৈ শিক্ষা মন্ত্ৰী আৰু তেওঁৰ পত্নী মাডাম জৰ্জ ৰাঁপনোৱে মঁচিয় আৰু মাডাম লয়জেল উভয়কে আন্তৰিক নিমন্ত্ৰণ জনাইছে।"

গিৰীয়েকে ভাবিছিলে, তেওঁ নিমন্ত্ৰণী পাই আনন্দিত হ'ব। কিন্তু তাৰ পৰিবৰ্তে তেওঁ খঙেৰে চিঠিখন মেজৰ ওপৰলৈ দলিয়াইহে দিলে আৰু ক'লে, "এইখনেৰে মই কি কৰিম?"

"কিয়? মই আশা কৰিছিলো তুমি নিমন্ত্ৰণটো পাই বৰ ভাল পাবা। তুমি কেনিও ওলাই নোযোৱা, সেয়ে তোমাৰ পক্ষে ওলাই যোৱাৰ এইটো সুন্দৰ সুযোগ হ'ব। যথেষ্ট কষ্ট কৰিহে মই এইখন পাইছো। আন বহুতেও চেষ্টা কৰিছিল। নিৰ্বাচিত সংখ্যক কেৰাণীকহে নিমন্ত্ৰণ পত্ৰ দিয়া হৈছে। ভোজমেললৈ গ'লে বহুত ডাঙৰ ডাঙৰ বিষয়াক দেখিবলৈ পাবা।

তেওঁ প্ৰায় খঙেৰেই গিৰীয়েকক প্ৰশ্ন কৰিলে,

"এই ধৰণৰ অনুষ্ঠানলৈ মই কি পিন্ধি যাম?"

মঁচিয় লয়জেলে এই কথাটো আগতে ভাবি চোৱা নাছিল। সেয়ে

কণ্ঠ-নকণ্ঠকৈ ক'লে, "তুমি যিটো সাজ পিন্ধি নাটক চাবলৈ যোৱা সেই কাপোৰ সাজ দেখোন মোৰ বৰ ভাল ......"

আধাখিনিতে বৈ গ'ল লয়জেল। বিস্মিত হৈ দেখিলে, তওঁৰ চকুপানী ওলাইছে, দুকোটা চকুপানী তেওঁৰ দুয়োখন গাল বগাই লাহে লাহে তললৈ নামি গৈছে।

ঘৈণীয়েকৰ হাতত স্পৰ্শ কৰি তেওঁ সুধিলে, "তোমাৰ কি হৈছে কথাটো ভাঙি নোকোৱা কেলেই?"

সযত্নে আবেগ দমন কৰি, সেমেকা গালদুখন মোহাৰি মাডামে শান্তভাৱে ক'লে, "একো হোৱা নাই। মোৰ ভাল ফ্ৰক নাই, গতিকে সেই ভোজসভালৈ যাব নোৱাৰো। নিমন্ত্ৰণী পত্ৰখন তুমি তোমাৰ কাৰ্যালয়ৰ কোনো বন্ধুকে দিয়া। এনে এজন বন্ধুক দিয়া যাৰ পত্নীয়ে মোতকৈ সাধাৰণতে ভাল কাপোৰ পিন্ধে।"

বৰ অপ্ৰস্তুত হ'ল গিৰীয়েক।

"ৰ'বাচোন বাৰু, কথাটো ভাবি চাওঁ। তোমাৰ হিচাবমতেনো ফ্ৰক এটা কিনিবলৈ কিমান পইচা লাগিব? ফ্ৰকটো অৱশ্যে সাধাৰণ ধৰণৰ—পিছতো কিবা উৎসৱত পিন্ধিব পাৰিবা।

তেওঁ চিন্তা কৰিলে, হিচাব কৰি চালে; কিন্তু কিমান দামৰ কথা ক'লে তেওঁৰ মিতব্যয়ী কেৰাণী স্বামীৰ পক্ষে মানি লোৱা সহজ হ'ব আৰু তেওঁ অপ্ৰস্তুত হোৱাৰ সম্ভাৱনা নেথাকিব সেই লৈ তেওঁ মহা চিন্তাত পৰিল।

অৱশেষত তেওঁ ইতস্ততঃ কৰি ক'লে, "কিমান বুলিনো কওঁ ঠিকেই কৰিব পৰা নাই! তথাপি চাৰিশফ্ৰাঁমান হ'লে এটা কিনিব-পৰা হ'ব যেন পাইছো।"

লয়জেলৰ মুখখন বিবৰ্ণ হৈ গ'ল। তেওঁৰ পত্নীয়ে যিমানখিনি ফ্ৰাঁৰ কথা ক'লে, ঠিক সিমানখিনিয়েই তেওঁ চৰাই মৰা বন্দুক এটা

কিনিব বুলি জমা কৰিছিল। মনে মনে ভাবি আছিল, আগন্তুক গৰম দিনত প্ৰতি দেওবাৰে তেওঁ বন্ধুবোৰৰ লগত চিকাৰলৈ যোৱাৰ অভ্যাস কৰিব। বন্ধুসকল দেওবাৰে প্ৰায়েই চিকাৰলৈ যায়। তথাপি ক'লে, "ঠিক আছে। মই তোমাক চাৰিশফ্ৰাঁ দি দিম, দেখিবলৈ ধুনীয়া গাউন এটা কিনি ল'বা।"

ভোজমেলৰ দিন ওচৰ চাপি আহিল। ইতিমধ্যে গাউন এটা কিনা হ'ল যদিও মাডাম লয়জেলৰ মনটো মুকলি নহ'ল।

ঘৈণীয়েকক মনমাৰি থকা দেখি এদিন সন্ধিয়া গিৰীয়েকে সুধিলে, "কি হ'ল? তুমি মনমাৰি থকা যেন দেখিছো।"

মাডামে ক'লে, "মোৰ দেখোন অলঙ্কাৰ এটাও নাই! আনকি সোণৰ পিন এটাও নাই!! কথাটো ভাবি বৰ বেয়া লাগিছে। ভোজ মেললৈ গ'লে নিজকে বৰ দাল-দৰিদ্ৰ যেন লাগিব। ভোজ-মেললৈ নোযোৱাই ভাল হ'ব নেকি?"

"তুমি নহ'লে কেইপদমান ভাল ফুলৰ গহণাকে পিন্ধি ল'বা। এই বছৰ ফুলৰ গহণা পিন্ধাটো নতুন ফেশ্যন হৈছে। মাত্ৰ দহফ্ৰাঁ দিলেই তুমি দুই-তিনিটা উৎকৃষ্ট গোলাপ ফুল কিনিব পাৰিবা।"

স্বামীৰ কথাত তেওঁ সন্তুষ্ট হ'ব নোৱাৰিলে।

"নহয়! চহকী চহকী মহিলা সকলৰ ধুণপেঁচৰ সমাবেশত নিজৰ ভিকহু অৱস্থাটো জাহিৰ কৰিবলৈ যোৱাতকৈ ডাঙৰ অপমানৰ কথা আৰু একো হ'ব নোৱাৰে।"

"তুমিও বৰ বুদ্ধিহীন হে! তুমি দেখোন তোমাৰ বান্ধৱী মাডাম ফৰেষ্টিয়াৰৰ পৰাই কেইপদমান অলঙ্কাৰ খুজি আনিব পাৰা! তোমালোকৰ দেখোন ভাল বন্ধুত্ব আছে," স্বামীয়ে উৎসাহেৰে ক'লে।

সেই মুহূৰ্তেই তেওঁ উল্লাসত চিঞৰি উঠিল, "এ—এই কথাটো মই ভাবিয়েই চোৱা নাই!"

পিছদিনাই তেওঁ তেওঁৰ বান্ধৱীৰ ওচৰলৈ গ'ল আৰু নিজৰ সমস্যাৰ কথা বান্ধৱীক বিবৰি ক'লে। মাডাম ফৰেষ্টিয়াৰে ততালিকে তেওঁৰ

চন্দুকটো খুলি অলঙ্কাৰৰ ভাণ্ডৰ বাকচ এটা উলিয়াই আনি তেওঁৰ সন্মুখতে মেলি ধৰিলে।

"তোমাৰ যি মন যায় বাছি লোৱা।"

মাডাম লয়জেলে দেখিলে, চন্দুকটোত কেইপাতমান খাৰু, এডাল মুকুতাৰ হাৰ আৰু সোণ আৰু মণিৰে তৈয়াৰী এটা ভেনিচৰ ক্ৰচ আছে। তেওঁ আয়নাৰ সমুখত থিয় দি এই অলঙ্কাৰবোৰ এপদ এপদকৈ পিন্ধি চালে। তাৰ পিচত তেওঁৰ দুখোৰমোৰ লাগিল। সেই বস্তুবোৰৰ কোনোটোকেই লৈ যোৱাৰ উৎসাহবোধ নকৰি সুধিলে, "তোমাৰ আৰু একো নাই?"

'অ' আছে। তোমাৰ পছন্দমতে তুমি নিজেই বাছিলোৱা-চোন" বুলি মাডাম ফৰেষ্টিয়াৰে আন এটা সৰু চন্দুক উলিয়াই আনিলে। অৱশেষত মাডাম লয়জেলে মখমলৰ ক'লা সৰু বাকচ এটাত চিক্‌মিকাই থকা হীৰাৰ নেকলেচ এডাল বাছি উলিয়ালে। এটা অদম্য কামনাত তেওঁৰ বুকুৰ ভিতৰখন কঁপি উঠিল। কঁপা হাতেৰেই তেওঁ নেকলেচডাল খুলি লৈ ওখ—কলাৰৰ গাউনটোৰ ওপৰত পিন্ধি ল'লে। তাৰ পিছত আঁৰ্চীত উজ্বলি উঠা তেওঁৰ নিজৰ প্ৰতিবিম্বলৈ ৰ লাগি চাই থাকিল। তাৰপিছত ভয়ে ভয়ে সুধিলে, "তুমি বাৰু এই হাৰডাল মোক এবাৰৰ কাৰণে ধাৰলৈ দিব পাৰিবানে? মোক আৰু আন একো নালাগে।"

'কিয় নিদিম, নিয়া।',

তেওঁ আবেগতে বান্ধৱীৰ ডিঙিত সাৱটি ধৰিলে। তাৰ পিছত সেই অমূল্য হাৰডাল লৈ গুচি আহিল।

ভোজ-মেলৰ ৰাতি মাডাম লয়জেলৰ গৌৰৱ বাসনাই পৰিপূৰ্ণতা লাভ কৰিছিল। মুখত কমনীয় হাঁহি আৰু শিষ্টাচাৰৰ উজ্বলতা, দেহত দামী গাউনৰ জিলমিল, কণ্ঠত হীৰাৰ অমূল্য হাৰৰ শোভাৰে সেই নৈশ সমাৰোহত তেৱেঁই আছিল সবাতোকৈ সুন্দৰী ৰূপহী। উল্লাসৰ আতিশয্যত তেওঁৰ গা-মন ৰাইজাই কৰিছিল। পুৰুষ অভ্যাগত-

সকলে তেওঁৰফালে উৎসাহেৰে দৃষ্টি নিক্ষেপ কৰিছিল আৰু তেওঁৰ বিষয়ে সবিশেষ জানিবলৈ আৰু তেওঁৰ লগত চিনাকি হ'বলৈ সচেষ্ট হৈছিল। আনকি কোনো কোনোৱে উপযাচি তেওঁৰ লগত চিনাকিও হৈছিলহি। তেওঁৰ গিৰীয়েকৰ কাৰ্যালয়ৰ কম বয়সীয়া বিষয়া সকলে তেওঁৰ লগত ৱাল্টজ্ নাচিবলৈ প্ৰস্তাৱ দিছিলহি। আনকি স্বয়ং মন্ত্ৰীৰো দৃষ্টি আকৰ্ষণ কৰিবলৈ তেওঁ সমৰ্থ হৈছিল। নিজৰ ৰূপ-যৌৱনৰ গৌৰৱত মতলীয়া হৈ নাচ আৰম্ভ কৰিছিল মাডাম লয়জেলে। আচলতে তেওঁ যেন নৃত্য কৰা নাছিল—তেওঁ যেন অতিথি সকলৰ লগত প্ৰশংসা আৰু শ্ৰদ্ধা, সমবেতজনৰ অন্তৰত জগাই তোলা উত্তাল উন্মাদনা, গুপ্ত নাৰী হৃদয়ৰ আকুল গোপনীতাৰ আত্ম প্ৰকাশত গৰবিনী হৈ এক বিচিত্ৰ স্বপ্নপুৰীতহে আপোন পাহৰা হৈ ওপঙি ফুৰিছিল। তেওঁৰ সৌন্দৰ্য, যৌৱন-জীৱনৰ পূৰ্ণতা প্ৰাপ্তি হৈছিল।

পুৱা চাৰি বজালৈকে তেওঁ বিভিন্নজনৰ নাচৰ সঙ্গীনি হৈ থাকিবলগীয়া হৈছিল। মাজ ৰাতিৰ পৰাই তেওঁৰ স্বামীয়ে কল-মতীয়াবলৈ আৰম্ভ কৰিছিল।

সেই অনুষ্ঠানলৈ অহা আন তিনিজন পুৰুষৰ সৈতে তেওঁৰ স্বামী মুকলি কোঠাটোলৈ ওলাই আহিছিল। পুৰুষ কেইজনৰ পত্নীসকলেও নাচৰ আনন্দ উপভোগ কৰিছিল।

নাচৰ শেষত লয়জেলে তেওঁৰ পত্নীৰ গাত সদায় ঘৰত ব্যৱহাৰ কৰা সাধাৰণ গৰম কোটটো পিন্ধাই দিলে। দামী সাজটোৰ ওপৰত ৰংযোৱা কোটটো পিন্ধি তেওঁ বৰ অপ্ৰস্তুত হ'ল। নাচত ভাগলোৱা, জন্তুৰ নোমৰ দামী কোট পিন্ধা আন মহিলাসকলৰ চকুত পুৰণি কোটটো পিন্ধি মুহূৰ্ত্ততে হেয় প্ৰতিপন্ন হোৱাৰ ভয়ত তেওঁ ততাতৈয়াকৈ বাহিৰ ওলাই আহিব খুজিলে। লয়জেলে তেওঁক বাধা দিবৰ চেষ্টা কৰি ক'লে, "তুমি ইয়াতে অকণমান ৰ'বা, মই ঘোৰাগাড়ী এখন মাতি আনো, বাহিৰত ঠাণ্ডা পাবা।"

মাডাম লয়জেলে গিৰীয়েকৰ কথা উপেক্ষা কৰি বাহিৰলৈ ওলাই আহিল।

তেওঁলোক ৰাস্তালৈ ওলাই আহিল, কিন্তু কেনিও গাড়ী দেখা নাপাই উভয়ে ছীন নৈৰ ফাললৈ গৈ থাকিল। নৈৰ পাৰত অৱশেষত তেওঁলোকে পুৰণি ঘোঁৰাগাড়ী এখন পাই তাতে উঠি ঘৰমুৱা হ'ল। এ'ন পুৰণি গাড়ী দিনৰ ভাগত উলিয়াবলৈ চালকে লাজ পায় কাৰণে কাচিৎ ৰাতিহে বাহিৰ কৰে।

ঘোঁৰাগাড়ীখন তেওঁলোকৰ ৰুদ্য মাৰ্টাৰৰ ঘৰৰ পদূলিলৈকে আহিল। গাড়ীৰপৰা নামি খট্‌খটিৰেদি ওপৰলৈ উঠি যাওঁতেই তেওঁ ভাবিলে, তেওঁৰ স্বপ্নময় নিশাটোৰ ইমানতে অৱসান ঘটিল। সেই নিশাৰ মধুৰ সোঁৱৰণীৰে তেওঁ ভাবিছিল, গোটেই নিশা উজাগৰে থকাৰ পিছত তেওঁৰ গিৰীয়েক দহবজাতে অফিচলৈ যাব লাগিব।

আয়নাৰ সমুখত থিয় হৈ মূল্যবান সাজপাৰেৰে বিভূষিতা নিজৰ ৰূপ তেওঁ শেষবাৰৰ বাবে প্ৰত্যক্ষ কৰিব খুজি হঠাৎ চিঞৰি উঠিল—বান্ধৱীৰপৰা খুজি অনা হীৰাৰ নেকলেচডাল তেওঁৰ ডিঙিত নাই!

নিজৰ পোছাক খুলিথকাৰ পৰা গিৰীয়েকে সুধিলে, "কি হ'ল?" ভয়ত বিবৰ্ণ হৈ থোকাথুকি মাতেৰে মাডাম লয়জেলে ক'লে
"মা—মাডাম ফৰেষ্টিয়াৰৰ নেকলেচডাল মই হেৰুৱাই পেলাইছো!

"কি কৈছা? হাৰডাল হেৰাল?
অসম্ভৱ!" গিৰীয়েক চমকি উঠিল। তেওঁলোক দুয়ো সাজ-পোছাক আৰু তাৰ জেপত ভালকৈ বিচাৰিলে। কিন্তু নেপালে।

"নাচঘৰৰ পৰা ওলাই অহাৰ সময়লৈকে তোমাৰ ডিঙিত হাৰডাল আছিল বুলি তুমি নিশ্চিত নে?"

"অঁ। শিক্ষা বিভাগৰ কাৰ্যালয়ৰ বাহিৰৰ কোঠাত ৰওঁতেও নেকলেচডাল মোৰ ডিঙিত আছিল।

"কিন্তু ...... বাটত ক'ৰবাত হাৰডাল পৰি অহা হলেও আমি শব্দ শুনিলোহেঁতেন। নেকলেচডাল নিশ্চয় ঘোঁৰাগাড়ীত পৰি আছিল।"

"সঁচা। মোৰো মনে ধৰিছে। তুমি বাৰু গাড়ীখনৰ নম্বৰটো চাইছিলানেকি ?"

"নাইচোৱা। তুমি চাইছিলানেকি ?"

"ওঁহোঃ মযো চাবলৈ নহ'ল।"

বিবুদ্ধি হৈ উভয়ে উভয়ৰ মুখলৈ চালে। অৱশেষত লয়জেলে আকৌ পোছাক পিন্ধি ক'লে, "আমি খোজ কাঢ়ি অহা ৰাস্তাত মই চাই আহোগৈ। চাওঁচোন পাওঁনে নেপাওঁ।"

লয়জেল ওলাই গ'ল। কিন্তু বিছনালৈ শুবলৈ যাবলৈ হতাশ বোধ কৰিলে ঘৈণীয়েকে। একো চিন্তা কৰিব নোৱাৰা হ'ল, ৰাতিৰ গাউনটোকে পিন্ধি থাকি ওচৰৰে চকী এখনত অৱসন্ন বহি ৰ'ল। তেওঁ জুই একুৰা ধৰিবলৈও অসমৰ্থ বোধ কৰিলে।

পুৱা সাতমান বজাত লয়জেল ঘূৰি আহিল। হীৰাৰ নেকলেচডাল তেওঁ বিচাৰি নাপালে। পুলিচত খবৰদি, খবৰ কাগজত পুৰস্কাৰ ঘোষণা কৰা বিজ্ঞাপন ছপাই, ঘোঁৰাগাড়ীৰ কাৰ্যালয় বিলাকলৈ গৈ তেওঁ বহুত বিচাৰ-খোচাৰ কৰিলে। নেকলেচডাল ঘূৰাই পোৱাৰ সম্ভাৱনা থকা সকলোবোৰ ঠাইলৈকে তেওঁ দৌৰি গ'ল।

মাডাম লয়জেলে, নানান চিন্তাৰ মাজত গোটেই দিনটো ধৰফৰাই কটালে।

গোটেইদিন বিচৰাৰ পিছত বিফল মনোৰথ লৈ শুকান মুখেৰে সন্ধিয়া লয়জেল উভতি আহিল।

"তোমাৰ বান্ধৱীলৈ চিঠি এখন লিখি দিয়া। লিখিবা— নেকলেচডালৰ পাহি এটা ছিগিল, মেৰামতি কৰিছে ঘূৰাই দিম। এনে কৰিলে আমি ভাবিবলৈ দিনদিয়েক সময় পাম।" পিৰীয়েকে চিন্তা কৰি পৰামৰ্শ আগবঢ়ালে।

গিৰীয়েকৰ পৰামৰ্শ অনুসৰি তেওঁ বান্ধৱীলৈ এখন চিঠি লিখিলে। ইতিমধ্যে এসপ্তাহ পাৰহৈ গ'ল। তেওঁলোকে নেকলেচডাল ঘূৰাই পোৱাৰ সকলো আশা ত্যাগ কৰিলে। এই এসপ্তাহতে দুশ্চিন্তাত লয়জেলৰ বয়স যেন পাঁচ বছৰ বাঢ়ি গ'ল। শেষত তেওঁ ঘৈণীয়েকক প্ৰস্তাব দিলে, "আমি এডাল নতুন নেকলেচেই কিনি দিব লাগিব।"

পিছদিনা উভয়ে হেৰোৱা নেকলেচডালৰ খালী বাকচটো লৈ তাৰ ভিতৰত নাম লিখা দোকানখনলৈ গ'ল। লয়জেলে ভাবিছিল এই দোকানতে হেৰোৱা হাৰডালৰ একে নমুনাৰ আন এডাল নেকলেচ কিনিবলৈ পোৱা যাব বা নতুন এডালো তৈয়াৰী কৰাব পৰা যাব। কিন্তু দোকানীয়ে নমুনাৰ ছবি, বহী-পত্ৰ চাই ক'লে, সম্ভৱ নেকলেচডাল মোৰ দোকানৰপৰা কিনা নাছিল। এই বাকচটো কিজানি এনেয়ে খুজি নিছিল।

তেতিয়া তেওঁলোকে হেৰোৱা নেকলেচডালৰ নিচিনা হীৰাৰ হাৰ এডাল বিচাৰি অলঙ্কাৰৰ দোকানে দোকানে ঘূৰিলে। কিন্তু সেই ডালৰ লগত মিলা হাৰ এডাল ক'তো বিচাৰি নাপাই দুখ আৰু হতাশাত কাতৰ হৈ পৰিল।

অৱশেষত তেওঁলোকে পেলে'ৰয়েল অঞ্চলৰ এখন দোকানত, হেৰোৱা হাৰডালৰ সৈতে অবিকল একে এডাল হীৰাৰ নেকলেচ দেখিবলৈ পালে। হাৰডালৰ দাম চল্লিশ হেজাৰ ফ্ৰাঁ। বহুসময় দাম-দৰ কৰিলত দোকানীয়ে সেইডাল ছয়ত্ৰিশ হেজাৰ ফ্ৰাঁত বিক্ৰী কৰিবলৈ ৰাজি হ'ল। হাৰডাল তিনিদিনৰ কাৰণে বিক্ৰী নকৰাকৈ ৰাখিবলৈ অনুৰোধ কৰাৰ লগতে, ফেব্ৰুৱাৰী মাহৰ ভিতৰতে পুৰণি হাৰডাল ঘূৰাই পালে, তেওঁলোকে কিনিব খোজা নেকলেচডাল আকৌ দোকানীয়ে চৌত্ৰিশহেজাৰ ফ্ৰাঁত তেওঁলোকৰপৰাই কিনি লবলৈ মান্তি কৰাই তেওঁলোক ঘূৰিল।

পৈত্ৰিক উত্তৰাধিকাৰ হিচাবে পোৱা ওঠৰ হেজাৰ ফ্ৰাঁ লয়জেলৰ হাতত জমা আছিল। বাকী ফ্ৰাঁ তেওঁ ধাৰলৈ লোৱাৰ সিদ্ধান্ত কৰিলে আৰু জনা-শুনা সকলোৰে পৰা ধাৰ গোটাবলৈ ধৰিলে। কৰবাত এহেজাৰ, কৰবাত পাঁচ শ, ইয়াত পাঁচ লুই, তাত তিনি লুই, মহাজনৰ পৰা অধিক সুদত আনকি খৎ-পত্ৰ লিখি দিও য'তে যেনেকৈ পাৰে ঋণ ললে। লয়জেলে জানিছিল যে, তেওঁৰ পক্ষে সময়মতে সকলো ঋণ পৰিশোধ কৰা সম্ভৱ নহয়। তথাপি শাৰীৰিক কষ্ট, মানসিক ক্লেশ বহন কৰি নিজৰ ভৱিষ্যত অন্ধকাৰ কৰি এদিন তেওঁ প্ৰয়োজনীয় ধন সংগ্ৰহ কৰি হাৰডাল আনিবলৈ দোকানলৈ গ'ল। দোকানীক তেওঁ ছয়ত্ৰিশ হেজাৰ ফ্ৰাঁ হিচাব কৰি দিলে।

মাডাম লয়জেলে তেওঁৰ বান্ধৱী ফৰেষ্টিয়াৰৰ ওচৰত নেকলেচডাল ঘূৰাই দিবলৈ যাওঁতে ফৰেষ্টিয়াৰে ধেমেলীয়াকৈ কলে, "তুমিনো হাৰডাল ওভোতাই দিওঁতে ইমান দেৰি কৰিব পোৱানে? মোৰ পিন্ধিবলৈ মন যোৱা হলে পিন্ধিব পাৰিলোহেঁতেন!"

তথাপি এটা বিষয়ত মাডাম লয়জেল নিশ্চিন্ত হ'ল—ফৰেষ্টিয়াৰে গহণাৰ বাকচটো খুলি হাৰডাল নাচালে। তেওঁ নেকলেচডাল চাই সেইডাল সলনি কৰিছে বুলি জানিব পৰাহেঁতেন মাডাম লয়জেলক নিশ্চয় চোৰ বুলিয়েই ভাবিলোহেঁতেন।

এইবাৰ মাডাম লয়জেল চূড়ান্ত দাৰিদ্ৰ্যৰ বিকট স্বৰূপটোৰ লগত ক্ৰমে পৰিচিত হবলৈ ধৰিলে। মনটোক সবল কৰি তেওঁ সেই সকলো দুৰ্গতিৰ মুখামুখি হৈ যাবলৈ ধৰিলে। এটা বিৰাট পৰিমাণৰ ঋণ তেওঁ পৰিশোধ কৰিব লাগিব। তেওঁ দৃঢ়প্ৰতিজ্ঞ। গতিকে ক্ৰমে ভাল ঘৰটো এৰি এটা সৰু জুপুৰী ভাড়া ললে। ঘৰ আৰু বান্ধনিঘৰৰ যাবতীয় কাম নিজেই কৰি চাকৰণীক বিদায় দিলে। কাপোৰ ধোৱা, কাঁহী বাটি ধোৱা, চক-কেৰাহী ধোৱা-সকলো কাম নিজেই কৰিবলৈ ললে। তেওঁৰ নখৰ বং জহি-খহি গ'ল, কামৰ অন্ত নোহোৱা হ'ল।

হাতত ভেলচিকতি লাগিল। পৰিয়ালৰ কাপোৰ নিজেই ধোৱে, শুকোৱায়, চপাই আনে। সদাই পুৱা হৰ চোতাল সাৰে, জাবৰ পেলায়। কলৰপৰা নিজে পানী কঢ়িয়াই আনে আৰু খটখটীয়েদি ফোঁপাই-জোঁপাই অহাৰ সময়ত মাজে মাজে উশাহ লবলৈ ৰয়।

কাংখানাৰ বস্তুবোৰ নিচিনা পোচাক পিন্ধি হাতত মোনা লৈ শাক-পাচলিৰ দোকান গেলামালৰ দোকান, মাংসৰ দোকানলৈ যায়। সকলোতে এক পইচাৰ কাৰণেও দাম-দৰ কৰে। প্ৰতিমাহে দুখন-এখন খৎ নুকলি কৰে, নোৱাৰিলে পৰিশোধৰ ম্যাদ বঢ়াই লয় বা যিমানপাৰে দি সুদ আৰু মূলৰ পৰিমাণ কমায়।

তেওঁৰ গিৰীয়েকে সন্ধিয়া দোকানত হিচাবৰ বহী লিখি দিয়ে। ৰাতি ঘৰত দলিল দস্তাবেজ নকল কৰে। এনেদৰে নকল কৰি প্ৰতি পৃষ্ঠাত পাঁচ লুইকৈ উপাৰ্জন কৰে।

এইদৰে দহ বছৰ পাৰ হৈ গ'ল।

এই দহ বছৰৰ ভিতৰত তেওঁলোকে সকলোবোৰ ধাৰ-ঋণ সুদে-মূলে আদায় কৰি দিলে।

মাডাম লয়জেল এতিয়ালৈ অতি সাধাৰণ তিৰোতাৰ দৰে দেখাত একেবাৰে বুঢ়ী হৈ পৰিল। তেওঁৰ মূৰৰ চুলি আউলি-বাউলি, সাজ-পাৰ টিলা-সোলোকা, লেতেৰা আৰু অপৰিপটি, হাতদুখনৰ ৰং তামবৰণীয়া হৈ পৰিল। তেওঁৰ আগৰ কোমল মাতটো কৰ্কশ হৈ পৰিল। কাম কৰি ফুৰোঁতে তেওঁ পুৰুষৰ দৰে ধুম-ধুপাল কৰি ফুৰা হ'ল। সিমানতো তেওঁ তেওঁৰ স্বামী কাৰ্যালয়ত থাকোঁতে খিৰিকিৰ ওচৰত বহি সুদূৰ অতীতৰ সেই অবিস্মৰণীয় ভোজমেলৰ সন্ধিয়ালৈ ঘূৰি যায়। আহ কি মধুৰ সন্ধিয়া! গৌৰৱ উল্লাসেৰে ভৰপূৰ সন্ধিয়া!! সেই সন্ধিয়াৰ কথা মনত পৰিলেই তেওঁ তেওঁৰ নাৰীমনৰ সকলো কামনা বাসনাৰ পূৰ্ণতা প্ৰাপ্তিৰ গৌৰৱো সোঁৱৰে। লগতে ভাৱে, তেওঁ যদি সেইদিনা নেকলেচডাল নেহেৰুৱালেহেঁতেন—তাৰ পৰিণতি আজি

বাৰু কি হ'লহেঁতেন ? কোনোবাই ক'ব পাৰিবনে ? ঘটনাৰ সোঁতে কেতিয়া কাক ক'লৈ লৈ যায় কোনে ক'ব পাৰে ? জীৱনৰ যাত্ৰাপথ কিমান পৰিবৰ্তনশীল আৰু কিমান কুটিল ! সাধাৰণ সৰু ঘটনা একোটায়ো জীৱনৰ গতিপথ একেবাৰে পৰিবৰ্তিত কৰি মানুহক ধ্বংস বা উজ্জীবিত কৰি তুলিব পাৰে।

গোটেই সপ্তাহটোৰ হাড়ভঙা খাটনিৰ পিছত এটা দেওবাৰত মাডাম লয়জেল শ্যাম্প এলিজিৰফালে ফুৰিবলৈ গৈছিল। তেওঁ ফুৰি থাকোতে কেঁচুৱা কোলাত লৈ থকা মহিলা এগৰাকী দেখিবলৈ পালে। আৰু দেখিয়েই চিনি পালে তেওঁ মাডাম ফৰেষ্টিয়াৰে। ফৰেষ্টিয়াৰ এতিয়াও পূৰ্বৰ দৰে ধুনীয়া হৈয়েই আছে। তেওঁৰ যৌৱনো আগৰ দৰেই নিখুঁত হৈয়েই আছে। এক অজান আবেগত হঠাতে তেওঁৰ শৰীৰত এটা শিহৰণ খেলি গ'ল। তেওঁ কথা পাতিব নেকি বান্ধৱীৰ লগত ? কিয় নেপাতিব ? ইমানদিনে তেওঁলোকৰ সকলো ধাৰ-ঋন দেখোন পৰিশোধ কৰা হৈয়েই গ'ল। এতিয়া বান্ধৱীক তেওঁ তেওঁৰ সকলোবোৰ দুখৰ কাহিনী বিৱৰি ক'ব। তেওঁ লাহে লাহে বান্ধৱীৰ ওচৰ চাপি গ'ল। "কেনে আছা জিয়ান ?"

বান্ধৱীয়ে কিন্তু তেওঁক চিনিবই নোৱাৰিলে। এনে এজনী সাধাৰণ মহিলাই নাম ধৰি মাতিলত তেওঁ আচৰিত হ'ল।

"ক্ষমা কৰিবা। মই তোমাক চিনি পোৱা নাই। তুমি নিশ্চয় মোক আন কোনোবা বুলি ভুলহে কৰিছা." "মাডাম ফৰেষ্টিয়াৰে ইতস্তুতঃ কৰি কলে।

"নহয়, মোৰ ভুল হোৱা নাই, মই মেফিল্দে লয়জেল।"

লগে ল'গ মাডাম ফৰেষ্টিয়াৰে বিস্ময়ত চিৎকাৰ কৰি উঠিল, "অ' তুমি মেফিল্দে! কিমান সলনি হৈ গ'লা তুমি !!"

"সঁচা, আগৰবাৰ তোমাক লগ পোৱাৰ পিছৰ পৰা মই সীমাহীন দুখ-কষ্টৰ মাজত দিন কটাইছো। আৰু এই অপৰিসীম

কষ্ট ভুগিছো তোমাকে কেন্দ্ৰ কৰিয়েই।"

"মোকে কেন্দ্ৰ কৰি? কি কৈছা তুমি?"

"তোমাৰ সেই হীৰাৰ নেকলেচডালৰ কথা মনত আছে নে? মই যে শিক্ষা বিভাগৰ ভোজমেললৈ পিন্ধি যাবৰ কাৰণে তোমাৰ পৰা বিচাৰি আনিছিলো?"

"অঁ, আছে। পিছে কি হ'ল?"

"সেইডাল তোমাৰ পৰা আনি মই হেৰুৱাইছিলো।"

"মই একো তৎ ধৰিব পৰা নাই। তুমি দেখোন নেকলেচডাল তেতিয়াই ঘূৰাই দিলা!"

"মই তোমাক এডাল নতুনকৈ কিনি আনি দিছিলো। অবিকল তোমাৰ ডালৰ নিৰ্চিনা। আৰু সেই টকা যোৱা দহবছৰ ধৰি অতি কষ্টে আদায় দিওঁতেই দিন গৈছে। তুমি নিশ্চয় বুজিছা, ঘৰত এটা পেনিও নথকা আমাৰ নিচিনা মানুহৰ কাৰণে এই কামটো কিমান কঠিন হ'ব পাৰে। যেইহওক, ইমানদিনে এই বিষয়ৰ সকলো লেন-দেন শেষ হৈছে। তোমাক নো আৰু কি ক'ম, এতিয়াহে অকনমান থাউনি পাইছো।"

বান্ধবীৰ কথা শুনি মাডাম ফৰেষ্টিয়াৰ বজ্ৰপাত পৰা মানুহৰ দৰে থৰ লাগিল।

তাৰ মানে তুমি মোৰ হাৰডালৰ পৰিবৰ্তে নতুন হীৰাৰ নেকলেচ এডাল কিনিআনি মোক দিছিলাহি?"

"অঁ, তুমি এতিয়াও ধৰিব পৰা নাই? কেনেকেনো পাৰিবা-- দুয়োডাল নেকলেচই দেখিবলৈ অবিকল একে!

বান্ধবীক আচল কথাটো খুলি কৈ নিজৰ বুদ্ধি-আন্তৰিকতাতে গৰ্ব অনুভৱ কৰি উল্লাসিত হৈ হাঁহিলে তেওঁ।

মাডাম ফৰেষ্টিয়াৰে তেওঁৰ বান্ধবীৰ দুয়োখন হাত আবেগ আৰু আন্তৰিকতাৰে খামুচি ধৰিলে আৰু করুণ মাতেৰে ক'লে,

"ইস মে'ফিল্‌দে, মোৰ নেকলেচডাল আছিল নকল। সেইডালৰ দাম আছিল খুউব বেছি পাঁচ হাজাৰ ফ্ৰাঁ।"

# অস্কাৰ ৱাইল্‌ড

(১৮৫৪-১৯০০)

কবিতা, নাটক, গল্প লিখিছিল আৰু সম্মোহক বক্তা আছিল। আয়াৰলেণ্ডত জন্ম, ইংলণ্ডত কৰ্মজীৱন আৰু ফ্ৰান্সত মৃত্যু। বুদ্ধি-বিচক্ষণতা আৰু কৰ্মৰ অসংলগ্নতা উভয়তে তেওঁ সমানে খ্যাতিমান আছিল।

শেষ জীৱনত তেওঁ 'অনৈতিক অপৰাধ'ত দুবছৰ কাৰাবৰণ কৰিবলগীয়া হৈছিল আৰু বিধ্বস্ত অৱস্থাত পেৰীত মৃত্যুবৰণ কৰিছিল।

# সুখী ৰাজকুমাৰ

নগৰখনৰ বহু ওপৰত, এটা ওখ স্তম্ভত সুখী ৰাজকুমাৰজনৰ মূৰ্তিটো থিয় হৈ আছিল। তেওঁৰ গোটেই দেহাটো সোণৰ পাতেৰে আবৃত আছিল, চকু দুটা আছিল দুটা উজ্জ্বল নীলম পাথৰ আৰু তেওঁৰ তৰোৱালখনৰ মুঠিটোত এটা ডাঙৰ ৰঙা কৰবী জিলিকি আছিল।

তেওঁ সঁচাকৈয়ে প্ৰশংসাৰ পাত্ৰ আছিল। 'বতাহৰ গতি নিৰ্ণয় কৰা কুকুৰা আকৃতিৰ চৰাইটোৰ দৰেই তেওঁ ধুনীয়া', সুকুমাৰ কলাৰ প্ৰতি থকা তেওঁৰ ৰুচি প্ৰকাশ কৰিবলৈ নগৰৰ কাউন্সিলাৰ এজনে মন্তব্য কৰিলে। ব্যৱহাৰিক প্ৰয়োজনীয়তাৰ প্ৰতি তেওঁৰ আগ্ৰহ নাই বুলি মানুহে ভাবে বুলি মন্তব্যটোৰ লগতে তেওঁ যোগ দিছিল, 'অৱশ্যে ইমান প্ৰয়োজনীয় নহয়।' সঁচাকৈ কাউন্সিলৰজন তেনে মানুহ নাছিল।

"তুমিনো সুখী ৰাজকুমাৰৰ দৰে কিয় হ'ব নোৱাৰা?" জোনটোৰ বাবে কান্দি থকা পুতেকক বুদ্ধিমতী মাকজনীয়ে ক'লে, "সুখী ৰাজকুমাৰে কোনো বস্তুৰ বাবে কন্দাৰ সপোনো নেদেখে।"

"পৃথিবীত যথেষ্ট সুখীলোক এজন আছে বুলি মই ভাল পাইছোঁ।' সুন্দৰ মূৰ্তিটোলৈ চাই বিমৰ্ষ মানুহজনে ক'লে।

"তেওঁক দেৱদূতৰ দৰে দেখাইছে।" উজ্জ্বল ৰঙা কোট আৰু পৰিষ্কাৰ বগা কুৰ্তা পিন্ধি গীৰ্জাৰ পৰা ওলাই অহা অনাথ শিশুবোৰে ক'লে।

"তোমালোকে কেনেকৈ জানিলা", অঙ্কৰ শিক্ষকজনে সুধিলে, "তোমালোকেতো দেৱদূত এজনো দেখা নাই?"

"অঁ, কিন্তু আমি সপোনত দেখিছোঁ, শিশুকেইটিয়ে উত্তৰ দিলে।

অন্তুৰ শিক্ষকজনে মুখখন বিকটালে আৰু তেওঁক বৰ কঠোৰ যেন দেখা গ'ল। কিয়নো তেওঁ শিশুকেইটিৰ মন্তব্য সমৰ্থন কৰা নাছিল।

এদিন নিশা সৰু চাতক চৰাই নগৰখনলৈ উৰি আহিল। তাৰ লগৰবোৰ ছসপ্তাহৰ আগতেই মিছৰলৈ উৰি গ'ল। তাই বৈ গৈছিল। কিয়নো তাই সেই ধুনীয়া খাপৰীজনীক ভাল পাইছিল। বসন্তৰ আৰম্ভণিতে সি তাইক লগ পাইছিল। ডাঙৰ হালধীয়া পোক এটা খেদি খেদি নদীখনৰ কাষলৈ উৰি যাওঁতে তাইৰ লাহী ককালটো দেখি সি আকৰ্ষিত হৈছিল। তাইৰ লগত কথা পাতিবলৈ সি থমকি ৰৈছিল।"

পোনে পোনেই তাৰ উদ্দেশ্যৰ কথা কবলৈ সি সুখি পেলাইছিল। "মই তোমাক ভাল পামনে ?" খাপৰীজনীয়ে লাহেকৈ হালি তাৰফালে মুৰ দোৱাইছিল। সেইবাবে সি তাইৰ চৌপাশে ঘূৰি ঘূৰি উৰিবলৈ ল'লে। মাজে মাজে পাখিৰে পানীবোৰ চুই দি ৰূপালী তৰঙ্গৰ সৃষ্টি কৰিলে।

এইয়াই আছিল তাৰ মিলন।

এনেদৰে গোটেই জহকাল পাৰ হৈছিল।

"ই এক আচৰিত আকৰ্ষণ", বিদ্ৰূপ কৰি আনবোৰ চাতকে কৈছিল। "তাইৰ কোনো ধন নাই আৰু তাইৰ সম্পৰ্কও বহুতৰ লগত", আৰু তাৰোপৰি গোটেই নদীখনেই খাপৰীৰে ভৰি আছে। শৰতৰ আগমনৰ লগে লগে আটাইজাক উৰি গৈছিল।

সকলোবোৰ গুচি যোৱাত সি অকলশৰীয়া বোধ কৰিলে। লাহে লাহে তাৰ প্ৰেয়সীকলৈ সি আমনি পাবলৈ ধৰিলে। 'তাই কথাই নেপাতে", সি ভাবিলে, "আৰু তাই বোধ হয় ৰচকী; সেইয়েহে তাই বতাহৰ লগত সদাই চঞ্চল হৈ পৰে।" আৰু সঁচাকৈ যেতিয়াই বতাহ আহিছিল, খাপৰীজনীয়ে অতি লাৱণ্যৰ সম্ভাষণ প্ৰকাশ কৰিছিল। "তাই ঘৰ গোসাঁ", সি কৈ গ'ল, "কিন্তু মই ঘূৰি ফুৰি ভাল পাওঁ। মোৰ পত্নীৰ সেইবাবে ঘূৰি ফুৰি ভাল পাব লাগিব।

"তুমি মোৰ লগত যাবানে ?," শেষত সি তাইক সুধিলে, কিন্তু খাগৰিজনীয়ে মূৰ জোকাৰি নেযাওঁ বুলি ক'লে। তাই তাইৰ ঘৰখনৰ প্ৰতি অতি বেছিকৈ আকৃষ্ট।

"তুমি মোক অৱজ্ঞা কৰি আছিলা," সি ক'লে, "মই পিৰামিডলৈ যাওঁগৈ, বিদায়।" আৰু সি উৰি গ'ল।

গোটেই দিনটো উৰি উৰি নিশা সি নগৰখন পালেহি।

"মই থাকিম ক'ত ;", সি নিজকে সুধিলে, "আশাকৰো নগৰখনত কিবা ব্যৱস্থা আছে।"

ওখ স্তম্ভটোৰ ওপৰৰ মূৰ্তিটো সি দেখিলে।

"মই তাতেই থাকিম," সি ক'লে, "প্ৰচুৰ বিশুদ্ধ বতাহ থকা ই ধুনীয়া ঠাই।" সখী ৰাজকুমাৰৰ দুইভৰিৰ মাজতে সি নামিল'হি।

"মোৰ শোৱনি কোঠাটো সোণৰ",

কেইফালে চাই সি নিজকে নিজে লাহেকৈ ক'লে আৰু শুবলৈ প্ৰস্তুতি কৰিলে। কিন্তু তাৰ পাখীখনৰ তলত তাৰ মূৰটো সুমুৱাই ল'ব খোজোতেই ডাঙৰ পানীৰ টোপাল এটা তাৰ ওপৰত পৰিল। "কি আচৰিত কথা ?" সি ক'লে, "আকাশত এটুকুৰাও মেঘ নাই আৰু তৰাবোৰো পৰিস্কাৰকৈ তিৰ্‌বিৰাই আছে, তথাপিও বৰষুণ দিছে ! এই, উত্তৰ ইউৰোপৰ জলবায়ু সঁচাকৈ ভয়ানক। খাগৰিজনীয়েও বৰষুণ ভাল পাইছিল। কিন্তু ই তাইৰ স্বাৰ্থৰ বাবে আছিল।"

আকৌ টোপাল এটা পৰিল।

"বৰষুণকেই বাধা দিব নোৱাৰিলে এই মূৰ্তিটোৰ নো কি আৱশ্যক", সি কলে', "মই এটা চিম্‌নী বিচাৰি ল'ব লাগিব" আৰু সি উৰি যাবলৈ প্ৰায় দৃঢ় প্ৰতিজ্ঞ হ'ল।

কিন্তু উৰি যাবলৈ পাখীকেইখন মেলি লওঁতেই তৃতীয় টোপালটো পৰিলহি আৰু সি ওপৰলৈ চালে—ইছ্ ! সি কি দেখিলে ?

সুখী ৰাজকুমাৰৰ চকুহাল অশ্ৰুৰে উপচি আছিল আৰু চকুপানীবোৰ তেওঁৰ সোণালী গালদুখনেৰে বৈ আহিছিল। তেওঁৰ মুখখন জোনাকত ইমান ধুনীয়া দেখাইছিল যে এধানি চাতকটোৰ পুতৌ উপজিল।

"তুমি কোন", সি সুধিলে। "ময়েই সুখী ৰাজকুমাৰ।" "তুমি তেনেহলে কান্দিছা কিয় ?" চাতকটোৱে সুধিলে, "তুমিটো মোৰ গোটেইখন ভিজালা !"

"মই যেতিয়া জীয়াই আছিলোঁ আৰু এটা মানুহৰ হৃদয় মোৰ আছিল", মূৰ্ত্তিটোৱে উত্তৰ দিলে, "চকুপানী কিহৰ বাবে মই বুজি পোৱা নাছিলোঁ। কিয়নো দুখক কেতিয়াও প্ৰবেশ কৰিব নিদিয়া চাঞ্চুচীৰ প্ৰাসাদত মই বাস কৰিছিলোঁ। দিনত মই মোৰ লগৰীয়াবোৰৰ সৈতে বাগিছাত উমলিছিলোঁ আৰু ৰাতি প্ৰাসাদৰ শ্ৰেষ্ঠ হল'ত মই নাচৰ গুৰি ধৰিছিলোঁ। বাগিছাৰ কেউকাষে এখন ওখ দেৱাল আছিল। সেই দেৱালৰ সিপাৰে কি আছে তাক সোধাৰ প্ৰয়োজন মই বোধ কৰা নাছিলোঁ। সকলোবোৰেই মোৰবাবে আছিল সুন্দৰ। মোৰ প্ৰাসাদৰ অনুগ্ৰহপ্ৰাৰ্থী সকলে মোক সুখী ৰাজকুমাৰ বুলিছিল। যদি ৰঙেই সুখ হয়, মই সঁচাকৈ সুখী আছিলোঁ। এনেদৰেই মই জীয়াই আছিলোঁ আৰু এনেদৰেই মোৰ মৃত্যু হৈছিল আৰু মই মৰাৰ পিছত সিহঁতে মোক ইমান ওখত থলেহি যে নগৰখনৰ সকলো কুৎচিৎ ৰূপ আৰু দুখ মই দেখা পাওঁ আৰু যদিও মোৰ হিয়াখন সীহেৰে গঢ়া, মই নকন্দাকৈ থাকিব নোৱাৰোঁ।"

"কি ? তেওঁ সম্পূৰ্ণ সোণেৰে গঢ়া নহয় ?" শালীনতা ৰক্ষা কৰি চাতকটোৱে তাৰ ব্যক্তিগত মন্তব্য লাহেকৈ কৰিলে।

"সোৱা দূৰত", সৰু সঙ্গীতৰ সুৰেৰে মূৰ্ত্তিটোৱে কৈ গ'ল, "সোৱা দূৰত, সৰু আলিবাটটোত এটা দুখীয়া পঁজা। খিৰীকি

এখন খোলা আছে। মেজৰ ওপৰতে বহি থকা মহিলা এগৰাকী মই দেখিছোঁ। তাইৰ মুখখন খীণ আৰু জৰ্জৰিত, তাইৰ হাতদুখন খহতা, বেজিৰ বিন্ধাও ৰঙচুৱা হৈ পৰিছে, তাই এজনী কাপোৰ সিঁয়া মহিলা। অগাবাৰৰ ৰাজপ্ৰাসাদৰ নাচ-অনুষ্ঠানত ৰাণীৰ সকলোতকৈ সুন্দৰী সন্মানীয় লিগিৰীজনীয়ে পিন্ধিবলৈ বিচৰা চাটিনৰ গাউনটোত তাই ফুল তুলি আছে। কোঠাটোৰ এচুকত তাইৰ কণীয়া পুতেকটো পৰি আছে। তাৰ জ্বৰ উঠিছে আৰু সি কমলা বিচাৰিছে। নদীৰ পানীৰ বাহিৰে আন কিবা দিবলৈ তাৰ মাকৰ একো নাই। সেইয়ে সি কান্দিছে। চাতক, চাতক, এধানি চাতক, মোৰ তৰোৱালৰ মুঠিত থকা কৰী মণিটো তুমি তাইক দি নাহিবানে? মোৰ ভৰিদুটা পকা স্তম্ভটোত বন্ধা আছে আৰু মই লৰচৰ কৰিব নোৱাৰোঁ।"

"মই মিছৰলৈ যাব লাগে," চাতকটোৱে উত্তৰ দিলে। "মোৰ বন্ধুবোৰে নীল নদীৰ ওপৰত বংমনে উৰি উৰি পদুমৰ লগত কথা পাতিছে। অলপ পিছতে সিহঁতে ৰজাৰ সমাধিত শুবলৈ যাব। ৰঙীন কফিনত ৰজা নিজেই আছে। তেওঁক হালধীয়া লিনেনেৰে মেৰিয়াই থোৱা আছে, নানা তৰহৰ সুগন্ধিৰে তেওঁ আবৃত। তেওঁৰ ডিঙিত আছে শেঁতা সেউজীয়া জেদ পাথৰৰ মালা। তেওঁৰ হাতদুখন শুকান পাতৰ দৰে।"

"চাতক, চাতক, এধানি চাতক," ৰাজকুমাৰে ক'লে, "তুমি এনিশা মোৰ লগত থাকি মোৰ কটকী নহ'বানে? ল'ৰাটোৰ ইমান পিয়াহ লাগিছে আৰু মাকৰ ইমান দুখ।"

"ল'ৰা ভাল পাওঁ বুলি মই নাভাবোঁ" চাতকটোৱে উত্তৰ দিলে, মোক জহ কালত নদীৰ ওপৰত থাকোতে মিলাৰৰ সেই অসভ্য ল'ৰা দুটাই সদাইয়ে মোলৈ দলি মাৰিছিল। সেইবোৰ অৱশ্যে মোৰ গাত লগা নাছিল, কিয়নো আমি চাতকবোৰে অতি সুন্দৰকৈ

উৰিব জানো। আৰু বেছ খৰটকীয়া বুলি জনাজাত পৰিয়াল এটিৰ পৰাই মই আহিছো তথাপি ই সিহঁতৰ অশালীন ব্যৱহাৰ আছিল।

কিন্তু সুখী ৰাজকুমাৰজন ইমান বিমৰ্ষযেন দেখা গ'ল যে এধানি চাতকটোৰ দুখ লাগিল। "ইয়াত বৰ ঠাণ্ডা", সি ক'লে "কিন্তু মই এনিশা তোমাৰ লগত থাকি তোমাৰ কটকী হ'ম বাৰু।"

"ধন্যবাদ, এধানি চাতক", ৰাজকুমাৰে ক'লে।

চাতকটোৱে ৰাজকুমাৰৰ তৰোৱালৰ মুঠিৰ কৰী মণিটো তাৰ ঠোঁটত তুলি লৈ নগৰৰ ওপৰেৰে উৰি গ'ল।

বগা মাৰ্বলৰ পৰীৰ মূৰ্তি খোদিত প্ৰধান গীৰ্জাৰ শিখৰটো সি পাৰ হ'ল। প্ৰাসাদটো পাৰ হওঁতে সি নাচৰ শব্দ শুনিলে। এজনী সুন্দৰী ছোৱালী তাইৰ প্ৰেয়সীৰ লগত বাৰণ্ডালৈ ওলাই আহিছিল। "তৰাবোৰ কিমান ধুনীয়া," সি কৈছিল, "আৰু প্ৰেমৰ শক্তিও ইমান মনোৰম।"

"আশাকৰোঁ ৰাজকীয় নাচ অনুষ্ঠানৰ বাবে মোৰ পোচাকবোৰ তোমাৰ হ'ব মই তাত ফুল তুলিব দিছোঁ আৰু কাপোৰ সিঁয়া মহিলা গৰাকী ইমান এলেহুৱা।"

নদ.ৰ ওপৰেৰে উৰি সি জাহাজৰ মাস্তুলত ওলোমাই থোৱা লেণ্টাৰ্ণবোৰ দেখিলে।

ঘেটোৰ ওপৰেৰে গৈ সি বুঢ়া ইহুদীবোৰক দৰদাম কৰা আৰু তামৰ তুলাত ধন জোখা দেখিলে। শেষত সেই দুখীয়া পঁজাটোত উপস্থিত হৈ সি ভিতৰলৈ চালে। ল'ৰাটোৱে জ্বৰত তাৰ বিচনাত চটফটাই আছিল আৰু মাকৰ ইমান ভাগৰ লাগিছিল যে তাই টোপনি গৈছিল। সি জপিয়াই ভিতৰত সোমাল আৰু টেবুলত থোৱা আঙুলিত পিন্ধা ধাতুৰ খাপটোৰ ওচৰতে সি কৰীটো থলে।

বিচনাখনৰ কেউকাষে ধীৰে ধীৰে উৰি সি তাৰ পাখীৰে ল'ৰা-টোৰ কপালত বা দিলে। "কেনেদৰে ঠাণ্ডা লাগিছে!" ল'ৰা-টোৱে ক'লে, "মই বোধহয় ভাল পাইছো" আৰু তৃপ্তিৰে সি কল-মতীয়াই কলমতীয়াই শুলে।

তাৰ পিছত চাতকটোৱে পুনৰ সুখী ৰাজকুমাৰৰ কাষলৈ উৰি আহিল আৰু ক'লে। "আচৰিত". সি ক'লে "ইমান ঠাণ্ডাটো মোৰ বেছ গৰম লাগিছে।"

"কাৰণ তুমি ভাল কাম এটা কৰিলা" ৰাজকুমাৰে ক'লে। এধানি চাতকটোৱে ভাৱিবলৈ ধৰিলে আৰু তাৰ টোপনি আহি গ'ল। চিন্তা কৰিলে তাৰ বৰ টোপনি আহে।

পুৱা সি উৰি গৈ নদীত গা ধুলে! "কি আচৰিত ঘটনা," দলংখনৰ ওপৰেৰে পাৰ হোৱা পক্ষী বিজ্ঞানৰ অধ্যাপক এজনে মন্তব্য কৰিলে। "শীত কালত এখন চাতক!" স্থানীয় বাতৰি এখনলৈ তেওঁ এখন দীঘলীয়া চিঠি লিখিলে। সকলোৱে ইয়াৰ উদ্ধৃতি দিলে। পিছত ই ইমান শব্দৰ সমষ্টি হ'ল যে কোনেও বুজি নোপোৱা হ'ল।

"আজি নিশা মই মিছৰলৈ যাম," চাতকটোৱে ক'লে। যোৱাৰ কথা ভাবি তাৰ মনটো উৎফুল্ল হ'ল। সকলোবোৰ ৰাজহুৱা কীৰ্তি-স্তম্ভ সি পৰিদৰ্শন কৰিলে আৰু গীৰ্জাৰ চূড়াটোত বহু সময় বহিলে। য'তেই সি গৈছিল, তাৰ ঘৰচিৰিকা চৰাইবোৰে আচৰিত হৈ কোৱা-কুই কৰিছিল, "কি প্ৰখ্যাত বিদেশী!" সেইবাবে সি বৰ আমোদ পাইছিল।

জোনটো ওলোৱাৰ লগে লগে সি সুখী ৰাজকুমাৰৰ কাষলৈ গ'ল। "মিছৰত তোমাৰ কিবা কাম আছে নেকি?" সি সুধিলে, "মই এতিয়াই যাম।"

"চাতক, চাতক, এধানি চাতক", সুখী ৰাজকুমাৰে ক'লে "তুমি মোৰ লগত আৰু এনিশা নাথাকানে?"

"মিছবত মোৰ সজবোৰ অপেক্ষাত বৈ আছে।" চাতকটোৱে উত্তৰ দিলে, "কাইলৈ মোৰ বন্ধুবোৰ দ্বিতীয় জলপ্ৰপাতটোলৈ যাব নদীখনে তাত দ' পানীৰ ঘাহবোৰৰ সৈতে ঘোঁৱাৰ দৰে শুই থাকে। গ্ৰেনাইটটোৰ সিংহাসনত মেমনন দেৱতা বহি ওৰে নিশা আকাশৰ তৰাবোৰ চায়। পুৱতী তৰাটো দেখাৰ লগে লগে তেওঁ আনন্দত চিঞৰ মাৰে আৰু তাৰ পিছত নিৰবে বয়। দুপৰ বেলা, হালধীয়া সিংহবোৰে তাত পানী খাবলৈ আহে। বহুমূলীয়া সেউজীয়া পাথৰৰ দৰে সিহঁতৰ চকুবোৰ, সিহঁতৰ গোজঁপণিৰ শব্দ, জলপ্ৰপাতৰ সোততকৈও ডাঙৰ।"

"চাতক, চাতক, এধানি চাতক," ৰাজকুমাৰে ক'লে, "নগৰৰ সিপাৰে বহু দূৰত মই এজন ডেকাক পকীঘৰ এটাৰ ওপৰত এটা ঠেক কোঠাত দেখিছোঁ। কাগজেৰে ঢকা মেজ এখনত তেওঁ হালি আছে আৰু কাষত এটা পাত্ৰত ভায়লেত ফুল মৰহি আছে। তাৰ চুলি কোঁছা কেঁকোৰা মুগাবৰণীয়া, তাৰ ওঁঠ দুটা ডালিমৰ দৰে ৰঙা, আৰু তাৰ চকুযোৰ বহল, সপোন সপোন যেন লগা। থিয়েটাৰ সঞ্চালকৰ বাবে সি এখন নাটক লিখি শেষ কৰিব লাগে। কিন্তু ঠাণ্ডাত সি লিখিব নোৱাৰা হৈছে। জুহালত জুইও নাই আৰু ভোকত সি প্ৰায় মূৰ্চ্ছা যাবৰ উপক্ৰম হৈছে।"

"মই তোমাৰ লগত আৰু এনিশা থাকিম," চাতকটোৱে ক'লে। তাৰ অন্তৰখন সচাঁকৈ মৰমীয়াল। "মই আৰু এটা কৰী নিব লাগিব নেকি?"

"মোৰ আৰু কৰী নাই", দুখেৰে ৰাজকুমাৰে ক'লে, "মোৰ একমাত্ৰ এই চকুযুৰীয়েই আছে। প্ৰায় এহেজাৰ বছৰ আগতে ভাৰতৰ পৰা অনা মূল্যবান নীলম হীৰাৰে সেই কেইটি গঢ়া। তাৰে এটা ছিঙি নি তুমি তাৰ ওচৰলৈ লৈ যোৱা। সেইটো বেছি

সি খৰী কিনিব পাৰিব আৰু তাৰ নাটকখনো শেষ কৰিব পাৰিব।"

"মৰমৰ ৰাজকুমাৰ", চাতকটোৱে ক'লে, "মই সেই কাম কৰিব নোৱাৰিম," আৰু সি উচুপিবলৈ ধৰিলে।

"চাতক, এধানি চাতক," ৰাজকুমাৰে ক'লে, "মই আদেশ দিয়া মতেই তুমি কৰা।"

আৰু চাতকটোৱে ৰাজকুমাৰৰ এটা চকু কাঢ়ি নি ডেকাজনৰ কোঠালিটোলৈ বুলি উৰি গ'ল। চালত ফুটা এটা থকা বাবে ভিতৰলৈ যাবলৈ সহজ আছিল। সেইফালেৰে সি কোঠাটোলৈ সোমাল। হাতদুখনত ডেকাৰ মূৰটো গুজি থোৱা আছিল বাবে সি চৰাইৰ পাখীৰ শব্দ নুশুনিলে। তেতিয়া সি মূৰ তুলিলে, তেতিয়া মৰহা ভায়লেট ফুলবোৰৰ ওপৰত ধুনীয়া নীলম টুকুৰা দেখা পালে।

"মোৰ লিখনি বোধহয় বহুতে ভাল পাব ধৰিছে। ই নিশ্চয় কোনোবা মহান শলাগতাৰেই কাৰ্য, মই এতিয়া মোৰ নাটকখন শেষ কৰিব পাৰিম," আৰু তেওঁক যথেষ্ট সুখী দেখা গ'ল।

পাছৰ দিনা চাতকটো পোতাশ্ৰয়টোলৈ উৰা মাৰি গ'ল। বৃহৎ জাহাজখনৰ মাস্তুলটোত বহি সি খালাচীবোৰক দীঘল দীঘল জৰীৰে বস্তুবেহানিবোৰ উঠোৱা নমোৱা কৰা দেখিলে। প্ৰতিটো বাকচ অহাৰ লগে লগে সিহঁতে চিঞৰিলে, কিন্তু কোনেও মন নকৰিলে। জোনটো উদয় হোৱাৰ লগে লগে সি সুখী ৰাজকুমাৰৰ কাষলৈ উৰি গ'ল।

"মই তোমাৰ পৰা বিদায় ল'ব আহিছে", সি চিঞৰি ক'লে।

"চাতক, চাতক, এধানি চাতক", ৰাজকুমাৰে ক'লে, "তুমি মোৰ লগত আৰু এনিশা নেথাকানে?"

"এতিয়া শীত কাল", চাতকটোৱে উত্তৰ দিলে, "অতি সোনকালেই ইয়াত চেচা বৰফ পৰিব। মিছৰত এতিয়া সেউজীয়া খেজুৰী গছবোৰত মিঠা ৰ'দ পৰিছে। ঘৰিয়ালবোৰে বোকাত তুতুৰি পুতুৰি হৈ

এলাহেৰে ইটোৱে সিটোলৈ চাইছে। মোৰ লগৰীহঁতে বালবেক্‌ৰ মন্দিৰত এটা বাঁহ সাজিছে । বঙা-বগা কপৌবোৰে নিজৰ মাজতে কু কু কৰি প্ৰেমালাপ কৰি সিহঁতলৈ চাইছে। মৰমৰ ৰাজকুমাৰ, মই তোমাক এৰি যাবই লাগিব । কিন্তু মই তোমাক নেপাহৰো আৰু অহা বসন্তত তুমি দি দিয়া সেই মণি দুটাৰ সলনি মই আৰু দুটা মণি আনি দিম। ৰুবীমণিটো হব তেজী গোলাপতকৈ ৰঙা, আৰু নীলমটো সাগৰৰ দৰেই নীলা হ'ব ।"

"সেই তলতে", সুখী ৰাজকুমাৰে ক'লে, "সেয়া জুইশলা বেচা এজনী ছোৱালী। জুইশলাবোৰ তাইৰ হাতৰ পৰা নলাটোত পৰি নষ্ট হ'ল। তাই কিছু ধন ঘৰলৈ নিব নোৱাৰিলে তাইক দেউতাকে কোবাব । তাই কান্দি আছে । তাইৰ ভৰিত জোতা-মোজা একো নাই, মূৰটোও আবৰা নাই । মোৰ আনটো চকু কাঢ়ি নি তাইক দি দিয়া । তাইক আৰু দেউতাকে নোকোবায় ।"

"মই তোমাৰ লগত আৰু এনিশা থাকিম", চাতকটোৱে ক'লে, "কিন্তু তোমাৰ ইটো চকু মই কাঢ়িব নোৱাৰিম। তুমি সম্পূৰ্ণ অন্ধ হৈ যাবা ।"

"চাতক, চাতক, এধানি চাতক", ৰাজকুমাৰে ক'লে, "মোৰ আদেশ মতেই তুমি কৰা ।"

সেয়েহে সি ৰাজকুমাৰৰ আনটো চকু কাঢ়ি জুইশলা বেচা ছোৱালীজনীৰ কাষলৈ উৰি গ'ল আৰু তাইৰ হাতত মণিটো পেলাই দিলে। "ইমান ধুনীয়া কাঁচটুকুৰা ।" চিঞৰি মাৰি, হাঁহি হাঁহি ছোৱালীজনী ঘৰলৈ বুলি দৌৰি গ'ল ।

চাতকটো ভেতিয়া ৰাজকুমাৰৰ কাষলৈ উৰি আহিল । "তুমি এতিয়া অন্ধ", সি ক'লে, "মই সেয়েহে তোমাৰ লগতে সদায় থাকিম ।"

"নেলাগে, এধানি চাতক", সুখী ৰাজকুমাৰে ক'লে, "তুমি মিছৰলৈ যোৱাগৈ ।"

"মই তোমাৰ লগতে সদায় থাকিম", এনেদৰে কৈ চাতকটোৱে ৰাজকুমাৰৰ ভৰিত শুই পৰিল।

পিছদিনা গোটেই দিনটো সি ৰাজকুমাৰৰ বাউসীত বহি সি দেখা আচৰিত ঠাইবোৰৰ গল্প ক'লে। নীল নদীৰ পাৰত লানি লানিকৈ থকা আৰু ঠোঁটবোৰেৰে সোণালী মাছ ধৰা সেই ৰঙা সাৰেং চৰাইবোৰৰ কথা সি কৈছিল। কৈছিল পৃথিবীৰ সমানেই বুঢ়া সেই স্ফীংক্স বোৰৰ কথা, যি মৰুভূমিত বৈ সকলো কথাই মানে—জাংফাইৰ মণি হাতত লৈ উটবোৰৰ কাষে কাষে গৈ থকা সেই সদাগৰবোৰৰ কথা। ইবনি- কাঠৰ দৰে ক'লা আৰু বৃহৎ যটিকটো পূজা কৰা জোন বাইৰ পাহাৰৰ সেই ৰজাজনৰ কথা। সেই খেজুৰীগছত শুই থকা সেই বৃহৎ সেউজীয়া সাপটোৰ কথা, তাক মৌচাক খাবলৈ দিবলৈ থকা কুৰিজন পুৰোহিতৰ কথা; আৰু কৈছিল বিশাল হ্রদত চেপেটা পাতত উঠি নাৱৰদৰে বহি যোৱা পিগমিবোৰৰ কথা, যি অনবৰত পখিলাবোৰৰ লগত যুঁজি থাকে।

'মৰমৰ এধানি চাতক", ৰাজকুমাৰে ক'লে, "তুমি মোক অপৰূপ বস্তুবোৰৰ কথা কৈছা। কিন্তু পুৰুষ আৰু নাৰীৰ যাতনা আন সকলোবোৰতকৈ বেছি বিস্ময়জনক। এই যাতনাতকৈ অধিক ৰহস্যময় একো নাই। মোৰ নগৰখনৰ কেউদিশে উৰি উৰি চোৱা আৰু কি দেখা মোক কোঁৱাহি, এধানি চাতক।"

চাতকটোৱে নগৰখন উৰি উৰি চাই দেখিলে ধনবান সকলে ঘৰত ৰং কৰা আৰু ভিখাৰীবোৰে পদুলিত বৈ থকা। এন্ধাৰ গলিবোৰত উৰি, খাব নোপোৱা শেঁতা মুখবোৰে আলিবাটলৈ চাই থকা সি দেখিলে। ধেনুভিৰীয়া দলংখনৰ তলত দুটা শিশুৱে ইটোৱে সিটোক সাবতি উম লবলৈ চেষ্টা কৰিছিল। "আমাৰ ইমান ভোক লাগিছে," সিহঁতে ক'লে। "তহঁত ইয়াত শুব নোৱাৰ", প্রহৰীজনে ভেকাহি মাৰি ক'লে আৰু সিহঁত বৰষুণত ভিজি বাহিৰলৈ গ'লগৈ।

ৰাজকুমাৰৰ কাষলৈ চাতকটো উৰি আহি সি কি দেখিলে সকলো বিবৰি ক'লে।

"মোৰ দেহাটো সোণেৰে আবৃৰা," ৰাজকুমাৰে ক'লে। সেই সোণৰ পাতবোৰ এখিলা এখিলাকৈ একুৱাই সেই দুখীয়াসকলক দি দিয়াগৈ। সোণে সিহঁতক সুখী কৰিব পাৰে বুলি জীয়াই থকা সকলে ভাবে।"

ৰাজকুমাৰক সম্পূৰ্ণ শেঁতা আৰু ধূসৰযেন নেদেখালৈকে এখিলা এখিলাকৈ সোণৰ পাতবোৰ চাতকটোৱে একুৱালে। এখিলা এখিলাকৈ সোণৰ পাতবোৰ কঢ়িয়াই নি দুখীয়াবোৰক দিলে। শিশুবোৰৰ মুখবোৰ গোলাপৰ দৰে ৰঙচুৱা হ'ল আৰু হাঁহি হাঁহি সিহঁতে আলিবাটত খেলিলে। "আমাৰ এতিয়া খাবলৈ আছে।" সিহঁতে চিঞৰি চিঞৰি ক'লে

লাহে লাহে বৰফ পৰিবলৈ ধৰিলে আৰু পিছলৈ গোট মাৰি শিল যেন হ'ল। আলিবাটবোৰ ৰূপেৰে গঢ়াযেন দেখা গ'ল। ঘৰৰ মুধচবোৰৰ পৰা ওলমি পৰা হিমকণাবোৰ গোট মাৰি চুৰীৰ দৰে দেখা গৈছিল। সকলোৱে নোমৰ কোট পিন্ধি বাহিৰলৈ ওলাইছিল। সৰু ল'ৰাবোৰে ৰঙা টুপি পিন্ধি বৰফত খেলিছিল।

দুৰ্ভগীয়া চাতকটোৱে দিনে দিনে শীতত ঠেৰেঙা লাগিছিল। কিন্তু সি ৰাজকুমাৰক এৰি নেযায়। সি তেওঁক বেছিকৈয়ে ভাল পাই পেলাইছিল। ৰুটিৰ দোকানৰ সন্মুখত সি টুকুৰাবোৰ বুটলিছিল আৰু বেকাৰজনে নেদেখিলে পাখি দুখন জোকাৰি নিজকে উম দিবলৈ চেষ্টা কৰিছিল।

কিন্তু শেষত সি গম পালে যে সি মৰিব। ৰাজকুমাৰৰ বাউসীলৈ শেষবাৰৰ বাবে উৰিবলৈহে তাৰ শক্তি আছিল। "বিদায়, মৰমৰ ৰাজকুমাৰ," সি লাহেকৈ ক'লে, "তুমি মোক তোমাৰ হাতখনত চুমা এটা খাবলৈ দিবানে?"

"তুমি শেষত মিছৰলৈ যাবা বুলি জানি মই ভাল পাইছোঁ,"

ৰাজকুমাৰে ক'লে, "তুমি ইয়াত পলম কৰিলা। কিন্তু তুমি মোৰ ওঁঠত চুমা খাব লাগিব। কাৰণ, তোমাক মই ভাল পাওঁ।"

"মই মিছৰলৈ নেযাওঁ," চাতকটোৱে ক'লে। মই মৃত্যুৰ ঘৰলৈ যাওঁ, মৃত্যু টোপনিৰে ভাতৃ নহয়নে ৰাজকুমাৰ?" আৰু ৰাজকুমাৰৰ ওঁঠত চুমা এটা খাই সি শেষ নিশ্বাস ত্যাগ কৰি তেওঁৰ ভৰিত লুটি খাই পৰিল।

ঠিক সেই সময়তে কিবা এটা ভঙাৰ দৰে মূৰ্তিটোৰ ভিতৰত অদ্ভুত শব্দ এটা হ'ল। প্ৰকৃততে সীহেৰে গঢ়া ৰাজকুমাৰৰ হিয়াখন দুফাল হৈছিল। সঁচাকৈ সেই নিশা বৰ জাৰ পৰিছিল।

পিছদিনা নিচেই পুৱাতে তলৰ চাৰিচুকীয়া উদ্যানখনৰ কাষেৰে চহৰৰ কাউঞ্চিলাৰ সকলৰ লগত মেয়ৰজন খোজ কাঢ়ি গৈছিল। স্তম্ভটোৰ ওচৰ পাই তেওঁ ওপৰলৈ চালে, "ইছ, সুখী ৰাজকুমাৰক ইমান জধলা দেখাইছে!" তেওঁ ক'লে।

"সঁচাকৈ ইমান জধলা!" মেয়ৰৰ প্ৰতিটো কথাত হয়ভৰ দিয়া কাউঞ্চিলাৰ কেইজনে ক'লে।

কৰীটো তেওঁৰ তৰোৱালৰ মুঠিৰ'পৰা সৰি পৰিল, চকুদুটাও গ'ল আৰু তেওঁ সোণালীও নহয়। তেওঁৰ অৱস্থা সেই ভিখাৰীবোৰতকৈ অলপহে ভাল!" মেয়ৰজনে ক'লে।

"হয়, ভিখাৰীবোৰতকৈ অলপহে ভাল," কাউঞ্চিলৰ কেইজনে হয়ভৰ দিলে। "আৰু এইটো এটা মৰা চৰাই তেওঁৰ ভৰিত পৰি আছে," মেয়ৰজনে কৈ গ'ল, "চৰাইবোৰ ইয়াতে আহি মৰিবলৈ নিদিবলৈ আমি এটা ঘোষণা জাৰি কৰিব লাগিব।" নগৰৰ আমোলাজনে মন্তব্যটো টুকি থ'লে।

সিহঁতে মূৰ্তিটো নমাই দিলে। "যিহেতু তেওঁ ধুনীয়া হৈ থকা নাই, সেইবাবে তেওঁ আৰু প্ৰয়োজনীয় নহয়," বিশ্ববিদ্যালয়ৰ সুকুমাৰ কলাৰ অধ্যাপকজনে ক'লে।

মূৰ্তিটো ভাতীত গলোৱা হ'ল আৰু মেয়ৰজনে সেই ধাতুৰে কি কৰা হব তাক আলোচনা কৰিবলৈ নিগমৰ এখন সভা আহ্বান কৰিলে। "আমি আৰু এটা মূৰ্তি গঢ়িব লাগিব", তেওঁ ক'লে, "আৰু সেই মূৰ্তিটো মোৰ মূৰ্তি হ'ব।"

"হয়, মোৰ হ'ব," প্ৰতিজন কাউন্সিলৰে জেনেদৰে কৈ কাজিয়াৰ সৃষ্টি কৰিলে। শেষৰ বাৰ সিহঁতৰ কথোপকথনবোৰ মই শুনোতেও কাজিয়া কৰিয়েই আছিল।

"কি আচৰিত বস্তু।" কাৰখানাৰ কৰ্মীবোৰৰ অধীক্ষকজনে ক'লে, "এই ভগা সীহৰ হৃদপিণ্ড টুকুৰা ভাতীত গলা নাই। সেইটো পেলাই দিব লাগিব।" সিহঁতে সেইটো ধুলিৰ দ'মত পেলাই দিলে। তাত সেই মৃত চাতকটোকো পেলাই থোৱা আছিল।

"নগৰখনৰ আটাইতকৈ মূল্যবান বস্তু দুটা মোলৈ আনা।" ভগৱানে তেওঁৰ দেবদূত সকলক ক'লে। দেৱদূতে সেই মৃতচৰাইটো আৰু সীহৰ হৃদপিণ্ডটো আনি তেওঁক দিলেহি।

"তোমালোকে থিকেই বাচিছা", ভগৱানে ক'লে, "মোৰ বৈকুণ্ঠত এই চৰাইটোৱে সদায় গীত গাব, আৰু মোৰ সোণালী নগৰত সুখী ৰাজকুমাৰে মোৰ গুণানুকীৰ্তন কৰিব।"

# এণ্টন চেকভ

( ১৮৬০-১৯০৪ )

ৰচনাৰ পটভূমি, ভাষা, শৈলী, আঙ্গিক বিষয়বস্তু তথা বক্তব্যৰ বিৰল সমাহাৰ ঘটিছে চেকভৰ চুটিগল্পত। সেয়ে বহু সমালোচকে তেওঁক মপাচাঁৰ সমকক্ষ, আনকি বিশ্বৰ শ্ৰেষ্ঠ গল্পকাৰ বুলিও মন্তব্য কৰে। নাট্যকাৰ হিচাবেও তেওঁৰ সাফল্য কালজয়ী।

প্ৰায় চাৰিশ চুটি গল্পৰ স্ৰষ্টা চেকভ হাস্য, ব্যঙ্গ আৰু ৰুকণৰসৰ অপ্ৰতিদ্বন্দ্বী ৰূপকাৰ।

# বাজি

শৰত কালৰ নিশাটো আছিল আন্ধাৰ। বৃদ্ধ বেংকাৰজনে তেওঁৰ পঢ়াকোঠাটোৰ ইমূৰৰ পৰা সিমূৰলৈ তহল দি আছিল। পোন্ধৰ বছৰ আগৰ সেই শৰতৰ ভোজমেলখনৰ কথাকেই তেওঁ স্মৰণ কৰি আছিল। বহুজন চতুৰ লোক উপস্থিত থকা সেইদিনাৰ পাৰ্টিত কথা-বতৰাবোৰ বেছ আমোদজনক হৈ উঠিছিল। তেওঁলোকে অন্যান্য বিষয়ৰ লগতে মৃত্যুদণ্ড সম্পৰ্কেও আলোচনা কৰিছিল। অতিথি সকলৰ মাজত কেৱল কেইজনমানহে বিজ্ঞ আৰু সাংবাদিক নাছিল আৰু প্ৰায় সকলোৱেই মৃত্যুদণ্ডক অনুমোদন দিয়া নাছিল। তেওঁ-লোকে শাস্তি হিচাবে ইয়াক সাতামপুৰুষীয়া, খৃষ্ট-নীতি বিৰুদ্ধ আৰু অনৈতিক বুলি সমিধান দিছিল। তেওঁলোকৰ প্ৰায় সকলোৱেই মৃত্যুদণ্ডৰ সলনি সকলোক্ষেত্ৰতে যাবজ্জীৱন কাৰাদণ্ডৰ ব্যৱস্থাহে কৰিব লাগে বুলি ভাবিছিল।

"মই আপোনালোকৰ লগত একমত নহয়", গৃহস্থজনে মত দিলে। "মই নিজে মৃত্যুদণ্ড বা যাবজ্জীৱন কাৰাদণ্ড ভোগা নাই ; কিন্তু প্ৰাথমিক বিবেচনাত মোৰ মতে মৃত্যুদণ্ড যাবজ্জীৱন কাৰাদণ্ডতকৈও বেছি নৈতিক। প্ৰাণদণ্ডত মৃত্যু থিতাতে হয়। যাবজ্জীৱন কাৰাদণ্ডই তিলতিলকৈ মৃত্যু ঘটায়। কোনজন দণ্ডদাতা অধিক মানৱতাবোধসম্পন্ন—যিজনে কেইছেকেণ্ডমানতে প্ৰাণ নাশ কৰে, নে যিজনে বছৰ বছৰ ধৰি আপোনাৰ দেহৰ পৰা জীৱটো টনা আজোৰা কৰি কাঢ়ি নিয়ে ?"

"ছুয়োটাই সমানে নীতি-বিৰুদ্ধ," এজন অতিথিয়ে মন্তব্য কৰিলে, "কিয়নো ছুয়োটাৰ উদ্দেশ্য একেই, প্ৰাণ নাশ। ৰাষ্ট্ৰ ভগৱান নহয়। ৰাষ্ট্ৰই ইচ্ছা কৰিলেও যি বস্তু আকৌ ঘুৰাই দিব নোৱাৰে, তাক কাঢ়ি নিয়াৰ অধিকাৰো নাই।"

সকলোৰে মাজত এজন প্ৰায় পঁচিশ বছৰীয়া ডেকা উকীল আছিল। তেওঁৰ মতামত সোধাত ক'লে,

"মৃত্যুদণ্ড আৰু যাবজ্জীৱন কাৰাদণ্ড ছুয়োটাই অনৈতিক, কিন্তু মোক ছুয়োটাৰ মাজত এটা গ্ৰহণ কৰিবলৈ দিলে মই নিশ্চয় দ্বিতীয়টোকেই বাচি ল'ম। কাৰণ জীয়াই নথকাতকৈ যিকোনো উপায়েৰে জীয়াই থকাহে শ্ৰেয়।"

আলোচনা মধুৰ হৈ উঠিছিল। সেই সময়ত বেংকাৰজন কম বয়সীয়া আৰু মেজাজী আছিল। হঠাৎ মেজত হাতেৰে চকিয়াই ডেকা উকীলজনৰফালে ঘূৰি তেওঁ খঙেৰে চিঞৰি ক'লে,

"মিছা কথা। মই ছুই নিযুতৰ বাজি মাৰিছোঁ। আপুনি কোঠা এটাৰ ভিতৰত আবদ্ধ হৈ পাঁচ বছৰো থাকিব নোৱাৰে।"

"আপুনি যদি সঁচাকৈ গুৰুত্ব দি কৈছে", উকীলে উত্তৰ দিলে, "তেনেহলে মই পাঁচ বছৰ নহয়, একেলেঠাৰীয়ে পোন্ধৰ বছৰ থাকিবলৈ বাজি মাৰিছোঁ।"

"পোন্ধৰ বছৰ! ঠিক আছে", বেংকাৰজনে ক'লে, "সুধীবৃন্দ, মই ছুই নিযুত দিবলৈ প্ৰস্তুত আছোঁ।"

"ঠিক আছে, আপোনাৰ ছুই নিযুত আৰু মোৰ স্বাধীনতা—বাজি।"

এনেদৰে এই অদ্ভুত জুৱা খেলখনৰ আৰম্ভ হ'ল। সেই সময়ত বহু নিযুতৰ অধিকাৰী কিন্তু আদৰুৱা নষ্ট হোৱা আৰু চঞ্চল বেংকাৰজন উল্লাসিত হৈ তেওঁৰ কাষতে আছিল। বাতিৰ আহাৰ খাওঁতে তেওঁ উকীলজনক ধেমালিকৈ ক'লে,

"বেছি পলম হোৱাৰ আগতে আপুনি আপোনাৰ চেষ্টাতে মৃত্যু আহক। মোৰ বাবে দুই নিযুত এনেকৈ নহয়, কিন্তু আপুনি আপোনাৰ জীৱনৰ শ্ৰেষ্ঠ তিনি বা চাৰিটা বছৰ হেৰুৱাব। মই তিনি বা চাৰিবছৰ বুলিয়েই কৈছো. কিয়নো আপুনি তাৰ অধিক কাল থাকিব নোৱাৰিব। হে দুৰ্জনীয় মহাশয়, আপুনি এই কথাও নাপাহৰিব যে, বলপূৰ্বক শান্তিতকৈ স্বেচ্ছাই গ্ৰহণ কৰা শাস্তি অধিক কঠোৰ। যি কোনো মুহূৰ্ততে মুকলি হৈ যাব পৰাৰ অধিকাৰ আৰু সম্ভাৱনাই আপোনাৰ কাৰাৰুদ্ধ জীৱনটোক অত্যন্ত যন্ত্ৰণাদায়ক কৰি তুলিব। আপোনালৈ মোৰ পুতৌহে লাগিছে।"

আৰু এতিয়া কোঠালীটোৰ ইমূৰৰ পৰা সিমূৰলৈ অহা যোৱা কৰি বেংকাৰজনে এই সকলোবোৰ মনত পেলাই নিজকে সুধিছে,—

"মইনো কিয় সেই বাজি মাৰিছিলো? কি লাভ আছিল। উকীলজনে জীৱনৰ পোন্ধৰটা বছৰ হেৰুৱালে. আৰু মই মোৰ দুই নিযুত। মৃত্যুদণ্ড যাৱজ্জীৱন কাৰাদণ্ডতকৈ বেছি ভাল নে বেয়া ই জানো মানুহক পতিয়ন নিয়াব? নোৱাৰে। মোৰ মতে ই আছিল. ফাল্টু, ধুব মৰা কথা, উকীলজনৰ ধনৰ প্ৰতি থকা লোভ।"

সেইদিনাৰ সন্ধ্যাৰ ভোজমেলৰ পিছৰ ঘটনাবোৰ তেওঁ ঘূৰিবিৰ ধৰিলে। বেংকাৰজনৰ বাগিচাৰ ঘৰটোৰ এটা অপ্ৰশস্ত কোঠাত চোকা নজৰত উকীলজনে কাৰাৰুদ্ধ জীৱন অতিবাহিত কৰাৰ সিদ্ধান্ত হৈছিল। কাৰাৰুদ্ধ কালত তেওঁ মানুহৰ সঙ্গ, কাৰোবাৰ মাত-কথা শুনা আৰু চিঠি পত্ৰ আৰু বাতৰি কাকত পঢ়াৰ স্বাধীনতা হেৰুওৱাৰ চুক্তি হৈছিল এটি বাদ্যযন্ত্ৰ ৰাখিবলৈ, কিতাপ পঢ়া, চিঠি লিখা. মদ খোৱা আৰু ধূমপান কৰাৰ অনুমতি তেওঁক দিয়া হৈছিল। চুক্তি অনুসৰি কেৱল এই ব্যৱস্থাৰ বাবে সজা এখন সৰু খিৰীকিৰে তেওঁ নীৰবে বহিৰ্জগতৰ লগত যোগাযোগ কৰিব পাৰিছিল। এটি সৰু টোকা লিখি খিৰীকিৰে পাৰ কৰি প্ৰয়োজনীয় সকলো কিতাপ,

সঙ্গীত, সুৰা আদি বিকোনো পৰিমাণে তেওঁ পাব পাৰিছিল। চুক্তিত সংশ্লিষ্ট সকলো খুটি নাটিয়ে এই কাৰাবাস সম্পূৰ্ণ সঙ্গীবিহীন কৰিছিল আৰু ই উকীলজনৰ ১৮৭০ চনৰ ১৪ নৱেম্বৰ তাৰিখৰ বাৰ বজাৰ পৰা ১৮৮৫ চনৰ ১৪ নৱেম্বৰৰ বাৰ বজালৈ কাৰাবাস বৰ্ণ নিৰ্দিষ্ট হৈছিল। এই নিৰ্দ্ধাৰিত সময়ৰ দুই মিনিট আগতে পলাব খুজিলেও যেকোনো দুই নিযুত দিব নেলাগিব।

কাটেকৰ প্ৰথম বছৰ উকীলজনে সঙ্গীহীনতা আৰু বিৰক্তিত গুৰুতৰভাবে ভুগিছিল যেন তেওঁৰ চুটি টোকাবোৰ বিশ্লেষণ কৰি অনুমান কৰা যায়। তেওঁৰ কোঠাটোৰ পৰা দিনে-নিশাই পিয়ানোৰ সুৰ ভাঁহি আহিছিল। সুৰা আৰু ধুমপান অগ্ৰাহ্য কৰি তেওঁ লিখিছিল, "সুৰাই কামনা, স্পৃহা, বাঞ্চা জগাই তোলে আৰু কামনাই কয়দীৰ প্ৰধান শত্ৰু। তাৰোপৰি সুস্বাদু সুৰা অকলে পি খোৱাৰ দৰে আমনিকৰ একো নাই। ধুমপানে কোঠালীৰ বায়ু কলুষিত কৰে।"

প্ৰথম বছৰটোত প্ৰেমৰ উপন্যাস, অপৰাধ আৰু কাল্পনিক গল্প আৰু ধেমেলীয়া নাট আদি লঘু বিষয়ৰ কিতাপ উকীলজনলৈ পঠোৱা হৈছিল।

দ্বিতীয় বছৰত পিয়ানোৰ মাত শুনা নগৈছিল আৰু উকীলজনে উচ্চ মানদণ্ডৰ পৌৰাণিক মৌলিক গ্ৰন্থ সমূহ বিচাৰিছিল। পঞ্চম বছৰত সঙ্গীতৰ সুৰ পুনৰ শুনা গ'ল আৰু তেওঁ সুৰা বিচাৰিবলৈ ধৰিলে। তেওঁক লক্ষ্য কৰি থকা সকলে কৈছিল যে গোটেই বছৰটো তেওঁ কেৱল খাইছিল, সুৰাপান কৰিছিল আৰু বিছনাত বাগৰি আছিল। এগাৰুৰী দি প্ৰায়ে তেওঁ নিজৰ লগতে খণ্ডত কথা পাতিছিল। কিতাপ তেওঁ পঢ়া নাছিল। কোনোবা নিশা তেওঁ লিখিবলৈ বহিছিল। বহু সময় ধৰি তেওঁ লিখিছিল আৰু পুৱা হ'লেই সকলোবোৰ ফালি পেলাই দিছিল। কেইবাৰাবো তেওঁ উচুপি উচুপি কন্দাও শুনা গৈছিল।

ষষ্ঠ বছৰটোৰ দ্বিতীয়াৰ্দ্ধত কয়দীজনে উৎসাহেৰে ভাষা, দৰ্শন

আৰু বুৰঞ্জী পঢ়িবলৈ ল'লে। তেওঁ এই বিষয়বোৰৰ ওপৰত এনেদৰে ক্ষুধাতুৰ হৈ জপিয়াই পৰিছিল যে বেংকাৰজনে পৰ্যাপ্ত কিতাপ তেওঁক যোগাবলৈ সময়েই নেপাইছিল। চাৰি বছৰ কালতেই তেওঁৰ অনুৰোধত প্ৰায় ছশখন কিতাপ কিনা হৈছিল।

এনেদৰে মত্তলীয়া হৈ থকাৰ সময়তে বেংকাৰে কয়দীজনৰ পৰা তলৰ চিঠিখন পাইছিল,

মোৰ মৰমৰ জেইলাৰ,

মই এই শাৰীকেইটি ছটা ভাষাত লিখিছো। বিশেষজ্ঞক দেখুৱাব। তেওঁলোকক পঢ়িবলৈ দিব। যদি তেওঁলোকে এটাও ভুল নেপায়, তেনেহলে আপুনি বাগিছাত বন্দুকৰ গুলি ফুটোৱাৰ আদেশ দিবলৈ মই অনুৰোধ কৰিছোঁ। শব্দটোৰ পৰা মই গম পাম যে মোৰ চেষ্টা অথলে যোৱা নাই। সকলো যুগ আৰু দেশৰ প্ৰতিভাশালী লোকে বিভিন্ন ভাষাত কথা পাতে, কিন্তু তেওঁলোক সকলোৰে অন্তৰত একে কুৰা জুয়েই জ্বলে। ইছ, তেওঁলোকক বুজি পোৱা মোৰ বাবে কি সৰগীয় আনন্দ তাক যদি আপুনি অনুভৱ কৰিব পাৰিলেহেঁতেন।

কয়দীৰ কামনা পূৰণ হ'ল। বেংকাৰৰ নিৰ্দেশক্ৰমে বাগিছাত দুই জ'াই গুলী ফুটোৱা হ'ল।

ষষ্ঠ বছৰৰ পিছত উকীলজন তেওঁৰ টেবুলত নিশ্চল হৈ বহি কেৱল নিউ টেষ্টামেণ্ট পঢ়িবলৈ ল'লে। চাৰি বছৰত তৰগধুৰ ছশখন কিতাপ পঢ়ি আয়ত্ব কৰা এজন লোকে পাতল, সহজে বুজিব পৰা কিতাপ এখন প্ৰায় এবছৰ পঢ়া দেখি বেংকাৰজন আচৰিত হ'ল। নিউ টেষ্টামেণ্টৰ পিছত বন্দীয়ে ধৰ্ম আৰু ঈশ্বৰতত্বৰ বুৰঞ্জী পঢ়িবলৈ ল'লে।

শেষৰ দুবছৰ বন্দীয়ে খেলি মেলি বিষয়ৰ বিবিধ কিতাপ পঢ়িছিল। এই মুহূৰ্তত বিজ্ঞান বিষয়ত অধ্যয়ন কৰি পিছ মুহূৰ্তত বাইৰণ বা ছেকচপিয়েৰৰ বিষয়ে পঢ়িবলৈ ল'ব। তেওঁ পঠোৱা টোকা

একেখনতেই কেতিয়াবা এখন কেমিষ্ট্ৰিৰ কিতাপ, এখন চিকিৎসা বিজ্ঞানৰ পাঠ্য পুথি, এখন উপন্যাস আৰু কিছুমান দৰ্শন আৰু ঈশ্বৰতত্ত্বৰ পুথি বিচাৰি ল'লে। এনেছে লাগিছিল যেন ডুবা জাহাজ এখনৰ ভগ্নাবশেষৰ টুকুৰাবোৰত কেতিয়াবা ইটুকুৰাত আৰু কেতিয়াবা সিটুকুৰাত সাঁতুৰি সাঁতুৰি ধৰি তেওঁ প্ৰাণ ৰক্ষা কৰিব বিচাৰিছিল।

বেংকাৰজনে সকলোবোৰ ঘূৰি ভাবিলে, কাইলৈ বাৰ বজাত তেওঁ মুক্তি পাব। চুক্তি অনুসৰি তেওঁক দুই নিযুত দিব লাগিব। এই ধন আদায় দিলে মই চিৰকালৰ বাবে ধ্বংস হৈ যাম।

পোন্ধৰ বছৰ আগতে তেওঁ গণিব নোৱাৰাকৈ বহু নিযুতৰ অধিকাৰী আছিল। কিন্তু এতিয়া তেওঁৰ বেছি ধন আছে নে বেছি ধাৰ আছে তাক নিজকে সুধিবলৈ তেওঁ ভয় কৰে। ষ্টক এক্সচেঞ্জত জুৱা খেলা, আশংকা থকাৰ অনুমান, আৰু বৃদ্ধ কালতো এৰিব নোৱাৰা বহু অসাৱধান স্বভাৱৰ বাবে তেওঁৰ ব্যৱসায়ৰ ক্ৰমে পতন ঘটিছিল। সাহসী, আত্মবিশ্বাসী আৰু মদগৰ্বী ব্যৱসায়ীজন ক্ৰমে বজাৰৰ উত্থান পতনত কঁপা সাধাৰণ বেংকাৰ এজন হৈ পৰিছিল।

"সেই আপদীয়া বাজিটো", মূৰ মোহাৰিবলৈ ধৰি বৃদ্ধই হতাশাত ভোৰ ভোৰাবলৈ ধৰিলে,......"মানুহটো নমৰিল কিয়? তাৰ বয়স মাত্ৰ চল্লিশ বছৰ। সি মোৰ শেষ পেনিটোও কাঢ়ি নি ফূৰ্তি কৰিব, জুৱা খেলিব; আৰু মই এজন পৰশ্ৰীকাতৰ ভিখাৰীৰ দৰে তাৰ একেবাৰ কথা সদায় শুনিব লাগিব—"মোৰ জীৱনৰ সুখৰ বাবে তোমাৰ ওচৰত মই কৃতজ্ঞ। তোমাক মই সহায় কৰিম দিয়া।" ওহোঁ, ই অসহ্য। দেউলীয়া আৰু লাঞ্ছিত জীৱনৰ পৰা উদ্ধাৰ পোৱাৰ উপায় এটাই মাত্ৰ আছে—মানুহটো হত্যা কৰিব লাগিব।"

ঘড়ীটোৱে তিনি বজাৰ সংকেত দিয়া বেংকাৰজনে শুনিলে। ঘৰটোৰ সকলো টোপনিত নিঃপালি দি আছে। বাহিৰে আবৃত গছবোৰৰ কঁপনিৰ শব্দহে মাথো খিৰীকিৰে শুনা গৈছিল। নিঃশব্দে

তেওঁ পোন্ধৰ বছৰ বন্ধ হৈ থকা দুৱাৰখনৰ সঁচাৰ কাঠিডাল বাকচৰ পৰা উলিয়াই অ'ভাৰকোটত ভৰাই ঘৰৰ বাহিৰ হ'ল। বাগিছাখনক এক্কাৰ আৰু শীতে আৱৰি ৰাখিছিল। বৰষুণ দি আছিল। এজাক সেমেকা তীক্ষ্ণ বতাহে গছবোৰক আমনি দি আছিল।

খুব জোৰকৈ চাবলৈ চেষ্টা কৰিও বেংকাৰে তলৰ মাটি, বগা মূৰ্তিটো, বাগিছাৰ ঘৰটো বা গছবোৰ একো দেখা নেপালে। বাগি-ছাৰ ঘৰটোলৈ বুলি আগবাঢ়ি তেওঁ প্ৰহৰীজনক দুবাৰ মাতিলে। কোনো উত্তৰ নাহিল! অসহ্য বতৰটোৰ পৰা নিজকে ৰক্ষা কৰি সি নিশ্চয় ৰান্ধনী ঘৰ নাইবা সেউজীয়া ঘৰটোৰ কোনোবা এটা চুকত শুই আছিল।

বৃদ্ধই ভাবিলে যে উদ্দেশ্য সফল কৰাৰ সাহস তেওঁৰ থাকিলে প্ৰথম সন্দেহ সেই প্ৰহৰীকহে কৰা হ'ব।

এন্ধাৰত তেওঁ খেপিয়াই আগবাঢ়ি দুৱাৰখন পালে আৰু বাগিছাৰ ঘৰটোৰ হলটোত প্ৰবেশ কৰিলে। ঠেক গলিটোৰে আগবাঢ়ি জুইশলা কাঠি এটা জ্বলাই তেওঁ কাকো নেদেখিলে। বিচনা ছাৰৰ নোহোৱা কাৰোবাৰ বিচনা এখন তাতে আছিল। এন্ধাৰ চুকটোত এটা লোহাৰ চৌকা পৰি আছিল। বন্দীজনৰ কোঠাৰ দুৱাৰখনৰ তলাটো নভঙা অৱস্থাতে আছে।

জুইশলা কাঠিডাল নুমাই যোৱাত বৃদ্ধই অন্তৰ্দ্বন্দ্বত কঁপি কঁপি সৰু খিৰীকিখনেৰে চাই পঠালে।

বন্দীজনৰ কোঠাত এডাল মম ঢিমিক ঢামাককৈ জ্বলি আছিল। বন্দীজন টেবুলৰ কাষত বহি আছিল আৰু তেওঁৰ পিঠিখন, মূৰৰ চুলি-কোছা আৰু হাতদুখনহে দেখা গৈছিল। মেলি থোৱা কিতাপবোৰ টেবুলত, দুখন চকীত আৰু কাৰ্পেটত সিঁচৰিত হৈ পৰি আছিল।

পাঁচ মিনিট সময় পাৰ হ'ল, কিন্তু বন্দীজনে এবাৰো লৰচৰ নকৰিলে। পোন্ধৰ বছৰৰ বন্ধ কাৰাবাসে তেওঁক স্থিৰ হৈ বহি

থাকিবলৈ শিকাইছিল। বেংকাৰজনে খিৰীকিত সককৈ টোকৰ মাৰিলে, কিন্তু বন্দীয়ে উত্তৰত কোনোধৰণৰ লৰচৰ নকৰিলে। তেতিয়া বেংকাৰে সাৱধানে ছুৰাৰৰ তলাটোত চাবিটো ভৰালে। মামৰে ধৰি যোৱা তলাটোৱে এটি হোঁকোৰাযেন শব্দ কৰিলে আৰু ছুৱাৰখনে কেৰেককৈ শব্দ কৰিলে। বেংকাৰে আশ্চৰ্যৰ এটি চিঞৰ আৰু ভৰিৰ খোজৰ শব্দ শুনিম বুলি আশা কৰিছিল। প্ৰায় তিনিমিনিট পাৰ হ'ল, কিন্তু ভিতৰত আগৰ নিস্তব্ধতাই বিৰাজ কৰিলে। তেওঁ ভিতৰলৈ সোমাই যাবলৈ থিৰাং কৰিলে।

টেবুলৰ সন্মুখত মানুহজনে সাধাৰণ মানুহৰ দৰে বহি থকা নাছিল। সোঁতোৰা-সোঁতোৰ গাবছাল, মহিলাৰ দৰে দীঘল চুলি আৰু চেদেলি-ভেদেলি হৈ থকা একোছা দাড়িৰে তেওঁ হৈ পৰিছে যেন এটি জঁকাহে। মুখখন আছিল মটিয়া চেকাৰে সৈতে হালধীয়া বৰণৰ, গালৰ কুম ছুটা সোমাই যোৱা আৰু পিঠিখন ঠেক দীঘলীয়া। চুলিৰে আবৃত মূৰটো আওঁজাই ৰখা হাতখন ইমান ক্ষীণ যে চাবলৈ দুখলগা হৈছিল। পকিব ধৰা চুলিকোছা আৰু দাড়ি-গোঁফেৰে ভৰা শুকান মুখখনলৈ চালে তেওঁক মাত্ৰ চল্লিশ বছৰ বয়স হৈছে বুলি কোনেও বিশ্বাস নকৰিব। হালি থকা মূৰটোৰ সন্মুখত টেবুলত এটুকুৰা সৰু কাগজত সৰু সৰু আখৰেৰে কিবা লিখা আছে।

ছুভ'গীয়া চয়তান, বেংকাৰে ভাবিলে, সি শুই শুই টোপনিত বোধহয় নিযুতৰ সপোন দেখিছে। এই আধামৰাটোক বিচনাত দলিয়াই গাকটোৰে সামান্য হেঁচা দি ধৰিলেই সি এনেদৰে মৰিব যে অতি সূক্ষ্ম পৰীক্ষা চলায়ো ইয়াক হত্যা বুলি কোনেও ধৰিব নোৱাৰিব। কিন্তু, সিনো কি লিখিছে চোৱা যাওকচোন।

কাগজ টুকুৰা বুটলি লৈ বেংকাৰে পঢ়িবলৈ ল'লে।

"কাইলৈ নিশা বাৰ বজাত মই মুক্তি পাম আৰু মানুহৰ লগত

মিলা-মিচা কৰাৰ অধিকাৰী হ'ম। কিন্তু এই কোঠাটো এৰি গৈ সূৰ্যৰ পোহৰ দেখাৰ আগতেই মই কেইটিমান কথা কৈ যোৱা উচিত বুলি ভাবিছোঁ। মোৰ সুস্থিৰ বিবেকেৰে আৰু মোক দেখি থকা ভগবানৰ সমুখত মই আপোনালোকৰ ওচৰত ঘোষণা কৰিছোঁ যে মুক্তি, জীৱন, স্বাস্থ্য আৰু আপোনালোকৰ কিতাপত বিশ্বৰ কৃপা বুলি উল্লেখ থকা সকলো বস্তুকেই মই ঘিণ কৰোঁ।"

"পোন্ধৰ বছৰ কাল মই পাৰ্থিৱ জীৱনৰ বিষয়ে মনোযোগেৰে পঢ়িলো। সঁচা, প্ৰকৃততে মই পৃথিৱীখন বা মানুহ দেখা নাছিলোঁ, কিন্তু আপোনাৰ কিতাপবোৰৰ দ্বাৰা মই সুৰাপান কৰিছোঁ, গান গাইছোঁ, হাবিত পহু আৰু গাহৰি চিকাৰ কৰিছোঁ, নাৰীক প্ৰেম কৰিছোঁ। ......আপোনালোকৰ কবিৰ প্ৰতিভাত শুৱলা মেঘৰ দৰে ধুনীয়া নাৰীয়ে নিশা মোৰ কাষলৈ আহিছিল আৰু সুন্দৰ সাধুকথা কৈছিলহি, যিবোৰে মনটো মতলীয়া কৰি তুলিছিল।"

"আপোনালোকৰ কিতাপেৰে মই এলবাজ আৰু মাউণ্টব্লাঙ্কৰ শৃঙ্গ আৰোহণ কৰি সেই শিখৰৰ পৰা পুৱাৰ সূৰ্যোদয়, সন্ধ্যাৰ সূৰ্যাস্ত, আকাশ, পাহাৰ আৰু পথাৰৰ ঢৌৱে ঢৌৱে জিলিকি উঠা সোণালী হেঙুল বৰণ দেখিছিলোঁ। তাৰ পৰাই মই দেখিছিলোঁ কেনেদৰে বিজুলীবোৰে মেঘৰ লগত ধেমালি কৰে; সেউজীয়া বৰ্নানি, পথাৰ, নদী, হ্ৰদ আৰু নগৰবোৰো মই দেখিছিলোঁ। চাইৰেণৰ গান আন গানৰ বাঁহীৰ সুৰ মই শুনিছিলো। ভগৱানৰ কথা ক'বলৈ অহা দেবদূতসকলৰ পাখিবোৰ মই স্পৰ্শ কৰিছিলোঁ। আপোনাৰ কিতাপৰ যোগেদি অনন্ত কালত উপস্থিত হৈছিলোঁ, আশ্চৰ্যকৰ ঘটনা ঘটাই-ছিলো, বৃহৎ মহানগৰবোৰ পুৰি চাৰখাৰ কৰিছিলোঁ, নতুন ধৰ্ম প্ৰৱৰ্তন কৰিছিলোঁ, সকলোবোৰ দেশ জয় কৰিছিলোঁ.............।"

"আপোনাৰ পুথিবোৰে মোক জ্ঞান দিলে। শ শ বছৰজোৰা মানুহৰ অক্লান্ত চিন্তাৰ সকলোবোৰ সৃষ্টি ঠাহ খাই এটা লডা হৈ

মোৰ মূৰৰ লাওখোলাটোত সোমাই আছে। মই জানো যে মই আপোনালোকৰ সকলোতকৈ টেঙৰ।"

"মই আপোনাৰ পৃথিবীৰ ঘিণ কৰোঁ, ঘিণ কৰোঁ সকলো পাৰ্থিৱ কৃপা আৰু জ্ঞান। সকলোবোৰ উদং, দুৰ্ব্বল, মায়াবী আৰু মৰীচিকাৰ দৰে মিছা। যদিও আপুনি মদগৰ্বী, জ্ঞানী আৰু সুন্দৰ, তথাপি মাটিৰ তলৰ নিগনিবোৰৰ দৰে আপোনাকো মৃত্যুৱে এই মাটিৰ পৰা নিঃচিহ্ন কৰিব। আপোনাৰ পৰবৰ্তী পুৰুষ, আপোনাৰ ইতিহাস আৰু প্ৰতিভাশালীলোকৰ অমৰত্ব, সকলোবোৰেই গোট মৰা ধাতুৰ গেদ হৈ ৰ'ব আৰু ই পৃথিবীৰ গোলকটোৰ লগতে পুৰি শেষ হ'ব।"

"আপুনি বলিয়া আৰু ভুল পথে গৈ আছে। মিছাকে আপুনি সত্য বুলি আৰু কুৰূপক সুন্দৰ বুলি গ্ৰহণ কৰে। আপেল আৰু কমলা গছত ফলৰ সলনি ভেকুলী আৰু জেঠী আৱিৰ্ভাৱ হ'লে, গোলাপ ফুলবোৰ ঘামি থকা ঘোঁৰাৰ দৰে গোন্ধালে, আপুনি আচৰিত হ'ব। স্বৰ্গৰ সলনি পৃথিবীক গ্ৰহণ কৰা আপোনালোকক দেখিও মই একেদৰে আচৰিত হওঁ। মই আপোনাক বুজিবও নিবিচাৰোঁ।"

"আপুনি যিবোৰ লৈ জীয়াই আছে তাৰ প্ৰতি থকা মোৰ অৱজ্ঞা প্ৰকাশ কৰিবলৈ একালত মই স্বৰ্গ বুলি সপোন দেখা আৰু এতিয়া ঘিণ কৰা আপোনাৰ দুই নিযুত ডলাৰ মই গ্ৰহণ নকৰোঁ। সেই অধিকাৰৰ পৰা মই নিজকে বঞ্চিত কৰিম। নিৰ্দ্ধাৰিত সময়ৰ পাঁচ মিনিট সময়ৰ আগতে ইয়াৰ পৰা ওলাই গৈ মই সেই চুক্তি ভঙ্গ কৰিম।"

পঢ়ি উঠি কাগজৰ টুকুৰাটো টেবুলত থৈ বেংকাৰজনে এই আচৰিত মানুহজনৰ মূৰত এটা চুমা খালে আৰু উচুপিবলৈ ধৰিলে। তেওঁ পঁজাটোৰ পৰা ওলাই আহিল। কেতিয়াও, আনকি লেন-দেনত

ভয়ঙ্কৰ লোকচান কৰিও, তেওঁ এতিয়াৰ দৰে নিজকে চতুৰ অনুভৱ কৰা নাছিল। ঘৰলৈ আহি তেওঁ বিচনাত বাগৰ দিলে। কিন্তু অন্তৰ্দ্বন্দ্ব আৰু চকুৰ পানীয়ে তেওঁক বহু সময় টোপনি যাবলৈ নিদিলে।

পিছৰ দিনা পুৱা প্ৰহৰীজন লৰ দি তেওঁৰ ওচৰলৈ আহিল আৰু ক'লে যে বাগিছাৰ ঘৰটোত থকা মানুহজনে খিৰীকিখন বগাই বগাই বাগিছালৈ ওলাই অহা সি দেখিছিল। পচুলিলৈ গৈ তেওঁ নোহোৱা হ'ল। লগুৱা সকলৰ সৈতে বেংকাৰ বাগিছাৰ ঘৰটোলৈ গ'ল আৰু বন্দীজন পলোৱা বুলি নিশ্চিত হ'ল। অলাগতিয়াল উৰাবাতৰিৰ পৰা আঁতৰি থাকিবলৈ তেওঁ কাগজৰ টুকুৰাটো টেবুলৰ পৰা তুলি ল'লে আৰু ঘূৰি আহি তেওঁৰ বাকচত থৈ দিলে।

# অ' হেনৰী

( ১৮৬২—১৯১০ )

আচল নাম উইলিয়াম চিডনী প'র্টাৰ। 'মার্কিন মপাচাঁ' বুলিও অভিহিত কৰা হয়। 'ড্য ফৌৰ মিলিয়ন', 'ৰলিং ষ্ট'নচ্‌ অৱ ডেষ্টিনি" আদি তেওঁৰ বিখ্যাত গ্ৰন্থ।

অ' হেনৰী বিশ্বৰ প্ৰথম শাৰীৰ গল্পলেখক সকলৰ অন্যতম বুলি স্বীকৃত। তেওঁ কথোপকথনৰ যাদুকৰ, হাস্যৰসৰ ওজা আৰু নাটকীয়তা সৃষ্টিত সিদ্ধহস্ত।

# সঙ্গীত লহৰি আৰু নিশাৰ প্ৰহৰী

শীতৰ সন্ধিয়াৰ কথা। শীতৰ সন্ধিয়াবোৰ চ'পিৰ বাবে বৰ বেদনাদায়ক; বিষণ্ণ মন এটা লৈ চ'পিয়ে মেডিচন স্কোৱায়াৰৰ পাৰ্ক-খনৰ বেঞ্চ এখনত বহি বহিয়েই শীতৰ সন্ধিয়াৰ বিহ্বল মুহূৰ্তবোৰ কটাই দিয়ে। বনৰীয়া হাঁহে হয়তো তেতিয়া আকাশত ডেউকা কোবাই ছোঁ মাৰিবলৈ লৈছে। কোনোবা তিৰোতাই মাত্ৰ অকণমান কাপোৰ বুকুত বান্ধি মৰমৰ উম বিচাৰি গিৰীয়েকৰ কাষ চাপিছে। অথচ চ'পিয়ে পাৰ্কৰ বেঞ্চত উদাস মনেৰে বহি আগন্তুক দিনৰ বাস্তৱৰ কঠোৰ মুহূৰ্তবোৰৰ কথা কল্পনা কৰি সঁচকিত হৈ উঠিছে। তাৰ যে উপাৰ্জন নাই! নাই এটা কৰ্মসংস্থান! বাটৰ ধূলিৰ দৰে দেহাটোক এৰি দি অলিয়ে গলিয়ে ঘূৰি ফুৰাৰ বাহিৰে কৰিবলগীয়া একো কাম সি বিচাৰি পোৱা নাই। তাৰ এই অৱস্থাৰ কাৰণ ভাগ্যৰ বাহিৰে আৰু আন কি হ'ব? কৰ্মসংস্থান এটাৰ দিহা কৰিব পৰাকৈ তাৰ উপযুক্ত শিক্ষা-দীক্ষাও নহ'ল। কিন্তু অলিয়ে-গলিয়ে ঘূৰি ফুৰি-বলৈ হ'লেও অন্ততঃ কাপোৰ খিনিৰটো যোগাৰ লাগে! গৰমৰ দিন কেইটা যেনে তেনে চলি যায়। কিন্তু শীতৰ দিনবোৰ তাৰ বাবে ভয়াবহ।

কথাবোৰ ভাবি থাকোতেই ক'ৰবাৰ পৰা গছৰ শুকান পাত এখিলা আহি চ'পিৰ কোলাত পৰিলহি। সেইয়া বৰদিনৰ সম্ভাষণ নিশ্চয়! মেডিচন স্কোৱায়াৰৰ এই পাৰ্কখনলৈ যিসকলৰ নিয়মিত যাতা-য়াত, সেইসকলৰ প্ৰতি মহামতি জেকফ্ৰষ্টৰ অপাৰ কৰুণা আৰু বৰদিনৰ পৰবত গীৰ্জাবোৰত ধ্বনিত হোৱা তেওঁৰ শুভাশীষৰ আগলি বতৰাও জানিবলৈ পোৱা যায়।

চ'পিৰ জীৱনত উচ্চাভিলাষ নথকা নহয়, আছিল। কিন্তু সেই

অভিলাষ কাঞ্চনজংঘা সদৃশ সহজে ঢুকি নোপোৱা বিধৰ নাছিল । কোনোবা জাহাজত বহি চ'পিয়ে ভূমধ্য সাগৰৰ স্নিগ্ধ বতাহৰ আমেজ ল'ব খোজা নাছিল অথবা দক্ষিণৰ আকাশৰ বং চাই চাই সপোন বিভোৰ হ'বও খোজা নাছিল । তাৰ একমাত্ৰ হাবিয়াস আছিল, তিনিটা মাহ সি এটা দ্বীপত গৈ গৰম বতাহ খাব । তাক টকা বিশেষ একো নেলাগে, খোৱাৰ বাবে দুবেলা দুসাজ, শুবলৈ বিছনা এখন আৰু কথা পতাৰ বাবে দুই এজন বন্ধু পালেই হ'ল । উত্তৰৰ হাঁড় কঁপোৱা ঠাণ্ডা বতাহ আৰু ঈশ্বৰৰ অদ্ভুত শক্তি প্ৰচাৰ কৰি ফুৰা নতুন যজমানে আৰু তাক তেতিয়া আমনি নকৰিব । তেওঁলোকৰ বক্তৃতাবোৰ চ'পিৰ বাবে অসহ্য । সেইবিলাকে তাক খোৱা-পিন্ধাৰ একো সন্দেহ নিদিয়ে ।

এই শীতৰ দিনকেইটা চ'পিৰ বাবে কাপোৰ এখন ল'বলৈকে হাঁহাকাৰ । কেইবাবছৰো ধৰি এই দিনকেইটা সি ব্লেকৱেল অতিথি শালাতে কটাই দিছে । সি সেইদিনা এচ্‌ফাণ্ট সাগৰৰ পাৰত ব্ৰডৱে আৰু ছিক্সথ্‌ এভিনিউ য'ত লগ লাগিছে, তাতে অলপ সময় ৰ'ল । ব্ৰডৱে ৰাস্তাত উঠি চকু ফুৰাই দেখে যে বিজুলী বাতিৰ চিক্‌মিক্ পোহৰত ৰেষ্টোৰাঁ এখনত সন্ধিয়াৰ মোহনীয় পৰিবেশ । তাত আঙুৰৰ পৰা তৈয়াৰী বিবিধ সুস্বাদু পানীয়, পাটৰ কাপোৰ পৰিহিতা মহিলা আৰু তজবজীয়া যৌৱনৰ ডেকা ল'ৰাৰ অপূৰ্ব সমাবেশ ঘটিছে ।

চ'পিৰ আত্মবিশ্বাস অসীম । এনেয়ে সি ডাড়ি-গোঁফ খুৰাই পৰিষ্কাৰ হৈয়ে আছে । তাতে আজি পিন্ধা পেণ্টটো সিমান মলিয়ণ আৰু পুৰণি নহয় । তাতে আকৌ আগৰ এটা ধন্যবাদ জ্ঞাপন দিৱসত খৃষ্টান মহিলা মিছনেৰী এগৰাকীয়ে উপহাৰ দিয়া বছীয়ে-বছীয়ে সুন্দৰকৈ লগোৱা স্কাৰ্ফখনৰ দৰে কোটটো আছেই । ৰেষ্টোৰাঁলৈ সোমাই মেজএখন অধিকাৰ কৰিব পাৰিলেই হয় ।

মেজৰ ওপৰত তাৰ শৰীৰৰ যি অংশ ওলাই থাকিব সেইখিনিয়ে, তাক খোৱা বস্তুৰ যোগান দিয়া ল'ৰাটোৰ মনত একো সন্দেহৰ সৃষ্টি নকৰে। এবটল সুস্বাদু মদৰ সৈতে এটা ভজা শৰালি হাঁহ, অলপ চাট্‌নি আৰু শেষত এটা চুৰট—অপূৰ্ব হ'ব। চুৰটটো হয়তো বাহিৰত কিনিবলগীয়া হ'ব পাৰে, তাৰ দাম খুব বেছি আধা ডলাৰ হ'ব। গোটেই খাদ্য সম্ভাৰৰ মূল্য এনে এটা পৰ্যায়তে থাকিব, যিটো দিব নোৱাৰিলেও 'কোনো কথা নাই' বুলি হাঁহি মাৰি দোকানৰ মালিকে মহানুভৱতাৰ পৰিচয় নিদিলেও, খুব এটা সাংঘাতিক শাস্তিৰ ব্যৱস্থা নকৰিব। অন্ততঃ শৰালি হাঁহৰ মঙহৰ তৃপ্তি মুখত লৈ শীতৰ দিনৰ আনন্দ উপভোগৰ বাবে সেই দ্বীপলৈ যাত্ৰা কৰাৰ সুযোগ পাব।

কিন্তু ৰেষ্টোৰাঁৰ দুৱাৰমুখত ভৰি দিয়াৰ লগে লগে খোৱা বস্তু যোগান দিয়া মুখ্য ল'ৰাটোৰ চকু পৰিল চ'পিৰ সোঁতমোচ খোৱা পটলুং আৰু উৰঁলি যোৱা জোতাযোৰৰ ওপৰত। ল'ৰাটোৱে বিশেষ হুলস্থূল নকৰি একেবাৰে চ'পিক ওলাই যোৱাৰ নিৰ্দেশ দিলে আৰু হাতেৰে ঠেলি ঠেলি নি চ'পিক ৰেষ্টোৰাঁৰ একেবাৰে বাহিৰ কৰি থৈ গ'লহি। ফলত নিশ্চিত মৃত্যুৰ মুখৰ পৰা শৰালি হাঁহটো যেনিবা উদ্ধাৰ পৰিল।

চ'পি ব্ৰডৱেৰ ৰাস্তা এৰি অইনফালে ঘূৰিল। তাৰ অনুমান হ'ল, তাৰ হেঁপাহৰ দ্বীপটোলৈ যোৱাৰ পথ সুগন্ধি কুসুম ফুলা বিধৰ নহয়। জন কোলাহলৰ পৰা আঁতৰি নিৰ্জন দ্বীপত অৱস্থানৰ প্ৰশান্তি লাভ কৰাৰ হাবিয়াস এতিয়া আন ধৰণে পূৰাব লাগিব।

সি ভাবিলে, তাৰহে অৱস্থা এইটো। অথচ নিউইয়ৰ্কত থকা ভাগ্য দেৱীৰ প্ৰসন্নতা লাভ কৰা তাৰ বন্ধুকেইজনে আকৌ ৰিভিৰিয়া আৰু পাম উপকূলৰ নীবিড় পৰিবেশত শীতৰ এই সময়ছোৱা

আৰামেৰে কটোৱাৰ দিহা কৰে। সিও দৃঢ়সংকল্প ল'লে, এইবাৰ শীতকালটো এটা দ্বীপত কটাই শীতকালৰ আনন্দ উপভোগ সি কৰিবই। অৱশ্যে ইতিমধ্যে যথেষ্ট পলমেই হৈছে; আৰু অধিক পলম কৰি লাভ নাই। ঠাণ্ডা এতিয়া ভাল দৰেই পৰিছে। কালি ৰাতি পুৰণি চাৰিআলিৰ ফোৱাৰাটোৰ কাষৰ বেঞ্চ এখনৰ কোণতে বুকুৰে কঁকালে-আঁঠুৰে মেৰিয়াই লোৱা তিনিখন বাতৰি কাগজেও তাক জাৰৰ কোপৰ পৰা ৰক্ষা কৰিব নোৱাৰিলে। সেয়ে আছিল যেন দ্বীপলৈ বতাহ খাবলৈ যোৱাৰ সময় সংকেত, তাৰ হৃদয়ে উচ্ছাসৰ হাত বাউলি দিছিল—এইটোৱেই মুহূৰ্ত। চহৰত যিবোৰ দাতব্য অনুষ্ঠান আৰু অতিথিশালা আছে, তাৰ খোৱা থকাৰ ব্যৱস্থা সিমান সুবিধাজনক নহয়।

আইন-প্ৰশাসন ব্যৱস্থা কিছুমান মানুহৰ সুখ-সুবিধাৰ বাবেহে, গোটেই সমাজৰ অধিকাৰ সাপেক্ষে নহয়, সি কথাটো ভাবিলে। অৱশ্যে পৌৰ কৰ্তৃপক্ষৰ যিবোৰ দাতব্য অনুষ্ঠান আছে, তাত চ'পিয়ে তাৰ খোৱা-পিন্ধাৰ মানদণ্ডৰ সৈতে খাপ খোৱাকৈ সুন্দৰভাৱে থকা মেলাৰ ব্যৱস্থা কৰি ল'ব পাৰে। কিন্তু চ'পি আৰ্থিকভাৱে দুখীয়া হ'লেও মনৰ দুখীয়া নাছিল। পৰিস্থিতিত পৰি নিজৰ ভৰিৰ ওপৰত নিজে থিয় দিব পৰাৰ ক্ষমতা হেৰুৱালেও আনৰ অনুগ্ৰহত টকালি পাৰি খাই পুতৌৰ পাত্ৰ হ'বলৈ চ'পিয়ে মনে মনে ঘিণ কৰিছিল।

চ'পিৰ মতে, সামান্যভাৱে হ'লেও আনৰ ওচৰত ঋণী বুলি ভবাজনে অন্ততঃ ধন-বিত্তেৰে নহ'লেও কৃতজ্ঞতাৰে ঋণ পৰিশোধৰ কথা যদি নেভাবে তেন্তে সি মানুহ নামৰ অযোগ্য। এইটো চ'পিৰ চৰিত্ৰৰ এক অদ্ভুত বৈশিষ্ট্য। সেয়ে এটা দিশৰ পৰা চৰকাৰী ব্যৱস্থাৰ আলহী হোৱাই ভাল বুলি চ'পিয়ে ভাবে য'ত নিৰ্দিষ্ট নিয়ম কানুন আছে অথচ ব্যক্তিগতভাৱে কাৰো অনুকম্পাৰ পাত্ৰ হোৱাৰ প্ৰশ্ন নুঠে।

দ্বীপলৈ যাবৰ বাবে চ'পিৰ মন খাটাওঁই। মাত্ৰ যোৱাৰ সুবিধাটো পালেই হ'ল। ইয়াৰ বাবে বহুতো উপায় আছে অৱশ্যে। তাৰ ভিতৰত আটাইতকৈ সুবিধাজনক হ'ল, ৰেষ্টোৰেঁা এখনত ইচ্ছামতে খাই লোৱা আৰু তাৰ পিছত নিজকে দেউলীয়া বুলি প্ৰতিপন্ন কৰি পুলিচৰ হাতত ধৰা দিয়া। বিচাৰৰ বাবে ঘটনাটো হাতত লোৱা মেজিষ্ট্ৰেটজনে বাকীখিনি নিজেই কৰি পেলাব। নিৰ্বাসন দণ্ডেৰে দণ্ডিত হৈ সি মনে বিচৰামতে সেই দ্বীপত গৈ কটাব পাৰিব।

বেঞ্চৰ পৰা উঠি চ'পিয়ে চাৰিআলিৰ মাজেৰে খোজ পেলালে। ছিক্সথ্ এভিনিউৰ এটা চুকত বিজুলীবাত্তিৰ পোহৰত এখন দোকানৰ আয়না পৰিষ্কাৰভাবে জিলিকি উঠিল। চ'পিয়ে বাটৰ শিল এটা লৈ দলি মাৰি দিলে আৰু আয়নাখন ভাগি চূৰমাৰ হ'ল। এজাক মানুহ চাৰিওফালৰ পৰা দৌৰি আহি তাত জুম বান্ধিলে। মানুহ জাকৰ মাজত পুলিচ এজনকো স্পষ্টভাবে দেখা গ'ল। কোটৰ জেপত হাত ভৰাই, বুটাম কেইটাৰফালে চাই, হাঁহি এটা মাৰি অলপো লৰচৰ নকৰাকৈ চ'পি এনেভাৱে থিয় হৈ থাকিল যেন ঘটনাটোৰ সি এজন নীৰৱ দৰ্শকহে।

'কোনে বাৰু কাণ্ডটো কৰিলে?' পুলিচ বিষয়াজনে গভীৰ ব্যস্ততা আৰু বিৰক্তিৰে তাৰ ওচৰলৈ আহি প্ৰশ্ন কৰিলে।

চ'পিলৈ যেন সৌভাগ্য আগবাঢ়ি আহিছে। সি কৌশলেৰে বিষয়াজনক উদ্দেশ্য কৰি ক'লে, 'আপুনি নেভাবেনে যে মই এই সংক্ৰান্তত কিবা জানিব পাৰোঁ?' চ'পিয়ে ঘটনাৰ কিবা সম্ভেদ দিব পাৰিব বুলি পুলিচ বিষয়াজনৰ বিশ্বাস নহ'ল দোকানৰ আয়না ভঙাৰ দৰে দোষণীয় কাম এটা কৰি কোনো তাত ৰৈ নাথাকে, পলাবলৈ চেষ্টা কৰিব। চুবুৰীটোৰ মাজমানৰ পৰা মানুহ এজনে টেক্সি এখন ধৰিবৰ বাবে দৌৰিছিল। পুলিচজনে আন মানুহবোৰৰ সৈতে সেইকালে

লব ধৰিলে। চ'পিয়ে তাৰ দুটা চেষ্টা বিফল হোৱাত কিছু নিৰাশ-বোধ কৰিলে। সি আকৌ ৰাস্তাত খোজ পেলালে।

অলপ দূৰৈত গৈ ৰাস্তাৰ সিটো পাৰে বিবিধ খাদ্যৰে ভৰা ডাঙৰ দোকান এখনলৈ চ'পিৰ চকু পৰিল। সি তাৰ উৰ্ঙলি যোৱা জোতা আৰু সোঁত মোচ খোৱা পটলুংটোৰে দোকানখনলৈ সোমাই গ'ল। মেজ এখনত বহি লৈ ভজা গৰম মঙহ কেইডোখৰমান, পাওৰুটি, ভজা মটৰ মাহ আদিৰে পেটভৰাই ভালকৈ এসাজ খাই ল'লে আৰু খাদ্য যোগাৰ দিয়া ল'ৰাটোক ক'লে যে সি বহুত দূৰৰ পৰা আহিছে আৰু তাৰ লগত অলপহে পইচা আছে, গতিকে খাদ্যৰ দাম পৰিশোধ কৰা সম্ভৱ নহয়। এতেক তেওঁলোকৰ যদি এই ক্ষেত্ৰত কিবা আপত্তি আছে তেন্তে তাক পুলিচৰ হাতত গটাই দিব পাৰে।

'তোমাৰ কাৰণে ইয়াত কোনো চিপাহী বৈ থকা নাই'। এই বুলি সি চ'পিক চকু টৈলেকা কৰি ধৰিলে আৰু লগৰ আন এটাক মাতিলে।

চ'পিৰ দেহত একেলগে দুটা মানুহৰ মাৰ পৰিল। সি প্ৰত্যা-ক্ৰমণৰ চেষ্টা কৰে আৰু অৱশেষত যেতিয়া সি মাটিৰ পৰা উঠে, তেতিয়া, কাঠ মিস্ত্ৰিৰ কব্জা লগোৱা স্কেল পাতৰ দৰে তাৰ দেহাৰ কেইবাটাও ভাঁজ ভাঙিহে থিয় হ'ব পৰা হ'ল। কাপোৰত লগা ধূলি-বালিবোৰ সি আঁতৰাই ল'লে। দ্বীপলৈ নিৰ্ব্বাসিত হোৱাৰ বাবে তাৰ চেষ্টা বৃথা সপোন যেন লাগিল। অলপ আঁতৰৰ ঔষধৰ দোকানৰ কাযত থিয় দি থকা পুলিচ এজনে চাহৰ দোকানত হোৱা কাণ্ড-কাৰখানাবোৰ চাই আছিল। চ'পিৰ গতি দেখি, মুখত এমো-কোৰা হাঁহি বিৰিঙাই সি আনফালে টহল দিবলৈ গ'লগৈ।

মনলৈ অহা নিৰাশাখিনি আঁতৰ নোহোৱাকৈ চ'পিয়ে পাঁচ-টামান চুবুৰী এনেয়ে ঘুৰিলে। এইবাৰ যিটো নতুন সুযোগ তাৰ

চকুত পৰিল, সেইটো আবিষ্কাৰ কৰি সি অলপ গৰ্ববোধ কৰিলে। সি নিজকে টাংটিঙালি আৰু দুষ্টামিৰ সুদক্ষ ৰণুৱা যেন ভাবি সুন্দৰ হাঁহি এটা মুখলৈ আনিলে।

অতি মৰম লগা গাভৰু ছোৱালী এজনীয়ে, এখন দোকানৰ সুসজ্জিত কোঠাৰ বাহিৰৰ আয়নাৰে ভিতৰত মেচিনৰ সহায়ত সাজ-বাচন চিক্‌চকিয়া কৰা কাম চাই আছিল আৰু চুগজমান আঁতৰতে পানীকল এটাত আউজি পুলিচ এজন বেছ কৰ্তব্যপৰায়ণভাৱে থিয় হৈ আছিল।

অশোভনীয় পৰিবেশ এটা সৃষ্টি কৰাৰ ভূমিকা ল'বলৈ চ'পি উদ্যত হ'ল। ছোৱালীজনীৰ মুখৰ সৌন্দৰ্য আৰু কোমলতাই তাক পতিয়ন নিয়াইছিল যে সি তাইক অসৎ আচৰণ কৰিবলৈ আৰম্ভ কৰাৰ লগে লগে কামৰ পুলিচজনে অলপো পলম নকৰি তাৰ কান্ধত থাপ মাৰি ধৰিব আৰু একান্ত ইপ্সিত শীতৰ আবাস থলীৰ ব্যৱস্থা হৈ যাব।

চ'পিয়ে তাক মিছনেৰীয়ে উপহাৰ দিয়া স্কাৰ্ফহেন কোটটো টানি ল'লে আৰু চাহাবী টুপীটো বেঁকাকৈ মূৰত গুজি লৈ ছোৱালী জনীৰ কাষ চাপি গ'ল। তাইৰ ওপৰত লুলোপ দৃষ্টি পেলাই সি দুই এটা কাহ মাৰিলে, উপহাস জাতীয় দুই এটা দুষ্টামিৰ শব্দ উচ্চাৰণ কৰিলে, অৰ্থ ব্যঞ্জক হাঁহি মাৰিলে, গাটো বিভিন্ন ভঙ্গীত লৰালে আৰু গা বেজ-বেজাই তোৱাকৈ কেই আষাৰমান কথা শুনালে। সাজ-বাচন চিক্‌চিকিয়া কৰা কামটো চাই ছোৱালীজনীয়ে এনে আমোদ পাইছিল যে চ'পি কাষ চাপি অহাৰ উমান পায়ো তাই চ'পিচ লগোৱা নাছিল। কেৱল অলপ আঁতৰি দিছিল আৰু তাইৰ দৃষ্টি সাজ বাচনতে নিবদ্ধ আছিল।

চ'পিয়ে লক্ষ্য কৰিলে যে সম্পূৰ্ণ দৃষ্টি নেপেলালেও পুলিচজনে তাৰ কাৰ্য-কলাপ মন কৰিছে। বুকুত সাহস গোটাই সি ছোৱালী জনীৰ কাষ চাপি গ'ল আৰু টুপীটো ডাঙি মাত লগালে, "হেৰা

মোৰ সোণজনী, তুমি আমাৰফালে মাজে মাজে পাক একোটা মাৰিব পাৰাচোন ! আমাৰ দোকানত খেলাবো সুবিধা আছে ।"

পুলিচজনে তাৰ প্ৰতি তেতিয়াও মনোযোগ এৰি দিয়া নাছিল। অসভ্যালিৰ আতিশয্যত অতীষ্ঠ হৈ তাই হয়তো যি কোনো মুহূৰ্ত্তত হাত ডাঙি চ'পিৰ কালে আগুৱাই আহিব আৰু চ'পিৰ কল্পনাই বাস্তৱ ৰূপ ল'ব। পুলিচ থানাৰ কৰ্মতৎপৰ আৰু ব্যস্ত পৰিবেশ এটা আৰু তাৰ মাজত চ'পি কৰায়ত্ত হৈ বৈ থকাৰ দৃশ্য তাৰ নিজৰ চকুতে ভাঁহি উঠিল। কিন্তু তাৰ অশালীন আচৰণত ছোৱালীজনীৰ যিটো প্ৰতিক্ৰিয়া হ'ল, তাক চ'পিয়ে সপোনতো ভবা নাছিল। তাইও শাহেকৈ চ'পিৰ কাষ চাপি আহিল আৰু চ'পিৰ কোটটোত লয়লাস ভঙ্গীৰে আঙুৰি ধৰি ক'লে, "তোমাৰ তালৈ খেলিবলৈ যোৱাতো হ'ব বাৰু মাইক, মোৰ সোণ। তাৰ আগতে কিন্তু তুমি মোক নদীলৈ লৈ ব'লা না—বৰ গা ধুবৰ ইচ্ছা গৈছে। এটা কথা কিন্তু, সেই পুলিচটোৱে আমাক চাই আছে অলপ সাৱধান !"

সকলো ফুটুকাৰ ফেনত পৰিণত হ'ল। তাইও যেন মোৰ সতে চুপটি মাৰিবলৈহে তাত বৈ আছিল। এই প্ৰচেষ্টাতো বিফল হৈ চ'পি আকৌ নিৰাশ হ'ল। পুলিচজনৰ গাৰ কাষেদি সি গুচি আহিল। তাৰ ধাৰণা হ'ল, পুলিচৰ কৱলত পৰিবলৈ তাৰ ভাগ্যত লিখা নাই, মুক্তিৰ বাবেই তাৰ জীৱন।

বাটটোৰ পৰা ঘূৰিয়েই বাটৰ লগৰীক চ'পিয়ে বিদায় দিলে আৰু সেই অঞ্চলটো এৰি অলপ আঁতৰলৈ যোৱাৰ মনেৰে ভৰি বাগী চলাই দিলে। মহানগৰীৰ এটা বেলেগ পাৰা পাই সি দেখে যে বিজুলী বাতিৰ চিক্‌মিক পোহৰত বাটবোৰ উজ্জ্বল হৈ উঠিছে আৰু মানুহৰ আবেগ বিহ্বল কথা বতৰা আৰু গীতৰ মূৰ্চ্ছনাৰে কোলাহল মুখৰ হৈ পৰিছে। তিৰোতাবোৰে নোমৰ জেকেট আৰু মতা মানুহে হলো কোট পিন্ধি আনন্দেৰে শীতৰ সিৰ সিৰিয়া বতাহত ঘূৰি ফুৰিছে। চ'পিয়ে অন্তৰত এক বিভীষিকাময় শব্দ

তৰঙ্গ অনুভৱ কৰিলে। সেই অনুভূতিবোৰে যেন সি পুলিচৰ কৱলত সোমোৱাৰ ক্ষেত্ৰত এক বিৰাট প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে। অজান এক আশঙ্কাই চ'পিক ম্ৰিয়মান কৰি তুলিলে। কিন্তু পিছ মুহূৰ্তত্তে এটা দৃশ্য আৱিষ্কাৰ কৰি চ'পিৰ মনৰ সেই ভগ্নাৰ্ত অৱস্থা বৰফ গলাদি গলি নোহোৱা হৈ গ'ল আৰু তীক্ষ্ণ দৃষ্টিৰ চিকাৰীৰ দৰে লক্ষ্য স্থলৰ ফালে সি আগুৱাই গ'ল। আয়নাৰে ঘেৰা এটা মঞ্চৰ সমুখত এজন পুলিচে অতি আয়াসেৰে টহল দি ফুৰিছিল। নাটঘৰত মানুহৰ ভিৰ। চ'পিয়ে বিলম্ব নকৰি পুলিচজনে দেখাকৈ নাটঘৰৰ সমুখত বিভিন্ন উদ্ভগালি আৰম্ভ কৰি দিলে। মদৰ ৰাগীত মাতাল হোৱা মানুহৰ দৰে বিকৃত মাতেৰে ডাঙৰ ডাঙৰকৈ চিঞৰিলে আৰু হাউলি পৰাৰ নিচিনা কৰিলে। বলিয়াৰ দৰে মুখত যিহকে আহে তাকে বলকিলে। মুঠতে গোটেই পৰিবেশটো অস্বস্তিকৰ কৰি তুলিলে।

কিন্তু চ'পিৰ অভীষ্ট সিদ্ধি নহ'ল। তাৰ সেইবোৰ ক্ৰিয়া-কলাপ যেন নিতান্তই স্বাভাৱিক, এনে এটা ভাবেৰে পুলিচজনে হাতৰ লাঠি-ডাল ঘূৰাই ঘূৰাই চ'পিৰ পিনে পিঠি দিলে আৰু বাটকৰা এজনক ক'লে, "একো নাই, সেইটো 'য়েল' গোষ্ঠীৰ ল'ৰা, ফুৰ্তি কৰিছে। আজি সিহঁতে কিবা উৎসৱ পাতিছে। হাৰ্টফোৰ্ড কলেজৰ ল'ৰা-ছোৱালীবোৰকো আজি তেওঁলোকে কণী বিলাব হেনো। অলপ হুলস্থূল হৈছে আৰু কিন্তু ভয় নাই, দিগদাৰী নিদিয়ে। তেওঁলোকৰ তামাচাত কাণ নিদিবলৈকে আমাৰ ওপৰত হুকুম আছে।"

শান্তনাৰ আৰু ভাষা নাই! এক মুহূৰ্তৰ কাৰণে চ'পিয়ে পুলিচৰ হাতত পৰাৰ কথা সম্পূৰ্ণ এৰি দিয়াকে ঠিৰাং কৰিলে। কিয় বাৰু সি কৃতকাৰ্য হ'ব নোৱাৰিলে? কিয় বাৰু কোনো পুলিচে ধৰি নিয়াৰ কথা নেভাবিলে? আক্ষেপত তাৰ মন ভাগি পৰিল। তাৰ হেঁপাহৰ দ্বীপ অলংঘ্য পৰ্ব্বতৰ চূড়া সদৃশ হ'ল। ঠাণ্ডা বতাহে চ'পিক অলপ কষ্ট দিছিল। কোটৰ বুটামকেইটা মাৰিবলৈ সি আকৌ খোজ পেলালে।

চুৰটৰ দোকান এখনত শুৰনি পোচাক পিন্ধা মানুহ এজনে ওলমি থকা এডোখৰ জুইৰ ফ্‌লিঙ্গৰ পৰা চুৰট এটা জ্বলাইছিল। তেওঁৰ ছাতিটো দুৱাৰ মুখতে আউজি পৰি আছিল। চ'পি দোকানখনলৈ সোমাই গ'ল আৰু ছাতিটো ডাঙিলৈ গুচি আহিল। মানুহজনে অলপ মন দিছিল, আৰু ক'লে, 'ছাতিটো ?' চ'পিয়ে উত্তৰ দিলে, "আপোনাৰ ছাতি ?" সন্দেহ আৰু ঠাট্টা দুয়োটা প্ৰকাশ কৰা চতুৰ ভঙ্গীৰে চ'পিয়ে ক'লে, "হেৰি, আপোনাৰ ছাতি যদি মই নিছো, পুলিচ এজন আনি ব্যৱস্থা নলয় কিয় ? সেই চুকত দেখোন এজন থিয় হৈ আছেই।"

চ'পিৰ চাতুৰিত মানুহজন পৰাভূত হ'ল। মানুহজন যিটো গতিৰে আগুৱাই আহিছিল, ঠিক সেই গতিৰেই পিছুৱাই গ'ল। চ'পিৰ মনত আকৌ অকৃতকাৰ্যতাৰ আশংকাই দেখা দিলে। ঘটনাটো দেখি পুলিচজনৰ অলপ কৌতুহল হৈছিল যদিও কথাটো আচলতে কি, তেওঁ ধৰিব পৰা নাছিল। ছাতিৰ মালিক মানুহজনে সেহাই সেহাই ক'লে, "হ'ব পাৰে, হ'ব পাৰে, ছাতিটো আপোনাৰেই হ'ব পাৰে; এনেকুৱা ছাতি এটা মই আজি লৈ ফুৰিছিলোঁ ! আশাকৰো মোক ক্ষমা কৰিব। মানুহৰ ভুল হয়েই আৰু, বেয়া নেপাব .........।"

ছাতিৰ আগৰ গৰাকীজনে সিমানতে চ'পিক এৰি অহা বাটে গুচি গ'লগৈ। সেইখিনিতে, চুলি-তুলি মেলি ক'ৰবাৰ নাচে-তাচে যাবলৈ ওলোৱা দীৰ্ঘাঙ্গী সুন্দৰী ধূনীয়া ছোৱালী এজনী গাড়ীৰ আগত পৰি মৰিবলৈ ওলাইছিল। সেইঠাইৰ দায়িত্বত থকা পুলিচজনে তাইক বিপদ মুক্ত কৰিবলৈ আগুৱাই গ'ল।

সমগ্ৰ ঘটনাৰ গতিয়ে চ'পিক একেবাৰে নিৰাশাৰ নিম্ন বিন্দুত উপনীত কৰিলে। হাতত থকা ছাতিটো কাষৰ খাল এটালৈ সি দলিয়াই দিলে। শান্তিৰক্ষীৰ টুপী পিন্ধি হাতত লাঠি লৈ ফুৰা জাতিটোৰ প্ৰতি ক্ষোভ-বিক্ষোভত তাৰ মন চাটিফুটি কৰিবলৈ ধৰিলে।

তাক ধৰি নিয়াৰ পৰিবৰ্তে সিহঁতে দেখোন ৰজাৰ সন্মানহে যাঁচিবলৈ ধৰিছে। অৰ্থাৎ ৰজাৰ যেন একো ভুল হ'বই নোৱাৰে !

খোজ দি দি, আহি, চ'পি একেবাৰে পূবৰ ফালৰ ৰাস্তা এটাত উপস্থিত হ'ল। ঠাই টুকুৰা অলপ নিৰ্জন । ইয়াত আৰু কোনো দোকান-পোহাৰৰ উজ্জলতা আৰু লগতে চ'পিৰ বাবে গণ্ডগোল কৰাৰ প্ৰত্যাশাও ক্ষীণ । ঠাইডোখৰৰ পৰা চ'পিয়ে মেডিচন স্কোৱায়াৰৰ-ফালে কিছু আশ্ৰয়-কাতৰ ভাৱে চাই পঠিয়ালে। ইতিমধ্যে চ'পিৰ মন ঘৰমুখী হৈ উঠিছিল, কিন্তু পাৰ্কৰ বেঞ্চেই এতিয়া তাৰ একপ্ৰকাৰৰ ঘৰ !

কিন্তু ৰাস্তাৰ আনটো পাৰে নিৰ্জন পৰিবেশত থিয় হৈ থকা পুৰণি গীৰ্জাঘৰ এটা দেখি চ'পি অলপ কৌতুহলী হ'ল। পাতল বেঙুনীয়া ৰঙৰ খিৰীকিৰ আয়নাৰে ভিতৰৰ মৃদু পোহৰ দেখা গৈছে। গীৰ্জাটোৰ পৰা ভাঁহি অহা সুমধুৰ গীতৰ ধ্বনিয়ে চ'পিৰ মনৰ দোদুল্যমান অৱস্থা পাহৰাই পেলালে। গীৰ্জাৰ চৌহদৰ লোহাৰ বেৰৰ জোংবোৰৰ ভাঁজত আঁউজি চ'পি বহু সময় নিশ্চুপ হৈ ৰ'ল । হয়তো কোনো যাজকে ভিতৰত ৰবিদিনৰ বাবে গীৰ্জা সঙ্গীতৰ আখৰা কৰিছে ।

আকাশত জোনে শান্ত পোহৰ বিলাইছে। বাটত গাড়ী-ঘোঁৰা জন-প্ৰাণী কমি আহিছে। ঘৰৰ ছালত শালিকাই ৰ'মলিয়াইছে । পৰিবেশটো চ'পিৰ বাবে জয়াল জয়াল লাগিল। ভাহিঁ অহা গীৰ্জা সঙ্গীতৰ মূৰ্চ্ছনাই চ'পিক অলপ সময়ৰ বাবে এৰি অহা দিনবোৰলৈ লৈ গ'ল—শৈশৱৰ সেই ৰঙীণ কল্পনাৰ দিনলৈ, আইৰ বুকুৰ মৰম পোৱা মৰম নিৰ্ভেজাল মুহূৰ্তবোৰলৈ ।

ভাববোৰে চ'পিৰ সমগ্ৰ সত্বা জিকাৰ খুৱাই তুলিলে। জীৱনৰ বাটত লুটিখাই পৰাৰ করুণ ছবি, কৰ্ম্মহীনতাৰ নিষ্ফল মুহূৰ্ত-বোৰ, কোনোদিনেই পূৰণ হ'ব নোৱৰা আকাংখ্যাবোৰ, মনতে মাৰ

নিয়াবলগীয়া হেঁপাহবোৰ আৰু অক্ষমতাৰ অবুজ বেদনাবোৰ খুঁৰখি খুঁৰখি চ'পি ত্ৰস্ত হৈ উঠিল ! কিহবাই যেন চ'পিক চেপামাৰি ধৰিছে ! কিন্তু পিচ মুহূৰ্ত্ততে চ'পিয়ে মন ডাঠ কৰি ল'লে। ছুৰ্ভাগ্যই ক্ষত-বিক্ষত কৰা জীৱনৰ কুটিল পাক-চক্ৰৰ বিৰুদ্ধে সি সংগ্ৰাম কৰিব, জীৱনক নতুনকৈ গঢ় দিব। তাৰ জীৱনটো গ্ৰাস কৰিবলৈ ওলোৱা অপদেৱতাক সি পৰাভূত কৰিব। এতিয়াও সময় উকলি যোৱা নাই, তাৰ বয়স পাৰ হোৱা নাই ।

গম্ভীৰ-সুমধুৰ সঙ্গীতৰ ধ্বনিয়ে তাৰ চেতনাত এক বিপ্লৱৰ সৃষ্টি কৰিছিল । কাইলৈ দুৰণিৰ কৰ্ম্মব্যস্ত চহৰ এখনলৈ সি কাম বিচাৰি গুচি যাব ।

জীৱ-জন্তুৰ নোমৰ ব্যৱসায় কৰা এজনে তাক এবাৰ গাড়ী চালকৰ চাকৰি এটাৰ সন্ধান দিছিল। কাইলৈকে সি তেওঁক বিচাৰি উলিয়াব আৰু চাকৰিটোৰ বিষয়ে খবৰ ল'ব। পৃথিবীৰ যুঁজাৰু মানুহ সকলৰ মাজত সিও ঠাই উলিয়াই ল'ব। সিও অজেয় পাহাৰ ভাঙিব।

এনেতে চ'পিয়ে তাৰ বাহুত কাৰোবাৰ হাতৰ পৰশ পালে । ঘূৰি চাই দেখে যে পাহৰাল চিপাহী এজনে তাক সন্দেহজনক ঠাইত আবিষ্কাৰ কৰাৰ একবিশেষ ভঙ্গীমাত তাৰ কাষত থিয় দি আছে ।

"কি কৰিছ তই ইয়াত ?" গম্ভীৰ মাতেৰে পুলিচৰ চিপাহীয়ে তাক সুধিলে ।

"নাই, একো কৰা নাই, এনেয়ে আছো আৰু-" চ'পিয়ে উত্তৰ দিলে। "আহ মোৰ লগত" এই বুলি চিপাহীয়ে তাক লৈ গ'ল। পিচদিনা বিচাৰৰ বাবে চ'পিৰ গোচৰটো হাতত লোৱা মেজিষ্ট্ৰেটজনে তিনিমাহৰ বাবে তাক দ্বীপলৈ পঠোৱাৰ নিৰ্ব্বাসন দণ্ডেৰে দণ্ডিত কৰিলে ।

# লুইজি পিৰাণ্ডেল্লো

( ১৮৬৭-১৯৩৬ )

বিশ্বৰ অন্যতম শ্ৰেষ্ঠ নাট্যকাৰ আৰু ইটালিৰ সৰ্ব্ববৰেণ্য আধুনিক কথা-সহিত্যিক। 'নাট্যকাৰৰ সন্ধানত ছ'টা চৰিত্ৰ,' 'বিবস্ত্ৰ,' 'চতুৰ্থ হেনৰী' আদি বিশ্বজয়ী নাটকৰ স্ৰষ্টা।

লুইজি পিৰাণ্ডেল্লোৱে উপন্যাস আৰু চুটিগল্পও ৰচনা কৰিছিল। 'এবছৰৰ গল্পগুচ্ছ' তেওঁৰ শ্ৰেষ্ঠগল্পৰ সংকলন। পিৰাণ্ডেল্লোৰ গল্প বিচিত্ৰ ঘটনা আৰু আধুনিক জীৱনৰ অস্পষ্টতাৰে পৰিপূৰ্ণ।

# ফুলৰ মালা

নগৰখনৰ কাষৰ টিলাটোত থকা ৰাজহুৱা উদ্যানখনৰ প্ৰবেশ-দ্বাৰৰ সমুখত ডাক্তৰ চিমা ক্ষন্তেক ৰ'ল। তেনেদৰেই কিছুসময় স্তম্ভদুটাৰ মাজত ওলমি থকা মামৰে ধৰা দুৱাৰখনলৈ তেওঁ চাই ৰ'ল। পিচফালৰ সেউজীয়া চাইপ্ৰেচ গছজোপাই এক বিমৰ্ষ ভাবৰ সৃষ্টি কৰিছিল। ডালপাত বোৰৰ মাজে মাজে অ'ত ত'ত ভুমুকি মৰা গোলাপ ফুলবোৰেও সেই হতাশাৰ ভাব আঁতৰাব পৰা নাছিল। দুৱাৰ খনৰ পৰা থিয় আলিটোৱে টিলাটোৰ ওপৰৰ গছ-গছনিবোৰৰ আঁৰৰ মুকলি ঠাইটুকুৰালৈ যাব পাৰি।

পুৰাৰ ৰ'দৰ আমেজত এলাহ ভাবটো নাতৰালৈকে তেওঁ ৰ'ল, যাতে জড়তা আঁতৰিলেই সেই জনশূন্য পুৰণা উদ্যানখনলৈ তেওঁ খোজ কাঢ়ি যাব পাৰে। শীতল ছাঁ পৰি থকা টিলাটোৰ উত্তৰফালৰ হেলনীয়া অঞ্চলটোৰ গধূৰ বতাহজাক বনৰীয়া বগৰী আৰু আন সুগন্ধী গছৰ সুবাসেৰে মলমলাই আছিল; ওচৰৰ গছবোৰত চৰাই বোৰে বসন্তক আদৰি অনবৰত কিৰিলিয়াই ঘূৰিছিল। সুগন্ধী বতাহত এটি দীঘল উশাহ লৈ ডাক্তৰে আলিটোৰে লাহে লাহে ওপৰলৈ খোজ ল'লে। গছ-গছনিবোৰৰ নতুন সেউজীয়া বৰণ, ফুলৰ দলিচাৰ ওপৰত উৰিফুৰা বগা বগা পখিলাবোৰ—সকলোবোৰ একেলগ হৈ তেওঁৰ উদাস ভাববোৰ ছাঁয়া-ময়া সপোন যেন কৰি তুলিছিল। ইমান ধুনীয়া আছিল এই শান্তিপূৰ্ণ বাগিছাখন। ইয়ালৈ খোজকাঢ়িবলৈ কোনোবা যদি কেতিয়াবা আহিছিলো, তেনেহলে খুব কমেইহে বোধহয় আহিছিল।

এইখন যদি মোৰ হ'লহেঁতেন, তেওঁ ভাবিলে, আৰু এই আশা

এক দীঘলীয়া হুমুনিয়াহত পৰিস্ফুত হ'ল ।

তেওঁৰ দৰে কিমানেই বা ইয়ালৈ খোজ কাঢ়িবলৈ আৰু হুমুনিয়াহ কাঢ়িবলৈ আহিছিল! কেৱল যদি এইখন মোৰ হ'লহেঁতেন! যি সকলোৰে বাবে, সি মাত্ৰ এজনৰ কেতিয়াও হব নোৱাৰে। ই ভাগ্যৰ লিখন। আলিটোৰ প্ৰতিটো কেকুৰীতে লিখা আছে : ফুলৰ দলিচাত খোজ নেকাঢ়িব। গছবোৰ নষ্ট নকৰিব। ফুল নিচিঙিব। পাৰ হৈ যাওঁতে আপুনি মাত্ৰ চাবহে পাৰে! গৰাকী বুলিলে 'মই' বুজায়, 'আমি' নহয় আৰু ইয়াত মাত্ৰ এজনেহে 'মই' বুলি ক'ব পাৰে; সেই মালিটোৱে। সি ইয়াৰ একপ্ৰকাৰ গৰাকী আৰু তাৰ বাবেও তাক বেতন দিয়া হয়, থাকিবলৈ ঘৰ দিয়া হয় আৰু সকলোৰে বাবে ফুলা ফুলবোৰো তাক চিঙিবলৈ দিয়া হয়। কিছুমান ফুল সি তাৰ নিজৰ লাভৰ বাবেও চিঙে। চৰাইবোৰৰ কিৰিলিবোৰৰ মাজত ভাহি অহা এটা চৰাইৰ তীক্ষ্ণ মাতটোৱে ডাক্তৰক বহুদিন আগতে তেওঁ ফুৰিবলৈ যোৱা সাগৰৰ পাৰৰ গছ-গছনিবোৰৰ আঁৰৰ সেই গৰু-ম'হৰ পামখনলৈ মনত পেলালে। তেতিয়া তেওঁ নিচেই সৰু, কিমান ভাল লাগিছিল চিকাৰ কৰি! কোনে জানে সেই গ্ৰীষ্মকালটোত তেওঁ কিমান সৰু সৰু চৰাই বধ কৰিছিল!

তেওঁৰ পেচাৰ দৈনন্দিন ঘটি থকা সমস্যাবোৰ খন্তেকৰ বাবে তেওঁ পাহৰি গৈছিল। কিন্তু যোৱাবাৰৰ জন্মদিনত তেওঁৰ ছকুৰি বছৰ বয়স পাৰ হোৱা কথাষাৰ তেওঁ পাহৰিব পৰা নাছিল। তেওঁ ভাবিলে যে তেওঁৰ বাবে জীৱনৰ শ্ৰেষ্ঠসময়ছোৱা পাৰ হৈ গ'ল। দুখৰ বিষয় যে তেওঁ তেওঁৰ ডেকা কালছোৱা উপভোগ কৰিলে বুলি তেওঁ ক'ব নোৱাৰিলে। জীৱনত কিমান সুন্দৰ বস্তু আছিল। সি কিমান ধুনীয়া হ'ব পাৰিলেহেঁতেন! এনে এক সুমধুৰ পুৰাই অৱশ্যে বহু বিষাদ, বহু হতাশা পাহৰাব পাৰে।

হঠাৎ তেওঁৰ এটা ভাব হ'ল আৰু তেওঁ থমকি ৰ'ল: তেওঁৰ

কুমলীয়া বয়সৰ পৰিবাৰ থকা ঘৰটোলৈ তেওঁ লৰি যাব নেকি ? সিহঁতৰ বিয়া হোৱা সাত মাহ হ'ল। পৰিবাৰৰ লগত এনে মধুৰ সময়বোৰ ভগাই লবলৈ তেওঁৰ ভাল লাগিব। কিন্তু, কিছু সময় একো সিদ্ধান্ত ল'ব নোৱাৰি তেওঁ পুনৰ খোজকাঢ়ি গ'ল। নেলাগে। এই আমোদ কেৱল তেওঁৰ বাবেই ।

তেওঁ নোকোৱাকৈ তেওঁৰ পৰিবাৰে নিজ ইচ্ছাৰে ইয়ালৈ আহিলে তাই বোধহয় অনুভৱ কৰিলেহেঁতেন। একেলগে থাকিলে সেই আমোদ হেৰাবও পাৰে। এতিয়াও, এনেদৰে ভবাত, সেই মাধুৰ্য কিছু হ্ৰাস পাইছে । অলপ আগতে কিছু অনুভৱ হোৱা এটি তিতা স্বাদ তেওঁৰ ডিঙিয়েদি বৈ আহিল ।

তেওঁৰ পৰিবাৰক কোনো কাৰণেই তেওঁ দোষ দিব নোৱাৰে। বেছেৰী, তেওঁৰ মূৰৰ কম আৰু দাড়িকোছাত দেখা দিয়া পকা চুলিবোৰৰ বাবে তাই ক'তো কোনো পধ্যেই দোষ দিব নোৱাৰি। তাইৰ সকলোবোৰ গুণেই ভাল। কিন্তু, তাইৰ বয়স মাত্ৰ বাইশ বছৰ, তেওঁতকৈ ওঠৰ বছৰ সৰু। তেওঁ আশা কৰিছিল যে বিয়াৰ পিছত যেতিয়া তাই গম পাব যে তেওঁ তাইক ডেকা মানুহৰ দৰেই কিমান ভাল পায়, তেতিয়া সেই বাকদত্তা হৈ থকা চুটি কালছোৱাত তাইৰ তেওঁৰ প্ৰতি থকা স্নেহসুলভ শ্ৰদ্ধা প্ৰেমলৈ পৰিণত হব। তায়ে প্ৰথম আছিল, ইয়াৰ আগতে কোনো মহিলাকে তেওঁ ভাল পোৱা নাছিল ।

বৃথা সপোন। প্ৰেম, সঁচা প্ৰেম ; তেওঁৰ পৰিবাৰৰ অন্তৰত তেওঁ সেই প্ৰেম কেতিয়াও জগাই তুলিব পৰা নাছিল আৰু বোধহয় কেতিয়াও নোৱাৰিব। তেওঁক দেখিলে তাই মিটিকিয়াই হাঁহে। বহু ধৰণে তাই প্ৰকাশ কৰে যে তেওঁক তাইৰ ভাল লাগে। কিন্তু সেয়াতো প্ৰেম নহয় ।

তেওঁৰ কষ্ট কম হ'লহেঁতেন, যদিহে বহু কথা এৰি দিয়াৰ

দৰে তেওঁৰ পৰিবাৰৰ জীৱনত ঘটা এটা ঘটনা তেওঁ এৰি দিব পাৰিলেহেঁতেন ।

ওঠৰ বছৰ সকলো উদ্যমেৰে তাই টাইফাচ ৰোগত মৃত্যু হোৱা সেই ডেকা ছাত্ৰজনক ভাল পাইছিল। তেওঁ কথাষাৰ জানিছিল, কিয়নো সেই ল'ৰাটোৰ মৃত্যুশৰ্যাৰ্লৈ তেওঁকেই চিকিৎসক হিচাপে মতা হৈছিল। তেওঁ ইয়াকো জানিছিল যে তাই তাইৰ কোঠাটোত ছুক লগাই অকলে সোমাই থাকি, কাকো দেখা নকৰি আৰু ঘৰটোৰ পৰা ক'লৈকো নগৈ, প্ৰায় পাগলীৰ দৰে হৈছিল। এবাৰ তাই সন্যাসিনী হবলৈও বিচাৰিছিল। সকলোৱে তেতিয়া মৃত্যুৱে পৃথক কৰা সেই ছুগৰাকী প্ৰেমিক-প্ৰেমিকাৰ বাহিৰে আন কথা নেপাতিছিল। ল'ৰাটো তাৰ খুহুতীয়া আৰু নম্ৰ স্বভাৱৰ বাবে সকলোৰে প্ৰিয় আছিল। তাৰ বাবে অনবৰত উচুপি থকা ছোৱালীজনীক নগৰখনৰ আটাইতকৈ ধুনীয়া ছোৱালীবোৰৰ এজনী বুলি কোৱা হৈছিল ।

মানুহ ছমুহক লগ ধৰিবলৈ তাইক মান্তি কৰোঁতে পৰিয়ালটোৰ এবছৰবো বেছি সময় লাগিছিল । তাইৰ ব্যৱহাৰ, বিষাদৰ ভাব আৰু মিছি হাঁহিত সকলো, বিশেষকৈ পুৰুষবোৰ, মুগ্ধ হৈছিল। তাইৰ মৰম পাবলৈ, তাইৰ হেৰোৱা জীৱনৰ পৰা তাইক জগাই তুলিবলৈ, তাইৰ জীৱন-যৌৱন উদ্ধাৰ কৰিবলৈ— সকলোৰে যেন আশা আৰু সপোন আছিল ।

কিন্তু তাই তাইৰ শোককেই আকোৱালি থাকিল। তাইৰ নম্ৰ স্বভাৱৰ স্বত্বেও কিছুমান খিয়লীয়া উৰাবাতৰিও প্ৰকাশ পালে। মৰম আৰু প্ৰশংসাৰ সৃষ্টি কৰে বুলি গম পাই হেনো তাই তাইৰ শোকত গৌৰৱ কৰে। কিন্তু ঈৰ্ষা আৰু আক্ষেপত সৃষ্টি হোৱা এইবোৰ কথা মিছা আছিল। তাইৰ শোক আছিল সঁচা। কেইমাহমানৰ ভিতৰতে চাৰি পাঁচজনমান উপযুক্ত যুৱকৰ বিয়াৰ প্ৰস্তাৱ তাই প্ৰত্যাখ্যান কৰাই ইয়াৰ প্ৰমাণ ।

কিন্তু দুবছৰৰ পিছত, যেতিয়া কোনো যুৱকে প্ৰত্যাখ্যানৰ ভয়ত আৰু প্ৰস্তাৱ দিবলৈ সাহস নকৰিলে, ডাক্তৰ ফ্ৰান্সেস্ক' চিমাই প্ৰস্তাৱ দিলে আৰু লগে লগে ইয়াক গ্ৰহণ কৰা হ'ল।

প্ৰথমে আচৰিত হৈও সকলোৰে ডাক্তৰৰ বিজয়ৰ কাৰণ ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিলে: তাই অঁ বুলি কৈছে কিয়নো ডাক্তৰ আৰু ডেকা হৈ থকা নাই আৰু কোনেও নেভাবিব যে তাই তেওঁৰ প্ৰেমত পৰি বিয়া কৰাইছে— সঁচা প্ৰেম; তাই অঁ বুলি কৈছে কিয়নো সুবিবেচনাৰ মানুহ হিচাবে ডেকা ল'ৰাই আশা কৰা প্ৰেম তেওঁ নিবিচাৰিব আৰু তাই তেওঁক অলপ মৰম, শ্ৰদ্ধা আৰু কৃতজ্ঞতা প্ৰকাশ কৰিলেই তেওঁ সন্তুষ্ট হ'ব।

ই কিমান সঁচা, তেওঁ অলপ দিনতে গম পালে। ই তেওঁক কষ্ট দিলে। তেওঁৰ অনুভূতিবোৰ প্ৰকাশ কৰি হঠাৎ কিবা মন্তব্য তেওঁৰ মুখৰ পৰা ওলায় বুলি তেওঁ অনবৰত সংযমী হৈ থাকিব লগা হ'ল। ডেকা অনুভব কৰিও ভাইৰ শ্ৰদ্ধা হেৰুওৱাৰ ভয়ত তেওঁৰ আবেগ প্ৰকাশ কৰিব নোৱাৰি তেওঁ বৰ যন্ত্ৰণা পাবলৈ ধৰিলে।

মাত্ৰ এগৰাকী মহিলাৰ বাবে তেওঁ সদায় সৰু আছিল। তিনি বছৰৰ আগতে মৃত্যু হোৱা তেওঁৰ বুঢ়ী মাক। কেৱল মাকেহে এই সুন্দৰ পুৱাৰ আনন্দ তেওঁৰ লগত উপভোগ কৰিব পাৰিলেহেঁতেন। মাকক লৰি গৈ লৈ আহিবলৈ তেওঁ এখন্তেকো নৰ'লেহেতেন। ধন্য সেই বুঢ়ী আই! হাতত জপ কৰা মালাডাল লৈ চুক এটাত তেওঁ কুঁচি মুচি থাই বহি তেওঁৰ সকলো ৰোগীৰ বাবে প্ৰাৰ্থনা কৰি থকা তেওঁ দেখিলেহেঁতেন। থিয় বাটটোত বগাই যাওঁতে ডাক্তৰ চিমাই মুৰটো জোকাৰি জোকাৰি ভাবি ভাবি মিচিকিয়ালে, তেওঁৰ ৰোগীবোৰৰ বাবে প্ৰাৰ্থনা কৰোতে সেই দেবীতুল্য বুঢ়ী মাকে তেওঁ বা তেওঁৰ প্ৰশিক্ষণত সমূলি আস্থা দেখুওৱা নাছিল। ধেমালিতে মাকক এবাৰ তেওঁ দোষাৰোপ কৰোঁতে তেওঁ ততালিকে উত্তৰ দিছিল যে

তেওঁ ৰোগীবোৰৰ বাবে প্ৰাৰ্থনা কৰা নাই, তেওঁ ৰোগীবোৰক শুশ্ৰূষা কৰোঁতে ভগবানে যেন তেওঁক সহায় কৰে তাৰ বাবে ভগবানক খাটিছে।

"তাৰ মানে তুমি ভাবা যে ভগবানৰ সহায় নহলে ·····" তেওঁ কবলৈ লৈছিল, কিন্তু মাকে বাধা দি ক'বলৈ নিদিলে।

"তুমি কি কৈছা' ? আমাক সদায় ভগবানৰ সহায় লাগে, সোণ !"

আৰু তেনেদৰেই তাই পুৱাৰ পৰা নিশালৈকে প্ৰাৰ্থনা কৰি গ'ল। মাকক ক্লান্ত নকৰিবলৈ তেওঁ ৰোগীৰ সংখ্যা কম হোৱাটো তেওঁ সদায় আশা কৰিছিল। তেওঁ হুঁ হিঁ ঘূৰি আহিল। মাকলৈ মনত পৰাত তেওঁৰ চিন্তাবোৰ পুনৰ সেই চিলমিলিয়া সপোনৰ ৰাজ্যলৈ ঘূৰি গ'ল, দিনটোৰ মনোৰম পৰিবেশ পুনৰ প্ৰতিষ্ঠিত হ'ল।

হঠাৎ নতুন মালিটোৱে তেওঁৰ ভাবৰ জানিটো চিঙি দিলে।

"মই ইয়াতেই আছো, মহাশয়। আপুনি বহুসময় মোক বিচাৰি আছে নেকি ? "

"মই, ওঁহু···"

"সেইডাল সম্পূৰ্ণ হৈছে···আঠ বজাতেই হ'ল", মালিটো আগ বাঢ়ি আহি ক'লে। টুপীটো খুলি হাতত লোৱাত—তাৰ কপালত বিন্দু বিন্দু ঘামৰ টোপাল জিলিকি উঠিল। "আপুনি যদি চাব খোজে, সেই মঠটোতেই আছে। আমি তালৈ এতিয়াই যাব পাৰোঁ।"

"কি চাবলৈ ?" ডাক্তৰ ব'ল আৰু সুধিলে। "মইতো একো বুজা নাই·········"

"কিন্তু, ডাক্তৰ মহাশয়, সেই মালাডাল !"

"মালা ?"

মালিটোৱেও সমানে আচৰিত হৈ তেওঁলৈ চালে।

"ক্ষমা কৰিব, আজি বাৰ তাৰিখ নহয় জানো ?"

"হয়। কিয় ?"

"আপুনি আজি এডাল মালা লাগিব বুলি পৰহিদিনা আপোনাৰ

লিগিৰীজনীক পঠাইছিল। মনত পৰিছেনে ?"

"মই, বাৰ তাৰিখৰ বাবে, অঁ, হয় হয়," মনত পৰাযেন দেখুৱাই ডাক্তৰে ক'লে, "হয়, মইয়ে তাইক পঠিয়াইছিলো।"

"গোলাপ আৰু বেঙুনীয়া ফুলেৰে, মনত পৰা নাই জানো ?" ডাক্তৰৰ অন্যমনস্ক ভাব দেখি মিচিকিয়াই হাঁহি মাৰি মালিটোৱে ক'লে। "আজি আঠ বজাতেই হ'ল। আহক, চাবহি।"

ভাগ্যভাল যে মালিটোৱে তেওঁৰ আগে আগে খোজ কাঢ়ি গৈছিল। সেয়েহে, বিমৰ্ষ আৰু হতভম্ব হৈ যন্ত্ৰৰ দৰে আগবাঢ়ি যোৱা ডাক্তৰ টিমাৰ হঠাৎ পৰিবৰ্তন হোৱা মুখখন সি দেখা নাছিল।

এদাল মালা। তেওঁৰ পৰিবাৰে নিশ্চয় মনে মনে মালাডাল গাঠিবলৈ দিছিল। আজি বাৰ তাৰিখ, সেই ল'ৰাটোৰ মৃত্যুবাৰ্ষিকী, তিনি বছৰৰ পিছতো এতিয়াও এনে শোক ? তেওঁ বিয়া কৰোৱাৰ পাছত, এতিয়াও তাই এদাল মালা মনে মনে পঠাব বিচাৰে। তাই ইমান নম্ৰ, ইমান ভীৰু অথচ ইমান সাহসী ! তাৰমানে এতিয়াও তাই তাক ভাল পায় ! তাৰ স্মৃতি তাই আজীৱন বুকুত কঢ়িয়াই ফুৰিব নেকি ? কিয় তাই তেওঁক বিয়া কৰালে ? কিয়, যদি—তাইৰ হিয়াখন তাৰেই হৈ আছিল আৰু সদায় থাকিব ? কিয় ? কিয় ? কিয় ?

খোজকাঢ়ি গৈ থাকোঁতে তেওঁ ভিতৰে ভিতৰে জ্বলি উঠিছিল। তেওঁ নিজে সেই মালাডাল চাব বিচাৰে, হয়, তেওঁৰ পৰিবাৰ ইমান বিশ্বাসঘাটক হব পাৰে বুলি বিশ্বাস কৰাৰ আগতে তেওঁ নিজ চকুৰে সেইডাল চাব।

বেৰাত ভেজা দি ৰখা লোহাৰ টেবুলখনৰ ওপৰত সেইডাল দেখিয়া তেওঁ দেখিলে, তেওঁৰ এনে লাগিল যেন সেইডাল তেওঁৰ উদ্দেশ্যেই গঁঠা হৈছিল আৰু তাতেই থিয় হৈ তেওঁ বহু সময় সেইডাললৈ চাই থাকিল।

তেওঁৰ নীৰৱতাক শলাগৰ প্ৰকাশ বুলি মালিটোৱে ভুল কৰিলে।

"ধুনীয়া নহয়নে? ৰাতিপুৱাই চিঙা সকলোবোৰ সজীৱ গোলাপ আৰু বেঙুনীয়া ফুল। এশ লায়াৰ, ডাক্তৰ! সেই সৰু সৰু বেঙুনীয়া ফুলবোৰ এটা এটাকৈ গুঠিবলৈ কিমান পৰিশ্ৰম কৰিব লাগে আপুনি জানেনে? আৰু এই গোলাপবোৰ! শীতত পোৱাই নেথায় আৰু বতৰ হ'লেই সকলোকে লগা হয়। এশ লায়াৰতো একোৱেই নহয়। ইয়াৰ মূল্য আৰু একুৰি মান বেছিয়েই হ'ব।"

ডাক্তৰে কিবা কৰলৈ বিচাৰিলে, কিন্তু তেওঁ বাকৰুদ্ধ হৈ ৰ'ল তেওঁৰ ওঁঠ কেইটাত পুতৌলগা মিচিকি হাঁহি এটা বিৰিঙি উঠিল আৰু অৱশেষত তেওঁ তেওঁৰ সংযম ঘূৰাই আনিবলৈ সফল হ'ল। "মই এইডালৰ বাবে দাম দিম, এশ লায়াৰ—বৰ কম হৈছে। গোলাপ আৰু বেঙুনীয়া ফুল। লোৱা এই এশ আৰু একুৰি।"

"ধন্যবাদ, ডাক্তৰ মহাশয়", পইচাখিনি লগে লগে লৈ মালিটোৱে ক'লে। "মই ভাবো, ইয়াৰ মূল্য উচিত হৈছে।"

"এইডাল ইয়াতেই ৰাখা", পইচাৰ বেগটো পুনৰ পকেটত ভৰাই ডাক্তৰে ক'লে, "লিগিৰীজনী আহিলে, তাইক দিব নেলাগে। মই নিজেই আহিম।"

মঠটোৰ পৰা ওলাই তেওঁ সেই একা বেঁকা বাটেৰে তললৈ নামি গ'ল। যেতিয়াই তেওঁ কোনেও নেদেখা ঠাইত অকলশৰীয়া হৈ পৰিল, তেওঁ ৰ'ল আৰু হাত দুখনৰ মুঠিকেইটা টানকৈ মাৰি ধৰিলে, তেওঁৰ মুখখনত কন্দা কন্দা হাঁহিৰ ভাব, "আৰু সেইজন মই যি ইয়াৰ মূল্য দিব লগা হ'ল!"

তেওঁ কি কৰিব এতিয়া? তাইক দুখ লগাকৈ একো নকৈ মাকৰ ঘৰত থৈ আহিব নেকি? তাই তেনে ব্যৱহাৰেই পাব লাগে। যাওক, তাই সেই মৰা ল'ৰাটোৰ বাবে আঁতৰত কান্দি থাককগৈ।

সিজন মানুহক অন্য একো নহলেও অন্ততঃ সন্মান দেখুওৱাটো তাইৰ দায়িত্ব, সেইজন সাধু পুৰুষৰ অন্তৰৰ লগত তাই খেলা কৰিব নেলাগে। মৰমো নাই, সন্মানো নাই। ডেকা মানুহবোৰক প্ৰত্যাখ্যান কৰি তাই তেওঁক গ্ৰহণ কৰিলে, কাৰণ তেওঁ বৃদ্ধ আৰু তাই নিশ্চিত আছিল যে তেওঁ তাইৰ মৰম দাবী কৰিবলৈ সপোনতো নেভাবিব। পকা দাড়িকোছাৰে তেওঁ তাইৰ শোকৰ প্ৰতি চকু মুদি থাকিব। এজন বুঢ়া মানুহে একোতে আপত্তি কৰিব নোৱাৰে। সেয়েহে তাই টেঙৰালি কৰি মালা এডাল পঠাব খুজিছিল। এতিয়া যিহেতু তাই বিবাহিতা, তাই নিজেই যোৱাটো অন্ততঃ উচিত বুলি ভবা নাই। তথাপিও তাইৰ চকুত তাইৰ স্বামী যিমানেই বুঢ়া নহওক লাগে, তাই কথাবোৰ বহু আগবঢ়াই নিছে। তাইৰ অমৰ প্ৰেমৰ সাক্ষী হিচাপে লিগিৰীজনীক পঠিয়াই মালা এডাল গঁঠাবলৈ দিলে আৰু সেই লিগিৰীজনীয়ে মালাডাল বোধহয় সেই ল'ৰাটোৰ সমাধিলৈ লৈ গ'লহেঁতেন।

সেই ল'ৰাটোৰ মৃত্যু কিমান অন্যায় আছিল! সি জীয়াই থকা হ'লে, সি প্ৰাপ্তবয়স্ক হৈ জীৱনৰ সৰু সৰু ঘাতপ্ৰতিঘাতৰ লগত পৰিচিত হৈ উঠা হ'লে আৰু তাৰ মৰমৰ প্ৰেয়সীক বিয়া কৰোৱা হ'লে, তাই সোনকালেই গম পালেহেঁতেন যে ওঠৰ বছৰ বয়সত খিৰীকিৰে প্ৰেম কৰা এটা কথা আৰু প্ৰতিদিনৰ কঠোৰ সত্যতাৰ সন্মুখীন হোৱাটো আন এটা কথা; যেতিয়া প্ৰথম আগ্ৰহ নোহোৱা হ'ব আৰু দৈনন্দিন জীৱনৰ ভাগৰবোৰে কাজিয়াৰ সৃষ্টি কৰিব। তেতিয়াই ডেকা স্বামী এজনে আমনি পাবলৈ ধৰে, আৰু তেওঁ পৰিবাৰৰ প্ৰতি অবিশ্বাসী হবলৈ ধৰে। ইচ, যদিহে তাইৰ সেই ল'ৰাটোৰ লগত এনেধৰণৰ অভিজ্ঞতা হ'লহেঁতেন, তেনেহলে বোধহয় এই বৃদ্ধটো—

তেওঁ হাতৰ মুঠিটো ইমান জোৰে ধৰিছিল যে নখবোৰে হাতৰ পতা দুখনত বিন্ধিবলৈ লৈছিল। কঁপি কঁপি থকা নিজৰ শেঁতা

হাত ছুখনৰে চাই তেওঁ কিছু স্থিৰ হ'ল। তেওঁৰ প্ৰথম আঘাত উপশম হ'ল। খৰ লাগি চাই তেওঁ তাতেই ৰৈ থাকিল আৰু অলপ পিছত আঁতৰত বেঞ্চ এখন দেখি ঠৰঙা লাগি আগবাঢ়ি তাত বহি পৰিল।

মুঠতে এই বৃদ্ধই এজন ডেকা যুবকৰ দৰে কিবা কৰিবলৈ ইচ্ছা কৰা নাই জানো— এটি অপ্ৰীতিকৰ ঘটনা কৰিবলৈ— এটি দৃশ্য সৃষ্টি কৰিবলৈ? তেতিয়া তেওঁক তাই কিয় গ্ৰহণ কৰিলে তাৰ যুক্তি বিচাৰি বিচাৰি একগোট কৰা সকলে ক'ব, "চিঃ চিঃ। কিহৰ বাবে? মাত্ৰ এডাল মালা? কিয় নপঠাব? এই বাৰ তাৰিখটোত তাইতো সদায়ে এডালকৈ মালা পঠিয়াই থাকে, মাত্ৰ এই নতুন মালিটোৱে নেজানে। এই বছৰো তাইৰ মনত পৰিছে, যিহেতু ডাক্তৰে তাইক পাহৰাব পৰা নাই। নিশ্চয় তাইৰ ভুল হৈছে, কিন্তু তাইৰ অন্তৰৰ লগততো যুক্তি নেখাটে। আৰু ল'ৰাটোতো মৰিলেই!"

পৰিণতি এনে ধৰণৰেই হ'ব।

তেনেহলে তেওঁ কি কৰা উচিত? এৰি দিব নেকি? নে তেওঁ একো নজনাৰ ভাও জুৰিব? তাইৰ লগত যুঁজিবলৈকে এৰি থৈ অহা মালাডাল লিগিৰীজনী আহিলে দি দিবলৈ ঘূৰি গৈ মালিটোক ক'ব নেকি?

নাই। সেয়া ঠিক নহ'ব। তেনে কৰিলে মালিটোৰ পৰা পইচাখিনি ঘূৰাই লৈ মালিটোক তেওঁৰ বিশ্বাসত লব লাগিব।

তেনেহলে কি কৰিব? ঘৰলৈ ঘূৰি গৈ কিছুমান অৰ্থকাৰী ব্যাখ্যা বিচাৰিব নেকি? পৰিবাৰৰ খৰা পৰা টেঙৰালিবোৰ লৈ তাইৰ সন্মুখীন হ'ব নেকি? নে শাস্তি দিব তাইক? কি নিন্দনীয় এই কথাবোৰ কি অৰুচিজনক!

সঁচাকৈ ই বৰ গুৰুতৰ। পৰিবাৰৰ তেওঁৰ প্ৰতি থকা প্ৰকৃত অনুভূতিবোৰ প্ৰকাশ হ'লে ঠাট্টা-মস্কৰা সৃষ্টি হ'ব, সেইবোৰৰ বাবেই গুৰুতৰ। তেওঁ নিজকে সংযত কৰিব লাগিব আৰু আনে পৰিপক্ক

বুলি ভবাৰ পিচত নিজে আৰু ডেকা অনুভৱ কৰি ভাল নেলাগে বুলি বুজিব লাগিব। এটা ডেকাল'ৰাই বোধহয় এটি দৃশ্য সৃষ্টি কৰিলেহেঁতেন, কিন্তু এই বয়সত তেওঁ তেওঁৰ পৰিবাৰৰ শ্ৰদ্ধা আন প্ৰকাৰে লাভ কৰিব লাগিব।

তেওঁ থিয় হ'ল। এতিয়া তেওঁ সম্পূৰ্ণ শান্ত, তথাপিও এক অমনোযোগী ভাব তেওঁৰ আছিল। চৰাইবোৰে বাগিছাখনত কিৰিলিয়াই ফুৰিছে যদিও অলপ আগৰ সেই হৰ্ষ ক'ত?

ক্ৰান্সেস্ক' চিমাই বাগিছাখনৰ পৰা ওলাই আহি ঘৰলৈ বুলি বাট ল'লে। নিজৰ ঘৰৰ দুৱাৰদলি পোৱাৰ লগে লগে তেওঁৰ সেই শান্ত ভাব পুনৰ নোহোৱা হ'ল। হঠাৎ প্ৰায় শ্বাসৰুদ্ধ হৈ এনেদৰে কঁপা কঁপা ভৰিহুখনেৰে তেওঁ ইমান বাট কেনেকৈ আহিল ভাবিলে। তেওঁৰ পৰিবাৰক লগ পোৱাৰ ভাব··· তাই বোধহয় আনদিনাতকৈ আজি বেছি শোকাকুল হৈ আছে। কিন্তু তাই বোধহয় সেই শোক কেনেদৰে লুকুৱাই ৰাখিব লাগে জানে। তেওঁ তাইক ভাল পায়······ইচ ইমান ভাল পায়। অন্তৰৰ গভীৰ কোণত তেওঁ জানিছিল যে তাই সেই প্ৰেম লাভ কৰা উচিত। কিয়নো তাই ভাল, তাইৰ লাহী শৰীৰটোৰ ত্ৰুটিহীন গঠন, তাইৰ ক'লা চকুযুৰিৰ গভীৰতা আৰু তাইৰ মুখৰ মলিনতা, সকলোবোৰেই কয়—তাই ভাল।

লিগিৰীজনীয়ে দুৱাৰখন মেলিলে। তাইক দেখিয়েই তেওঁৰ ভাববোৰৰ খেলি মেলি হ'ল, কিয়নো এই লিগিৰীজনীয়েই সেই গোপন কামটো সিদ্ধি কৰিবৰ বাবে এক প্ৰকাৰ সঙ্গী আছিল। তেওঁৰ পৰিবাৰৰ পৰিয়ালটোক তাই বহুদিন সেৱা কৰি আহিছিল আৰু এতিয়াও পৰিবাৰৰ বিশ্বাসী সেৱিকা, গতিকে তাই খুব সম্ভৱ কেতিয়াও এই বিষয়ে একো কথা নকয়। তেওঁ এতিয়া কি কৰিব পাৰে, তাই নিশ্চয় অনুমান কৰিব বা বুজিব পৰা নাই। যি কি নহওক

তাই পৰিয়ালৰ এজন নহয়। তেওঁ এই কথা মাত্ৰ তেওঁ আৰু পৰিবাৰৰ মাজতে গোপনে ৰাখিব খোজে।

তেওঁ পোনে পোনে তেওঁৰ পৰিবাৰৰ কোঠালৈ গ'ল। আয়না খনৰ সমুখত তাই চুলি আচুৰি থকা তেওঁ পালেগৈ। ওপৰলৈ ডাঙি থোৱা হাতছখনৰ কাকেকে তাইৰ মুখখন তেওঁ দেখিলে, তেওঁক হঠাতে এনে সময়ত দেখি তাইৰ মুখত এক আশ্চৰ্যৰ ভাব প্ৰকাশ হৈছিল।

"মই ঘূৰি আহিলো", তেওঁ ক'লে, "মোৰ লগত অলপ ওলাই যাবলৈ তোমাক নিবলৈ।"

"এতিয়াই?" হাত দুখন তললৈ নমোৱাকৈ ঘূৰি চাই শুকান হাঁহি এটা মাৰি সুধিলে, মৰমলগা কিচকিচিয়া কোমল ক'লা চুলি কোছা তাইৰ মূৰৰ ওপৰত শিথিলভাবে থূপ খাই আছিল।

তাইৰ শুকান হাঁহিটোৱে তেওঁক ইমান ব্যতিব্যস্ত কৰিছিল যে তেওঁৰ চকুৰ পানী ওলাবলৈ উপক্ৰম হৈছিল। সেই হাঁহিটোৱে যেন পুতৌ কৰিছে—তেওঁক, তাইৰ প্ৰতি থকা তেওঁৰ প্ৰেমক আৰু তাইৰ নিজৰ শোকক।

"হয় এতিয়াই", তেওঁ উত্তৰ দিলে। "বাহিৰত বৰ ধুনীয়া হৈছে। সোনকালে কৰা। আমি সেই সৰু বাগিছাখনলৈ গৈ তাৰ পিছত গাঁৱৰফালে যাম। আমি গাড়ী এখন ল'ম।"

"কিয়?" প্ৰায় ক'ব নোৱাৰাকৈয়ে তাই সুধিলে, "আজি কিয়?"

প্ৰশ্নটোৱে তেওঁৰ অন্তৰৰ প্ৰকৃত ভাববোৰ প্ৰকাশ কৰি দিব পাৰে বুলি তেওঁ ভয় খাইছিল। তেওঁৰ মাতটো শান্ত কৰি ৰাখিবলৈ তেওঁ—প্ৰায় নিজৰ লগতো যুঁজিব লগা হৈছিল।

"তুমি আজি যাব নোখোজা নেকি?" তেওঁ সুধিলে, "তোমাৰ কাৰণে ভাল হব। সোনকালে কৰা। মোৰ লগত তুমি যোৱাটো মই বিচাৰোঁ।" দুৱাৰখনলৈ আগবাঢ়ি গৈ পুনৰ ঘূৰি তেওঁ ক'লে, "মই অফিচতে তোমাৰ বাবে বৈ থাকিম।"

অতি কম সময়তে তাই সাজু হ'ল। তেনে সকলো কামেই তাই তেওঁৰ ইচ্ছা অনুসৰি সদায় কৰে, মাত্ৰ য'ত তাইৰ অন্তৰৰ কথা নাই আৰু যিখন অন্তৰৰ ওপৰত তেওঁৰ কোনো প্ৰভাৱ নাই। তাই মাত্ৰ ক্ষীণ প্ৰতিবাদ এটা কৰিছিল : 'আজি কিয় ?' তথাপি আজিও, ইমান শোকাতুৰ হৈও, তাই তেওঁৰ বাধ্য হ'ল, আৰু তেওঁ য'লৈকে ইচ্ছা কৰিছিল সেই গধূলিকালে যাবলৈ সাজু হ'ল।

তেওঁলোক ওলাই গৈ নগৰখনৰ মাজেৰে কিছু দূৰ খোজকাঢ়ি গ'ল। তাৰ পিছত তেওঁ এখন গাড়ী ভাড়া ল'লে আৰু গাড়ীৰ চালকক সেই বাগিছাখনত ৰ'বলৈ ক'লে। পৰিবাৰক কিছুসময় অপেক্ষা কৰিবলৈ কৈ তেওঁ খোজকাঢ়ি ওলাবলৈ গ'ল।

পিছে পিছে মালিটো আৰু আগে আগে তেওঁ মালা এডাল লৈ নামি অহা দেখি তাই ত্ৰাসত প্ৰায় মূৰ্চ্ছা যোৱা যেন হ'ল। কিন্তু তেওঁৰ চাৰমিটোৱে তাইক কিছু উৎসাহ দিলে।

"ৰবিশালিলৈ ব'লা।" গাড়ীখনত জপিয়াই উঠি তেওঁ চালকক নিৰ্দেশ দিলে—

গাড়ীখন চলিবলৈ ধৰাৰ লগে লগে তাই কান্দি দিলে আৰু তাইৰ ৰুমালখনেৰে মুখখন ঢাকি ধ'ল।

"নেকান্দিবা" তেওঁ কোমলকৈ ক'লে, "মই এই বিষয়ে ঘৰত একো ক'ব খোজা নাছিলো আৰু মই এতিয়াও একো ক'ব নোখোজো। অনুগ্ৰহ কৰি নেকান্দিবা। এইবোৰ হঠাৎ ঘটিল। মই বাগিছাখনলৈ ফুৰিবলৈ আহিছিলো, আৰু মালিটোৱে মোৰে মালাডাল গাঠিবলৈ দিয়া বুলি ভাবি মোক ক'লে। আৰু নেকান্দিবা। আমি দুয়ো একেলগে গৈ এইডাল তাত দি থৈ আহিমগৈ।"

ৰবিশালিখনৰ জপনাৰ সন্মুখত গাড়ীখন ৰখালৈকে তাই তাইৰ মুখখন ৰুমালেৰে ঢাকি থৈছিল।

গাড়ীৰ পৰা নামিবলৈ তেওঁ তাইক সহায় কৰি দিলে, তাৰ

পিছত মালাডাল তুলি লৈ তাইৰ লগতে তেওঁ খোজ কাঢ়ি গ'ল।

"আহাঁ", তেওঁ ক'লে আৰু বাওঁফালৰ প্ৰথম বাটটোৰে গৈ শাৰী শাৰীকৈ থকা প্ৰতিটো কবৰ চাই গ'ল।

এই বাটটোৰে একেবাৰে শেষৰটো এৰি তাৰ আগৰটোৱেই এইটো কবৰ। টুপীটো খুলি তেওঁ মালাডাল সমাধিটোত থ'লে আৰু কেইখোজমান পিচুৱাই আহি তাইক প্ৰাৰ্থনা কৰিবলৈ তেওঁ কিছু সময় দি ৰ'ল। কিন্তু তাই নিৰবে বৈ থাকিল, চকু দুটাত কুমালখন এতিয়াও হেচাঁমাৰি থোৱা আছিল। সেই মৃত ল'ৰাটোৰ বাবে তাইৰ কোনো ভাব নাই, এটোপা চকু পানীও নাই। হঠাৎ নিজে হেৰাই যোৱাৰ দৰে তাই ঘূৰি তাইৰ স্বামীলৈ এনেদৰে চালে যে তেনেদৰে তাই কেতিয়াও তেওঁলৈ চোৱা নাছিল।

"মোক ক্ষমা কৰা! মোক ক্ষমা কৰা, ফ্ৰান্সেস্ক'! মোক ঘৰলৈ লৈ ব'লা," তেওঁৰ বাহুত ওলমি তাই কান্দিবলৈ ধৰিলে!

# মেক্সিম গৰ্কী

( ১৮৬৮—১৯৩৬ )

আচল নাম এলেক্সি পেশ্‌কভ। 'জাৰ' শাসিত ৰুছিয়াৰ অত্যাচাৰ-উৎপীড়নৰ বিৰুদ্ধে খাটি খোৱা মানুহৰ সপক্ষে নিজৰ অভিজ্ঞতা লিপিবদ্ধ কৰিবলৈ নাম লৈছিল 'গৰ্কী'—অৰ্থাৎ তিক্ত বা তিতা।

একেধাৰে ঔপন্যাসিক, গল্পকাৰ, সমালোচক, কবি, চিত্ৰকৰ, জনসংগঠক. তথা বিপ্লৱী কৰ্মী। সাম্যবাদী চেতনাৰ অন্যতম শ্ৰেষ্ঠ লেখক তথা নিপীড়িত বিশ্বৰ সৰ্বশ্ৰদ্ধেয় সাহিত্যিক।

# নাইটিংগেল

কাজান আৰু কজলভ্‌কাৰ পথত পেডেল ভাপনাওখন গৈ আছিল।

ভল্গাৰ পৰিবেশ তেতিয়া শান্ত আৰু সজীৱ। সন্ধিয়া নামিব ধৰিছিল। লিলাক ফুল বৰণীয়া কুঁৱলীয়ে পাৰৰ পাহাৰবোৰ সাবটি ধৰিছিল। আনটো পাৰত ঘাঁহনি পথাৰত হোৱা বানপানীয়ে পাহাৰটোকে যেন ঠেলি নি দিগন্তৰ কাষ চপাই দিছিল। অৰ্ধ প্লাবিত সৰু সৰু সেউজীয়া গছ গছনিবোৰ সৰু সৰু দ্বীপৰ দৰে পানীৰ মাজত থিয় দি আছিল। গছৰ সজীৱ পাতবোৰৰ সুগন্ধিৰে সুবাসিত সেমেকা গধূৰ বতাহৰ মাজেৰে ভাপ নাওখনৰ নিস্তেজ পেডেলে শব্দ কৰিছিল। আগবাঢ়ি যোৱাৰ লগে লগে নাওখনে পিছলৈ ঠেলি থৈ যোৱা ফেনিল পানীবোৰ ঢৌৱে কোবাই দুয়ো পাৰত লগাইছিলগৈ। সন্মুখত সূৰ্যাস্তৰ হেঙ্গুলী বৰণ। নাওখনৰ পিছফালটো যেন ইতিমধ্যেই অন্ধকাৰে গ্ৰাস কৰি পেলাইছিল। ক'লা আকাশৰ অ'ত ত'ত দুই এটা তৰাই ভুমুকিয়াইছিল।

এদল প্ৰথম শ্ৰেণীৰ যাত্ৰী কঢ়িয়াই নিয়া নাওখনৰ মুকলি ডে'ক নদীখনে সৃষ্টি কৰা গোমা পৰিবেশটোৱে যেন গ্ৰাস কৰি পেলাইছিল। নাওখনত চাৰিজন যাত্ৰী আছিল। এজন বৃদ্ধ—গোটেই মুখখন দাড়িৰে আবৃত, ওখ আৰু হেলনীয়া টুপীৰ। তেওঁৰ কাষতে ধূসৰ শাল এখন লৈ বহি থকা গাভৰুগৰাকীয়ে তেওঁৰ নীলা চকু যুৰিৰে তন্দ্ৰালসভাৱে পাৰৰ গছ-বননিৰে আবৃত পাহাৰবোৰলৈ চাই গৈছিল। একেখন বেঞ্চতে অলপ আঁতৰত আন এক দম্পতি বহি আছিল। ভদ্ৰলোকে ধূসৰ বৰণৰ এটা অ'ভাৰকোট পৰিধান কৰিছিল আৰু

মহিলা গৰাকী আছিল বহল ঠেকুৰ সুগঢ়ী। ভদ্ৰলোক বৰ অধীৰ হৈ থকা যেন লাগিছিল। মহিলা গৰাকী কিন্তু অত্যন্ত ধীৰ-স্থিৰ হৈ বেঞ্চত আউজি প্ৰস্তৰ মূৰ্তিৰ দৰে নিথৰ হৈ বহি আছিল। বৃদ্ধই দুই হাতেৰে লাখুটিডাল মুঠি মাৰি ধৰি মুঠিটোত থুঁতৰিটো থৈ আগলৈ হাউলি একে থৰে ডেকৰ পাৰটোলৈ চাই আছিল।

কেউজন যাত্ৰীয়েই নীৰৱ। নাওখন কঁপি কঁপি আগবাঢ়িছিল। তলত ক'ৰবাত কাঁহী-বাটিৰ খুটুং-খাটাং শব্দ, হাঁহি খিকিন্দালি, খোজৰ শব্দ, কাৰোবাৰ গানৰ কলি এই সকলোবোৰ মিলি এক ঐক্যতানৰ সৃষ্টি হৈ বতাহত ভাঁহি আহিছিল।

"ঠাণ্ডা পৰিছে নহয় নে? আমি কেবিনলৈ যোৱাটো উচিত নহব নে?" বৃদ্ধই মূৰ তুলি সুধিলে।

এনে সময়তে কাৰোবাৰ গধূৰ হিয়া ভেদ কৰি নিৰ্গত হৈ অহা এক গভীৰ হুমুনিয়াহৰ দৰে এটা আচৰিত আৰু কৰ্কশ সুহুৰি সুদূৰৰ পৰা বতাহত ভাঁহি অহা শুনা গ'ল। যাত্ৰী কেইজনে মূৰ তুলি চালে।

"এটা নাইটিংগেল চৰাই", বৃদ্ধই হাঁহি মাৰি কলে।

"অলপ সোনকালেই শুনা গ'ল নহয় নে?"

"আমি অলপ পৰ বৈ শুনোচোন দেউতা!" গাভৰু গৰাকীয়ে প্ৰস্তাৱ দিলে।

"তুমি বোৱা, তোমাৰ ইচ্ছা। তেওঁলোকৰো আপত্তি নাই।" তেওঁ ক'লে? "কিন্তু মই যাম, অন্ততঃ নাইটিংগেল মোৰ নহয়.........।" কথাষাৰ অসম্পূৰ্ণ কৰিয়ে বৃদ্ধ পুনৰ বহি পৰিল।

নাইটিংগেলৰ মন উতলাই তোলা আনন্দ মধুৰ সুৰে বতাহ কঁপাই তুলিলে। গানটো ইমান ক্ষীপ্ৰভাৱে ওপৰা-উপৰিকৈ নিৰ্গত হৈছিল যে, গানটো গাবৰ কাৰণে চৰাইটোৰ যেন অতি কম সময়হে আছিল। অন্তৰৰ পৰা ওলাই অহা গধূৰ আৰু দুটা হুমুনিয়াহে ভাঁহি অহা সুৰটোত ব্যাঘাত জন্মালে। সুৰটোৰ ছন্দ পতন

এনেদৰে ঘটিল যেন গায়কে নিজৰ সুৰটোক আকৌ খেপিয়াব লগা হ'ল।

নাওখনৰ পৰিবেশ সম্পূৰ্ণ নিস্তব্ধ হৈ গ'ল। নাৱৰ পেডেলৰ নিস্তেজ শব্দৰ বাহিৰে আৰু একো শুনা নগল।

পুনৰ সেই সুৰটো ভাঁহি আহি নৈখন আৰু যাত্ৰীসকলক সুৰৰ মাজত ডুবাই দিলে। গাভৰু গৰাকীয়ে তন্দ্ৰামগ্ন হৈ মিচিকিয়ালে। বিবাহিতা মহিলা গৰাকীৰ মুখত পৰিস্ফুট কঠোৰতাৰ চাৰনিটো ক্ৰমে এৰাই গ'ল। বৃদ্ধাই হুমুনিয়াহ কাঢ়িলে। ক'লে, সেয়াই প্ৰকৃতিৰ খেয়াল। বনৰ সাধাৰণ চৰাইটোক দিয়া হৈছে এনে এক অপূৰ্ব কণ্ঠ......আৰু এই গাইজনী ইমান প্ৰয়োজনীয়, তথাপি তাই অশ্ৰাব্য আৰু একমাত্ৰ স্বৰেৰে হেম্বেলিয়াবহে পাৰে। জীৱন আৰু প্ৰকৃতিত কুৎসিৎ বস্তুবোৰহে উপকাৰী। অন্তৰস্পৰ্শী সৌন্দৰ্য আৰু আনন্দৰ গৰাকীক মানুহে সদায়ে অপ্ৰয়োজনীয় ৰূপেহে পায়।"

"দেউতা, কথা নকবাচোন..... মই একো শুনা নাই", গাভৰুৱে ব্যস্তভাৱে ক'লে। বৃদ্ধাই হাঁহি মাৰি ঠাট্টাৰ সুৰত ক'লে, কিন্তু তুমি মানিবই লাগিব যে গাইজনীয়ে নাইটিংগেলৰ দৰে গাব পাৰিলে নিশ্চয় কাৰো একো হানি নহলহেঁতেন—নহয়নে ?"

"দেউতা মনে মনে থাকা," গাভৰুৱে প্ৰায় চিঞৰিয়ে ক'লে।

"ঠিক আছে... ঠিক আছে...মই মনে মনে থাকিম! কিন্তু সিওতো মনে মনে থাকিল...সেই অসংলগ্ন প্ৰেমৰ গীতটো...তোমাৰ মন ভৰিলনে ? এতিয়া আমি কেবিনলৈ যাব পাৰিম নে ?"

"আমি ইয়াতেই আৰু অলপ সময় বহোঁ," বিবাহিতা মহিলা গৰাকীয়ে লাহেকৈ ক'লে।

"নাইটিংগেলটোৱে তেতিয়াও গায়েই আছিল। কিন্তু তাৰ গীতৰ সুৰটো ক্ৰমে ক্ষীণ হৈ প্ৰায় নুশুনা হৈ গৈছিল। সূৰ্যাস্তত একুৰা জুই জ্বলি শেষ হৈ যোৱাৰ দৰে শেষ হৈ গৈছিল। ভলগাৰ

পানীবোৰ আন্ধাৰত গোটমাৰি যোৱাৰ নিচিনা দেখা গৈছিল। জোনটো লাহে লাহে উঠি আহিছিল আৰু পাৰৰ পাহাৰবোৰে শান্ত সমভূমিত ক'লা ছাঁৰ আচ্ছাদন তৰিছিল। পাহাৰৰ কন্দৰ এটাত জ্বলি উঠা একুৰা বনজুয়ে নদীৰ ঢৌত হেঙুলীয়া ফিৰিঙতিৰ সৃষ্টি কৰিছিল। সঁচাকৈয়ে পৰিবেশ বেছ শান্ত আৰু মনোৰম আছিল।

নাইটিংগেলৰ গীতটো হঠাৎ থমকি ৰ'ল... ।

নাবিক এজন ডেকলৈ উঠি আহিল। চুক এটাত অলপ সময় খচ্‌মচাই বৈ তেওঁ টুপীটো খুলি ল'লে আৰু যাত্ৰীসকলক উদ্দেশ্য কৰি ক'লে," আপোনালোকে নাইটিংগেলৰ গীত শুনিবলৈ ভাল নেপাব নহয় জানো ?" কিবা কাৰণত তেওঁ কথাষাৰ এক আঁভজা আৰু বিকৃত ৰূপত সুধিলে।

"সেইটো আকৌ কি কথা", বৃদ্ধই তিৰ্যক দৃষ্টিৰে একপ্ৰকাৰ কৰ্কশ ভাৱেই সুধিলে।

"নাইটিংগেল···যদি আপোনালোকে ইচ্ছা কৰে ইয়াতে এটা ল'ৰা আছে · সি হুবহু নাইটিংগেলৰ দৰে গাব পাৰে ·· ভগৱানৰ শপত।" বৃদ্ধৰ তীক্ষ্ণ দৃষ্টিৰ পৰা এৰাই নাৱিকজনে যেন বুজাবলৈ ধৰিলে।

"তাক মাতকচোন।" বিবাহিতা মহিলাগৰাকীয়ে ক'লে। তেওঁৰ কাষৰ ভদ্ৰলোকে উচপিচাবলৈ ধৰিলে।

"প্ৰয়োজন আছে জানো, নীনা ?" মুখ বিকটাই তেওঁ সুধিলে। গাভৰুজনীয়ে বহল চকুযুৰিৰে নাবিকলৈ চাই থাকিল।

"মই তাক মাতোনে ?" নাৱিকে পুনৰ সুধিলে। "হয় মাতক, মইতো আপোনাক কৈছোৱেই," মহিলাগৰাকীয়ে প্ৰায় খঙেৰেই ক'লে।

"সি নিজেই আহিব," এনেদৰে কৈ নাবিকজন আঁতৰি গ'ল।

"এইবোৰ কি হৈছে চয়তানেহে জানে !" চেলাউৰীযোৰ কোঁচাই বৃদ্ধই কবলৈ ধৰিলে। "এটা ল'ৰা—যি নাইটিংগেলৰ দৰে সুহুৰিয়াম

পাৰে। আমিতো তাক স'চা বুলি শুনিলোৱেই... আৰু আমাৰ এজন তাৰ সুৰ শুনি দাৰ্শনিকেই হৈ পৰিল। বনৰীয়া চৰাই এটা," এই বনৰীয়া চৰাইটোৱে তেওঁক ইমান বিবুদ্ধিত পেলোৱাৰ বাবে তেওঁ ককৰ্থনা কৰি কৈ গ'ল।

প্ৰায় চৈধ্য বছৰীয়া ল'ৰা এটা ডে'কলৈ উঠি আহিল। সি জেকেট আৰু চুঙা লংপেণ্ট পিন্ধি আছিল। মুখখন আৱৰি ধৰা টুপী এটা অলপ বেঁকাকৈ সি মূৰত সুমুৱাই ৰাখিছিল। তাৰ কঁফ গাল দুখন, চাল-চলন, ভোটোকা চুটি আঙুলিবোৰ আৰু ব'দত বং গৈ হালধীয়া হোৱা চুলিকোছাই তাক সম্পূৰ্ণ গাঁৱলীয়া বুলি চিনাকি দিছিল। দলটোৰ কাষ চাপি তাৰ টুপীটো খুলি সামান্য হাউলি, সি যাত্ৰীসকলক সম্ভাষণ জনালে আৰু ঘনে ঘনে তাৰ টুপীটো টানি টানি পোনাবলৈ ধৰিলে। যাত্ৰীকেইজনেও তাক নিৰীক্ষণ কৰিলে। তাৰ ধোঁৱা বৰণীয়া চকুযুৰিয়ে সাহসেৰে যাত্ৰীকেইজনলৈ চাই পঠিয়ালে।

"আপোনালোকে মোক সুহুৰিয়াবলৈ কয় নে ?" সি সুধিলে।

"এতিয়া তয়ে নাইটিংগেলৰ দৰে সুহুৰিয়াইছিলি নেকি ?" বৃদ্ধই সুধিলে।

"হয় ময়ে, পৰিচালকজনে মোক কৈছিল......"

"তই তাকেই কৰ নেকি...খালি সুহুৰি মাৰ ?"

"অবিকলভাৱে। মই নাৱত উঠি কাজানলৈ যাওঁ.....তাৰ পিছত কাজানৰ পৰা আকৌ নাৱতে উভতি আহোঁ।"

"ঠিক আছে, তুমি সুহুৰিওৱাচোন আমি শুনো।"

"মই শুনিব নোখোজো" গাভৰুয়ে লাহেকৈ ক'লে।

ল'ৰাটোৱে দোধোৰ মোধোৰ হৈ তেওঁলৈ চালে।

"তোমাক সুহুৰিয়াবলৈ কোনে শিকালে ?" বিবাহিতা মহিলা-গৰাকীয়ে তাক সুধিলে।

"কিন্তু......মই নিজেই শিকিছো......মই গৰখীয়া আছিলো···শুনাজেই মোৰ ঘৰ।" নৈ পাৰৰ ফালে অনিৰ্দিষ্টভাবে হাতখন মেলি সি ক'লে, তাৰে এখন গাঁৱৰ······গৰু চৰাই চৰাই মই সকলো ধৰণৰ চৰাইৰ মাত শুনিছিলো··· পিছত মই নিজেই চৰাইবোৰক উদ্দেশ্য কৰি কৰি সুহুৰিয়াবলৈ লৈছিলো......আৰু লাহে লাহে সিহঁতৰ মাত মোৰ অনুকৰণ কৰিব পৰা হৈছিলো। মই চিচ্‌কিন আৰু ৰবীন চৰাইৰ দৰেও মাতিব পাৰো ··কিন্তু ই নাইটিংগেলৰ মাতৰ দৰে উত্তেজনা সৃষ্টি কৰিব নোৱাৰে। সেইবাবেই মই নাইটিংগেলৰ মাতটোক ইমান ভালকৈ শিকিলো যে মই চিকাৰীবোৰকো বিপাওত পেলাব পাৰো। জোপোহা একোটাৰ মাজত লুকাই থাকি মই সঁচা চৰাইৰ দৰে টিঞৰো। সঁচাকৈ'' ল'ৰাটোৱে কথাবোৰ কৈ যাওঁতে গৰ্ব আৰু শিল্পীসুলভ প্ৰেম তাৰ মুখমণ্ডলত জিলিকি উঠিছিল।

"যেতিয়া মই ইমান ভালকৈ নাইটিংগেলৰ দৰে মাতিব পৰা হলো তেতিয়া গাঁৱৰে কেইজনমানে মোক কলে, "তুমি নাইটিং-গেলৰ দৰে সুহুৰিওৱাটো বন্ধ নকৰিবা .....ভাপনাৱৰ যাত্ৰী সকলক তুমি মনোৰঞ্জন কৰাব পাৰিবা। বোধহয় তুমি ঠিক লক্ষ্যত উপনীত হব পাৰিবা। সেইবাবে মই সুহুৰিওৱাটো বন্ধ নকৰিলো। মই নাৱত যাত্ৰা কৰিবলৈ ললো—সঁচাকৈ বেয়া নহয়। কেতিয়াবা যাত্ৰীসকলে মোক ইমান পইচা দিয়ে যে মোৰ চকু থৰ হয়। ভদ্ৰলোকসকলৰ বাবেতো সেই পইছা একো নহয়।"

বৰ বেছিকৈ কথা কোৱা বুলি অনুমান কৰি সি ৰ'ল আৰু লাজ লাজ ভাৱত সুধিলে, "মই সুহুৰিয়াওঁ নে?"

কেইচেকেণ্ডমান নিৰৱতাৰ পিছত বিবাহিতা মহিলাগৰাকীয়ে কলে, "সুহুৰিওৱা।"

ল'ৰাটোৱে টুপাটো-খুলি ভৰিত থ'লে আৰু তাৰ আঙুলি কেইটা মুখত ভৰাই ডিঙিটো বেঁকা কৰি ল'লে। কিবা কাৰণত

তাৰ মুখত হাঁহি বিৰিঙিছিল, কিন্তু আৰম্ভ কৰিবলৈ সি কিছুসময় ল'লে। আঙুলিকেইটা মুখৰ পৰা উলিয়াই সি ওঁঠ দুটা মচি ল'লে আৰু অদ্ভুত শব্দ কৰি মুখখন বিকতালে।

অৱশেষত সেই হুমুনিয়াহ ভৰা সুহুৰিটো ভাঁহি আহিল। সুহুৰিটো তীব্ৰতৰ হৈ পুনৰ ক্ষীণ হ'ল। হঠাৎ নাইটিংগেলৰ সুমধুৰ গান সৃষ্টি হ'ল। গাভৰুগৰাকী কঁপি উঠিল; তেওঁ এটা নিশ্বাস পেলালে। মহিলাগৰাকীয়ে হতাশ আৰু অৱজ্ঞাৰে মিচিকিয়াই হাঁহিলে। তেওঁৰ সঙ্গীজনে উচপিচালে। বৃদ্ধই ৰ লাগি ল'ৰাজনৰ মুখখন মনোযোগেৰে চাই ৰ'ল। ল'ৰাটো তাৰ প্ৰচেষ্টাৰ বাবে বঙা-চিঙা পৰি গৈছিল। তাৰ চকুযোৰ নিস্তেজ হৈছিল আৰু সি শেঁতা পৰিছিল। নাইটিংগেলটোৱে বিভিন্ন সুৰত সুহুৰিয়ালে, গান গালে আৰু দীঘলকৈ হুমুনিয়াহ কাঢ়িলে। মাতটো অবিকল সচাঁ নাইটিংগেলৰ দৰে।

"দেউতা তাক বন্ধ কৰিবলৈ দিয়া." গাভৰুৱে লাহেকৈ ক'লে। হঠাৎ তেওঁ থিয় হৈ আঁতৰি গ'ল। তেওঁ শেঁতা পৰিছিল আৰু তেওঁৰ চকুযোৰ সেমেকি উঠিছিল।

"হ'ব যথেষ্ট হৈছে", বৃদ্ধই হাত জোকাৰি তাক বন্ধ কৰিবলৈ ক'লে।

"নাইটিংগেল'ৰ সুহুৰি বন্ধ হ'ল আৰু সি তাৰ টুপীটো যাত্ৰীবোৰৰ ফালে আগবঢ়ালে। খচখচায়া নোটৰ শব্দ হ'ল।

'ধন্যবাদ' বুলি কৈ ল'ৰাটো ডেকৰ পৰা নামি গ'ল। মহিলা গৰাকীয়ে তালৈ চাই চাই ঠাট্টাৰ ভাৱত হাঁহিলে। তেওঁৰ সঙ্গী জনে গোঁ-গোঁৱাই নিজকে কিবা কোৱাৰ দৰে শব্দ কৰি কোটৰ কলাৰটো থিয় কৰি ল'লে।

নিশা গভীৰ হৈ অন্ধকাৰ গাঢ় হৈ আহিল। পানীবোৰ একেবাৰে ক'লা দেখা গৈছিল। নদীৰ পাৰদুটি আন্ধাৰত হেৰাই

গৈছিল। কিন্তু তৰাবোৰে আগৰ দৰেই তিৰবিৰাই আছিল আৰু পানীয়ে পেডেলৰ চকাত একেদৰেই শব্দ কৰিছিল।

'এজন শিল্পী,' বৃদ্ধই ঠাই সলাই অলপ চিঞৰিয়ে ক'লে। শ্ৰোতাৰ আন এটা বলি··· তেনেকৈয়ে হয় ··········মানুহে অলপ আনন্দ পালেই চব গিলিব পাৰে·········চাৰ্কাচৰ পালোৱানটোৰে এজন দণ্ডা আৰু নিপুণ শিল্পী এজনৰ ভায়লিন বাদন। এজন মানুহে আনৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ যি কোনো কাম কৰিবলৈ ৰাজি হোৱাকৈ চাই সিহঁতে তোষামোদ অনুভৱ কৰে········।" তেওঁৰ কথাত কোনেও কাণসাৰ দিয়া যেন নেলাগিল। কাৰণ কোনেও একো উত্তৰ নিদিলে।

খন্তেক ৰৈ তেওঁ পুনৰ ক'বলৈ ধৰিলে,

"নাবিকজন নহা হ'লেই আমিতো সেই লেতেৰা গাঁৱলীয়া ল'ৰাটোৰ অনুকৰণ বুলি নেজানি কবিৰ কল্পনাই গৌৰবোজ্জ্বল কৰা নাইটিংগেলৰ সুৰ বুলিয়েই ভাবিলোহেঁতেন······ ইস্, অনুকৰণবোৰ ইমান নিখুঁত আৰু সুন্দৰ হ'লে সঁচা কথাবোৰ মুঠেই ভাল নেলাগে।"

"আমি যাওঁ ব'লা," মহিলাগৰাকীয়ে লাহেকৈ উঠি ক'লে। আটাইকেইজন কেবিনলৈ উঠি গ'ল।

"লেনাই বোধহয় উচুপিয়েই আছে। ইমান দুৰ্বল ছোৱালীজনী," বৃদ্ধই ক'বলৈ ধৰিলে। "ঠিকেই আছে লাহে লাহে তাই জীৱনৰ মুৰ্খামিবোৰ বুজিব। পিছত অধিক গুৰুত্বপূৰ্ণ পৰিস্থিতিৰ তাই সহজে সন্মুখীন হ'ব পাৰিব······তুমি কিয় কঁপিছা চনিয়া? ঠাণ্ডা লাগিছে নেকি?"

"নাই, একো চিন্তা নাই, চিন্তা নকৰিব," মহিলাগৰাকীয়ে নম্ৰভাৱে ক'লে। তেওঁৰ চঞ্চল সঙ্গীজনে শেঁতা চকু কেইটাৰে বেঁকাকৈ চালে। তাৰ পিছত আটাইকেইজন কেবিনৰ দুৱাৰেদি পাৰ হৈ গ'ল। আকাশলৈ বগাই যোৱা জোনটো ক'লা পানীৰ ঢৌত কঁপি কঁপি বিবৰ্ণ হৈ জিলিকি আছিল।

দূৰত টিমিক্-টামাক পোহৰ দেখা গ'ল।

তন্দ্ৰামগ্ন নদীৰ পৰিবেশ নিৰাশাৰে ভৰি পৰিল।

# লু চুন

( ১৮৮১—১৯৩৬ )

চীনদেশৰ আধুনিক সাংস্কৃতিক বিপ্লৱৰ হোতা, ৰাজনৈতিক চিন্তাবিদ তথা আধুনিক চীনা সাহিত্যৰ প্ৰতিষ্ঠাপক।

সামন্তবাদী শোষণ আৰু সামাজিক কুসংস্কাৰৰ বিৰুদ্ধে আজীৱন সংগ্ৰামী আৰু সাহিত্যক জনচেতনা জাগৰণৰ শক্তিশালী মাধ্যমৰূপে ব্যৱহাৰকাৰী অন্যতম শ্ৰেষ্ঠ সংস্কৃতিকৰ্মী।

# এটা সৰু ঘটনা

মুই গাঁৱৰ পৰা ৰাজধানীলৈ অহা ছবছৰেই পাৰ হৈ গ'ল। এই কালছোৱাত মই দেশৰ সমসাময়িক ঘটনাৰ বহুতবোৰেই দেখিলো আৰু বহুত শুনিলোও। কিন্তু সেই ঘটনাবোৰৰ কোনোটোৱেই মোৰ মনত বিশেষ ৰেখাপাত কৰিব নোৱাৰিলে। মোৰ ওপৰত এই ঘটনাপ্ৰবাহৰ প্ৰভাৱ সম্পৰ্কে যদি কোনোৱে ব্যাখ্যা কৰিবলৈ কয় তেনেহলে কম যে, এই ঘটনাবোৰে মোৰ খিংখিঙীয়া স্বভাৱটো অধিক বিক্ষিপ্তহে কৰি তুলিলে; আনকি আৰু স্পষ্টকৈ কবলৈ মোক পূৰ্বতকৈও অধিক মানৱবিদ্বেষী কৰিহে তুলিলে।

কিন্তু এটা সৰু ঘটনাই মোৰ মনত গম্ভীৰভাৱে ৰেখাপাত কৰিছিল আৰু মোক মোৰ খিংখিঙীয়া স্বভাৱটোৰ পৰা উত্তৰণৰ পথ দেখুৱাইছিল। সেয়ে সেই ঘটনাটো মই আজিও পাহৰিব পৰা নাই।

ঘটনাটো ১৯১৭ চনৰ জাৰকালি ঘটিছিল। ঠেঁটুৱৈ ধৰোৱা উত্তৰা-বতাহ এজাক বৈ আছিল যদিও পেটৰ দায়ত উপজিপুৱাতে উঠি মই দূৰলৈ যা বলগীয়া হৈছিল। ৰাজপথত কাচিৎহে কোনো লোকক দেখিবলৈ পাইছিলো। সেই সময়ত এছ গেটলৈ যাবৰ কাৰণে ৰিক্সা এখন বিচাৰি লওঁতে মোৰ যথেষ্ট কষ্ট হৈছিল।

লাহে লাহে বতাহ অলপ কমিছিল আৰু ধূলিবোৰ উৰি গ'লত ৰাজবাটটো পৰিষ্কাৰ দেখাইছিল। মোক কঢ়িয়াই নিয়া ৰিক্সা-চালকে তেতিয়া গতিবেগ বঢ়াই দিছিল। আমি এছ গেটৰ ওচৰ পাওঁতে, ৰাজপথ পাৰ হবলৈ অহা মানুহ এজনী আমাৰ ৰিক্সাখনৰ লগত হঠাৎ জোঁটাপুটি খাই লাহেকৈ মাটিত বাগৰি পৰি গৈছিল।

মানুহজনী আছিল ফটা-চিতা কাপোৰ পিন্ধা এজনী পকাচুলীয়া বুঢ়ী। আমাৰ সমুখেদি পাৰ হ'বলৈ কোনো সংকেত নিদিয়াকৈয়ে কাষৰীয়া বাটৰ পৰা ওলাই আহিছিল। মানুহজনী হঠাতে ৰিক্সাৰ সমুখতে ওলোৱা দেখি ৰিক্সাচালকটোৱে তাইক বচাবলৈ চেষ্টা কৰিছিল যদিও বুঢ়ীৰ চিৰালিফটা, বুটাম নথকা, বতাহত উৰি থকা জেকেটটো ৰিক্সাৰ হেণ্ডেলত জোঁটপোট খাই লাগি ধৰিল। ভাগ্য ভাল, ৰিক্সাৱালাটো মুহূৰ্ততে সংযত হৈছিল নহলে বুঢ়ীজনী বৰ বেয়াকৈ পৰিলহেঁতেন আৰু গুৰুতৰভাৱে আঘাতো পালেহেঁতেন।

তাই মাটিত তেনেদৰে বাগৰি পৰিলত চালকটোৱে ৰিক্সাখন ৰখাই দিছিল। মানুহজনীয়ে বিশেষ দুখ পাইছিল বুলি মই বিশ্বাস কৰা নাছিলো। আনহাতে এই ঘটনাৰ সাক্ষী হ'বলৈ ওচৰে-পাজৰে কোনো মানুহো নাছিল। গতিকে ৰিক্সাৱালাটোৰ এনে আচৰণত মই ক্ষুব্ধ হৈছিলো কাৰণ তাৰ অনাহক ভদ্ৰতাবোধে তাক বিপদত পেলাব আৰু তাৰ লগতে মোৰো বিসঙ্গতি হ'ব।

"চব, ঠিক আছে," মই ক'লো, "বল, গৈ থাক।"

মোৰ কথালৈ ৰিক্সাচালকটোৱে ভ্ৰূক্ষেপ নকৰিলে—হয়তো সি শুনিবলৈ পোৱা নাছিল। বৰং ৰিক্সাখনৰ হেণ্ডেলডাল পোনাই সি বুঢ়ীজনীক আলসুৱাকৈ ধৰি থিয় হ'বলৈহে সহায় কৰি দিলে। তাৰ এটা বাহুৰে বুঢ়ীজনীক উঠাই দি ধৰি সি সুধিলে :

"তুমি ঠিকেই আছা নে?

"মই দুখ পাইছো।

বুঢ়ীজনী লাহেকৈ মাটিত বাগৰি পৰা মই নিজ চকুৰে দেখিছিলো। আৰু মই নিশ্চিত আছিলো যে তাই সমূলি দুখ পোৱা নাছিল। তাৰমানে তাই ভাও জুৰি দিলে। মই বৰ বিৰক্তি অনুভৱ কৰিলো ৰিক্সাখন ৰখাই চালকটোৱে বিপদ চপাই ললে আৰু এতিয়া সঁচাকৈয়ে সি বিপদত পৰিল। এতিয়া তাৰ উদ্ধাৰৰ পথ বিচাৰি মৰক।

কিন্তু বুঢ়ীজনীয়ে দুখ পাইছো বুলি কোৱাৰ লগে লগে ৰিক্সাৱালাটোৱে এক মুহূৰ্তৰ কাৰণেও ইতস্ততঃ নকৰি, বুঢ়ীৰ বাহুত ধৰি তাইক সন্তৰ্পণে আগবঢ়াই নিলে। মই আচৰিত হলো। সমুখৰফালে চাই ওচৰতে এটা পুলিচ চকী দেখিলো। সজোৰে বতাহ বৈছিল বাবে বাহিৰত কোনো নাছিল আৰু ৰিক্সাচালকে ধৰি ধৰি বুঢ়ীক পুলিচ থানাৰ গেটলৈ আগবঢ়াই নি আছিল।

হঠাতে মোৰ এটা অদ্ভুত ধাৰণা হ'ল: মোৰ পৰা লাহে লাহে আঁতৰি গৈ থকা ৰিক্সাৱালাটোৰ মলিন ক্ষুদ্ৰ শৰীৰটো যেন ক্ৰমে আয়তনত ডাঙৰ হবলৈ ধৰিলে। সি এখোজ দুখোজকৈ মোৰ পৰা যিমানে আঁতৰি গৈ থাকিল, তাৰ আকাৰটোও যেন সিমানে ডাঙৰ হৈ গৈ থাকিল। সি যেন মোৰ ওপৰত ক্ৰমান্বয়ে এটা প্ৰবল হেঁচাৰ সৃষ্টি কৰিলে আৰু উমলগা জেকেটৰ ভিতৰত সোমাই থকা মোৰ ক্ষুদ্ৰতৰ নিজত্বক তাৰ প্ৰচণ্ড হেঁচাই পৰাভূত কৰিবলৈ উদ্যত হ'ল।

মোৰ প্ৰাণশক্তি নিঃশেষ হৈ যোৱা যেন অনুভৱ হ'ল। পুলিচ এজন মোৰ ওচৰ চাপি নহালৈকে মই ভাবলেশহীন হৈ নিৰ্বিকাৰভাৱে তাতে ৰহি থাকিলো।

পুলিচজনে আগবাঢ়ি আহি মোক ক'লে,

"আপুনি আন এখন ৰিক্সা লওক। এইখন ৰিক্সা চলোৱা মানুহটোৱে আপোনাক নিব নোৱাৰিব।"

একো নভবাকৈয়ে মই মোৰ জেকেটৰ জেপৰ পৰা এমুঠি ৰূপৰ মুদ্ৰা বাহিৰ কৰি পুলিচজনৰ হাতত দি ক'লো,

"এইখিনি তাক দি দিব," ।

সিমান সময়ে বতাহ বন্ধ হৈছিল। কিন্তু ৰাজপথত তেতিয়াও কোনো জনপ্ৰাণী নাছিল। মই লাহে লাহে খোজ দিলো যদিও নিজৰ বিষয়ে ভাবিবলৈকে মোৰ সাহস হেৰাল। অলপ আগতে যি ঘটি গ'ল সেই কথা পুনৰ নাভাবিলেও পুলিচজনক মুদ্ৰাবোৰ

দি মই কি বুজাব খুজিছিলো ? পুলিচক মই দোষ দিলো নেকি ? বিদ্যাচালকজনৰ সম্পৰ্কে বিচাৰকৰ অভিমত দিবলৈ মোৰ যোগ্যতা আছিল নে ? নিজৰ প্ৰশ্নৰ উত্তৰ মই নিজেই দিব নোৱাৰা হলো ।

এতিয়াও এই উল্লেখযোগ্য ঘটনাটো মোৰ মনত একেবাৰে সজীৱ হৈ আছে । ঘটনাটোৱে এতিয়াও মোক যন্ত্ৰণা দিয়ে আৰু মোক মোৰ বিষয়ে ভাবিবলৈ বাধ্য কৰায় । সেইকালৰ সামৰিক আৰু ৰাজনৈতিক ঘটনাবোৰ মই সকতে পঢ়া কিতাপৰ কাহিনী-বোৰৰ দৰেই একেবাৰে পাহৰি গৈছো, কিন্তু এই ক্ষুদ্ৰ ঘটনাটো মোৰ মনলৈ বাৰে বাৰে ঘূৰি আহি থাকে— আনকি প্ৰতিবাৰতে প্ৰকৃত ঘটনাটোতকৈও অধিক স্পষ্ট আৰু প্ৰাঞ্জল হৈহে ই ধৰা দিয়ে । এই ঘটনাটোৱে মোক লজ্জাবোধৰ শিক্ষা দিয়ে, সংস্কাৰ হবলৈ দিয়ে সঁকিয়নি আৰু দিয়ে নতুন সাহস তথা শৌৰ্য আৰু আশাৰ সঞ্জীৱনী ।

# ডেভিড হাৰবাৰ্ট লৰেঞ্চ

( ১৮৮৫—১৯৩০ )

ইংৰাজী সাহিত্য-পৰম্পৰাৰ অন্যতম শ্ৰেষ্ঠ লেখক। ঔপন্যাসিক, গল্পকাৰ আৰু কবি।

সাহিত্যশৈলী আৰু বক্তব্যৰ অপূৰ্ব সমাহাৰ ঘটোৱা কালজয়ী সাহিত্যিক। বিশ্বসাহিত্যৰ ইতিহাসত আলোড়ন সৃষ্টিকাৰী সাহিত্যিক আৰু উত্তৰকালৰ সাহিত্যত গভীৰ প্ৰভাৱ বিস্তাৰকাৰী সাহিত্যস্ৰষ্টা।

# কাঠৰ ঘোঁৰা

মানুহগৰাকী ধুনীয়া নাছিল। সকলো সুবিধা পাইও তাই আছিল ছুৰ্ভগীয়া। প্ৰেমৰ পাশত আবদ্ধ হৈ তাই বিয়া কৰিছিল যদিও পিছলৈ সেই প্ৰেম ধূলিস্যাৎ হৈছিল। তাইৰ সন্তানকেইটি আছিল নোদোকা মৰম লগা। কিন্তু সিহঁতকো যেন তাইৰ ওপৰত জাপিহে দিয়া হৈছিল আৰু তাই সিহঁতক অন্তৰেৰে ভাল পাব পৰা নাছিল। সিহঁতে তাইলৈ চালে, সিহঁতে যেন তাইৰ কিবা দোষহে ধৰিব বিচাৰিছে এনে অনুভৱ তাইৰ হৈছিল। লৰালৰিকৈ সেই দোষ ঢাকি পেলাবলৈ তাইৰ মন গৈছিল! কিন্তু কি ঢাকিব তাই নিজেই নেজানিছিল। তাইৰ সন্তানকেইটি কাষত থাকিলে তাইৰ অন্তৰখন কঠোৰ হৈ পৰে। অৱশ্যে আমনি পাইছিল যদিও তাই সন্তানকেইটিক অকুলভাবেই আদৰ সাদৰ কৰি মৰম কৰিছিল। কেৱল তাইহে গম পাইছিল যে সেই মৰম তাইৰ অন্তৰৰ পৰা নিগৰি অহা নাই। সকলোৱে কয়. "তাই ইমান ভাল মাক, সন্তানকেইটিক ইমান মৰম কৰে।" কেৱল তাই আৰু তাইৰ সন্তানকেইটিয়ে জানিছিল যে সেয়া সত্য নহয়। এই সত্য সিহঁতে ইজনে সিজনৰ চকুত দেখা পাইছিল।

তিনিটি সন্তানৰ এটি ল'ৰা, আনকেইজনী ছোৱালী, সৰু। পাকৈত লগুৱা লিকচৌৰে সিহঁতে সুন্দৰ ঘৰটোত বাস কৰিছিল আৰু ওচৰ চুবুৰীয়াতকৈ সিহঁতে নিজকে অলপ উচ্চ থাপৰ বুলি অনুভৱ কৰিছিল।

যদিও সিহঁতে বেছ আড়ম্বৰপূৰ্ণভাৱেই বাস কৰিছিল, তথাপিও যেন এটি উদ্বিগ্নতা ঘৰখনত অনবৰত বিৰাজ কৰিছিল। পইচাৰ অভাৱ। মাক দেউতাক প্ৰয়োজনে কিছু কিছু আয় কৰিছিল যদিও সেই আয়েৰে সিহঁতে সমাজৰ উচ্চ পৰ্যায়ৰ জীৱন যাপন কৰিবলৈ নাটনি হৈছিল। দেউতাকে প্ৰচুৰ আয় কৰাৰ সম্ভাৱনা আছিল যদিও সি ফলবতী হৈ

উঠা নাছিল। ফলত, পইচাৰ অভাৱ সদায় আছিল, যদিও সিহঁতে সিহঁতৰ সামাজিক মানদণ্ড বজাই ৰাখিছিল।

মাকে শেষত "মইয়ে কিবা এটা কৰিব লাগিব" বুলি ঠিক কৰিছিল, কিন্তু কি কৰিব তাই ভাবি নেপালে। পৰাজয়ে তাইৰ মুখখনত গভীৰ আঁচ বহুৱালে। সন্তানকেইটি ডাঙৰ হৈ আহিছিল আৰু সিহঁত স্কুললৈ যাব লাগিছিল, গতিকে পইচা লাগে আৰু দেউতাকৰ ৰুচি ব্যয়বহুল আছিল যদিও তেওঁ একো কৰিব পৰা নাছিল। মাকৰ আত্মবিশ্বাস আছিল, কিন্তু—তায়ো সফল হোৱা নাছিল।

পইচাৰ অভাৱত দেখা দিয়া ভূতটোৱে ঘৰখনত যেন অনবৰত গুণগুণাই থাকে, "আৰু পইচা লাগে আৰু পইচা লাগে!" সন্তানকেইটিয়েও সেই গুণগুণনি শুনে। কেতিয়াবা খেলা ধূলা কৰি থাকোঁতে সিহঁতে হঠাৎ বৈ ইটোৱে সিটোলৈ চাই সেই শব্দ কাণ পাতি শুনে। কিন্তু মুখেৰে সিহঁতে একো উচ্চাৰণ নকৰে। "আৰু পইচা লাগে আৰু পইচা লাগে,।" ঘৰখনত থকা কাঠৰ ঘোঁৰাটোৱে দুলি দুলি আৰু প্ৰকাণ্ড পুতলাটোৱে 'প্ৰাম' খনত বহি বহি যেন সেই শব্দ শুনে।

কোনেও সেই কথা মুখ খুলি কোৱা নাছিল। অথচ সেই গুণগুণনি অনবৰতে বিৰাজ কৰিছিল। আমি ঠিক যেনেদৰে কেতিয়াও নকওঁ, "মই উশাহ লৈছো।"

প'ল নামৰ ল'ৰাটোৱে এদিন মাকক সুধিলে, "মা আমাৰ এখন গাড়ী নাই কিয়? কিয় আমি সদায় খুৰাৰ গাড়ীখনত উঠোঁ?"

"কিয়নো, আমি আমাৰ পৰিয়ালৰ আনসকলতকৈ দুখীয়া।" মাকে উত্তৰ দিলে।

"কিন্তু কিয় মা?"

"বোধহয় তোমাৰ দেউতাৰা দুৰ্ভগীয়া।" মাকে লাহেকৈ ক'লে যদিও কথাষাৰত বেদনা আৰু তিক্ততা নিহিত হৈ আছিল।

কিছু সময় মনে মনে থাকি সি পুনৰ সুধিলে

"ভাগ্য মানে পইচা নেকি, মা ?"

"ঠিক, নহয় ! অৱশ্যে ভাগ্যই পইচা আনে"।

"তেনেহ'লে ভাগ্য মানেনো কি ?"

"ভাগ্যই পইচা আনে। যদি তোমাৰ ভাগ্য ভাল, তেনেহলে তোমাৰ বহুত পইচা হ'ব। সেই কাৰণে ধনী হৈ জন্ম লোৱাতকৈ ভাগ্যবান হৈ জন্ম লোৱা ভাল। কেৱল ধনী হ'লে তুমি পইচা হেৰুৱাবও পাৰা। কিন্তু ভাগ্য ভাল হলে তুমি সদায় আৰু পইচা পাবা।"

'দেউতা ভাগ্যবান নহয় নেকি মা ?"

"আমি অতি দুৰ্ভগীয়া," বেদনাসিক্ত কণ্ঠেৰে তাই ক'লে। ল'ৰাটোৱে ভেবা লাগি মাকলৈ চাই সুধি দিলে,

"কিয় ?"

"মই নেজানো। এজন কিয় ভাগ্যবান আৰু আন এজন কিয় দুৰ্ভগীয়া হয় সেই কথা কোনেও নেজানে।"

"কোনেও নেজানে নে ?"

"বোধহয় ভগবানে জানে। কিন্তু তেওঁ কেতিয়াও নকয়।"

"তেওঁ কোৱাটো উচিত আছিল। আৰু তুমিও ভাগ্যবান নোহোৱা নেকি মা ?"

"মই ভাগ্যবান হ'ব নোৱাৰো কিয়নো মোৰ স্বামী দুৰ্ভগীয়া।"

"কিন্তু তুমি নিজাববিয়াকৈ ভাগ্যবান নহয় নে ?"

"বিয়াৰ আগলৈকে মই নিজকে ভাগ্যবান বুলি ভাবিছিলো। কিন্তু এতিয়া মই নিজকে বৰ দুৰ্ভগীয়া বুলি ভাবোঁ।"

"কিয় ?"

"হু"....... বাক বাদ দিয়া সেইবোৰ। বোধহয় মই সঁচাকৈ ইমান দুৰ্ভগীয়া নহওঁ।"

ল'ৰাটোৱে মাকলৈ চালে। মাকে সঁচাকৈয়ে কথাষাৰ কৈছেনে! কিন্তু মাকে কিবা এটা লুকুৱাৰ বিচৰা যেন সি অনুভৱ কৰিলে।

সি দৃঢ়ভাবে ক'লে,

"যি কি নহওক, মই কিন্তু অতি ভাগ্যবান।"

হঠাৎ এনে এষাৰ কথা শুনি মাকে হাঁহি মাৰি সুধিলে,

"কিয় ?"

"মোক ভগবানে কৈছে," পুনৰ দৃঢ়তাৰে সি উত্তৰ দিলে।

"ঈশ্বৰে নিশ্চয় তোমাক কৈছে বুলি মই আশা কৰোঁ, সোণ।" পুনৰ বেদনাসিক্ত হাঁহিৰে তাই ক'লে।

"তেওঁ কৈছে, মা!"

'খুব ভাল কথা!"

সি মন কৰিছিল যে মাকে তেনেদৰে কৈছিল যদিও তাৰ কথাত গুৰুত্ব দিয়া নাছিল। তাৰ কিছু খং উঠিছিল আৰু মাকৰ মনোযোগ আকৰ্ষণ কৰিবলৈ সি বিচাৰিছিল।

কিন্তু ভাগ্য লাভৰ বাবে আঁত বিচাৰি তাৰ শিশুসুলভ উশৃঙ্খল মনটোৰে সি আঁতৰি গৈছিল। অনবৰতে সি সেই ভাগ্যৰ সন্ধানত নিমগ্ন হ'ল। ছোৱালীদুজনীয়ে পুতলাকেইটা লৈ খেলি থকাৰ সময়ত সি তাৰ কাঠৰ ঘোঁৰাটোত উঠি অতি উত্তেজিত হৈ ক্ষীপ্ৰভাৱে ঘোঁৰাটো চেকুৰাই থাকে। সিহঁতে অতি অস্বস্তিৰে তালৈ চায়। ঘোঁৰাটো উন্মাদৰ দৰে ছুলিবলৈ ধৰে আৰু তাৰ ক'লা চুলি কোছাঁ বতাহত উৰে। তাৰ চকুকেইটা আচৰিত ধৰণে জিলিকিবলৈ লয়। ছোৱালীদুজনীয়ে তাক মাতিবলৈ সাহস নকৰে।

সেই উন্মাদ যাত্ৰাৰ অন্ত পৰিলে সি লাহেকৈ ঘোঁৰাটোৰ পৰা নামি একেথৰে তললৈ চাই থাকে। তাৰ ৰঙচুৱা ওঁঠকেইটি সামান্য মেল খায় আৰু তাৰ চকুকেইটা কাঁচৰ দৰে জিলিকিবলৈ ধৰে।

ভাগ্যৰ সন্ধানত লাহেকৈ বহি সি খুৰাকে দিয়া কাঠৰ

ঘোঁৰাটোক আদেশ দিয়ে তাৰ লক্ষলৈ কঢ়িয়াই নিবলৈ। আৰম্ভ হয় সেই উন্মাদ যাত্ৰা। পৰিচাৰিকা জেইগৰাকীয়ে "ঘোঁৰাটো ভাগিব" বুলি দিয়া বাধা তাৰ কৰ্ণগোচৰ নহয়। সি এক অদ্ভুত চাৱনিৰে সিহঁতলৈ ভেবা লাগি চায়। সিহঁতে হাৰ মানি বাদ দিয়ে।

এদিন মাক আৰু খুৰাক অস্কাৰে তাক তেনেদৰে ঘোঁৰাটো দুলাই থকা দেখি খুৰাকে মাত দিলে,

"হেৰা ঘোঁৰাচালক, তোমাৰ ঘোঁৰাটো জিকিব"।

"তুমি এতিয়া কাঠৰ ঘোঁৰাটোৰ বাবে বহু ডাঙৰ হৈছা। এতিয়াতো তুমি সৰু হৈ থকা নাই। বুজিছা," মাকে ক'লে।

কিছুসময় ঘোঁৰাটো দুলাই দুলাই তাৰ নীলা চকুযুৰিৰে ভেবা লাগি সি তেওঁলোকলৈ চালে। মাকে ব্যগ্ৰহে তাক লক্ষ্য কৰিলে। অৱশেষত কাঠৰ ঘোঁৰাটোৰ পৰা নামি আহি সি ক'লে,

"মই তাত পালোগৈ।"

"ক'ত পালাগৈ", মাকে সুধিলে।

"যলৈ মই যাব খুজিছিলো", সি উত্তৰ দিলে।

খুৰাকে ক'লে, "বৰ ভাল কথা। তুমি তাত গৈ নোপোৱালৈকে নেনামা নেকি? বাৰু, ঘোঁৰাটোৰ নাম কি?"

"তাৰ নাম নাই," সি উত্তৰ দিলে।

"নাম নাই?"

"তাৰ নাম সময়ে সময়ে বেলেগ বেলেগ হয়। যোৱা সপ্তাহত তাৰ নাম আছিল চানচভিন'।" সি ক'লে।

"চানচভিন'? সেই ঘোঁৰাটোতো এচকট ঘোঁৰা দৌৰ প্ৰতি-যোগিতাত বিজয়ী হৈছিল। তুমি কেনেকৈ নামটো জানিলা?"

"সি সদায় বেচেটৰ লগত ঘোঁৰা দৌৰৰ কথা পাতে।" মাক জুৱানে ক'লে।

শিশু ভতিজাকটোৱে ঘোঁৰা দৌৰৰ খবৰবোৰ কথা শুনি খুৰাকে

বৰ আমোদ পালে । বেচেট বাগিচাৰ মালি । চাকৰিটো অস্কাৰ ক্ৰেচৱেলেই যোগাৰ কৰি দিছিল। যুদ্ধত তাৰ বাওঁ ভৰিখনত আঘাত পাইছিল । সি অস্কাৰৰ পৰিচাৰক আছিল আৰু অস্কাৰে ঘোঁৰা দৌৰবোৰ চাই ফুৰোতে সিও তেওঁৰ লগত সদায় আছিল ।

অস্কাৰ ক্ৰেচৱেলে সোধাত বেচেটে ক'লে,

"প'লে সদায়ে মোক সুধি থাকে আৰু মই ক'বলৈ বাধ্য হওঁ

কথাষাৰ কওঁতে বেচেট ইমান গহীন আছিল যেন কিবা ধৰ্মীয় গুৰুত্বৰ কথাহে সি কৈ আছিল ।

"আৰু সি কেতিয়াবা কোনোবা ঘোঁৰাত বাজি ধৰিছে নেকি ?" অস্কাৰে পুনৰ সুধিলে ।

"মহাশয়, ! তাৰ মনটো অতি ক্ৰীড়াসুলভ । মই তাক এৰিব নিবিচাৰোঁ । আপুনি নিজেই তাক সুধিবনে । মই কিবা ক'লে সি মই তাক এৰিব খুজিছো বুলি ভাবিব পাৰে । অনুগ্ৰহ কৰি যদি আপুনি বেয়া নেপায় ।"

বেচেট গীৰ্জাৰ দৰে স্থিৰ হৈ আছিল ।

খুৰাকে প'লকেই সুধিলে,

"কোৱাচোন প'ল, তুমি ঘোঁৰাদৌৰত বাজি ধৰিছা নেকি ?"

"মই বাজি ধৰাটো উচিত নহয় বুলি তুমি ভাবা নেকি ?"। সি প্ৰশ্ন কৰিলে ।

"নেভাবো। মাত্ৰ লিংকনৰ দৌৰৰ তুমি মোক কিবা আভাষ দিব পাৰানেকি, সেইবাবেহে সুধিছো ।" খুৰাকে ক'লে ।

বেচেট, খুৰাক আৰু প'ল, এই তিনিজনৰ বাহিৰে আনক নজনোৱাৰ প্ৰতিশ্ৰুতি খুৰাকে দিয়াত সি ডেফডিল নামৰ ঘোঁৰাটো জিকিব বুলি ক'লে ।

"ডেফ'ডিল ! মোৰ সন্দেহ আছে সোণ ! বাকু মিৰ্জাৰ কি হ'ব ?"

"মই কেৱল বিজয়ী ঘোঁৰাটোৰহে নাম জানো," ল'ৰাটোৱে ক'লে, "আৰু সেইটো ডেফ'ডিল ।"

আন ঘোঁৰাকেইটাৰ তুলনাত ডেফডিল্স বহু অপৰিচিত আছিল বাবে খুৰাকৰ বিশ্বাস নহ'ল।

বেচেটৰ বাহিৰে আন কাকো নকবলৈ প'লে পুনৰ খুৰাকক অনুৰোধ কৰাত খুৰাকে কাৰণ সোধাত সি ক'লে,

"বেচেট আৰু মই অংশীদাৰ। প্ৰথমবেই পৰা। সি মোক প্ৰথম পাঁচ চিলিং ধাৰলৈ দিছিল। সেই পইচা মই হাৰিলো। আমাৰ দুজনৰ বাহিৰে এই কথা কোনেও নেজানে। তাৰ পিছত তুমি দিয়া সেই দহ চিলিঙৰ পৰা মই জিকিব ধৰিলো। সেই কাৰণে মই তোমাক ভাগ্যবান বুলি ভাবো। এই কথা তুমি নিশ্চয় কাকো নোকোৱা, নহয়নে ?"

"ঠিক আছে নকওঁ বাৰু," খুৰাকে প্ৰতিশ্ৰুতি দিলে, "বাৰু ডেফডিলৰ নামত তুমি কিমান পইচা বাজি ধৰিছা ?"

"কুৰি পাউণ্ড ৰাখি বাকী চব "

খুৰাকে আমোদ পাই সুধিলে ,

"বিছ পাউণ্ডেই তুমি ৰাখি থৈছা। বাৰু কিমান ধন বাজি ধৰিছা ?

"তিনিশ," সি ক'লে, যদিও শঙ্কাৰে খুৰাকক অনুৰোধ কৰিলে, "আপোনাৰ সন্মানৰ বাবে এই কথা কাকো ন'কব।"

খুৰাকে হাঁহিলে, "নকওঁ বাৰু, কিন্তু তোমাৰ সেই তিনিশ ক'ত থৈছা ?

"বেচেটে থৈছে। আমি দুয়ো অংশীদাৰ।"

"বাৰু, বাৰু আৰু বেচেটে কিমান বাজি ধৰিছে"

"সি ইমান ওপৰলৈ নাযায়। দেৰশমানলৈ যাব পাৰে "

"কি পেনী ?" খুৰাকে হাঁহি সুধিলে ।

"পাউণ্ড !" আচৰিত হৈ সি খুৰাকলৈ চালে, "বেচেটে বেছি পইচা জমা থয় ।"

খুৰাকে আৰু কথা নবঢ়ালে। লিংকনৰ দৌৰত খুৰাকে প'লক লৈ গ'ল ।

"মই মিৰ্জাত বিশ পাউণ্ড বাজি ধৰিছো। তুমি এটা ঘোঁৰাৰ নাম কোৱা, তাৰ নামত মই তোমাৰ হৈ পাঁচ পাউণ্ড দিম।"

"ডেফ'ডিল, খুৰা।"

"ডেফ'ডিলত নেলাগে নেকি!" খুৰাকে কিছু আপত্তি কৰিলে।

"মোৰ নিজৰ পইচা হ'লে মই ডেফ'ডিলতেই দিলোহেঁতেন," সি ক'লে।

"বাৰু, বাৰু, এটা পাঁচ পাউণ্ড মোৰ, এটা পাঁচ পাউণ্ড তোমাৰ, দুয়োটা ডেফ'ডিলৰ নামত।"

অৱশেষত সেই দৌৰ প্ৰতিযোগিতা হৈ গ'ল। প'লে ঘোঁৰা দৌৰ কেতিয়াও দেখা নাছিল। ফলাফল এনেধৰণৰ—ডেফ'ডিল প্ৰথম, লেনচিলট দ্বিতীয় আৰু মিৰ্জা তৃতীয়।

বাজিত জিকা পইচাবোৰ লৈ কি কৰিম বুলি খুৰাকে সোধাত প'লে ক'লে, "বেচেটৰ পৰামৰ্শ ল'ব লাগিব, মোৰ বোধহয় এতিয়া পোন্ধৰ শ হ'লগৈ, বিশ জমা আছে আৰু এই বিশ।"

খুৰাকে অতি গম্ভীৰভাৱে সুধিলে, "শুনা সোণ, বেচেট আৰু এই পোন্ধৰ শ, এইবোৰ তুমি গুৰুত্বৰে কৈছানে?"

"হয়, কৈছো, কিন্তু তুমি কাকো নকবা।" খুৰাকে পিছত সোধাত বেচেটে অস্থাৰক কেনেদৰে সিহঁতে তেওঁ দিয়া দহ চিলিঙৰ পৰা জিকিবলৈ ললে সকলো বিৱৰি ক'লে।

"আমি নিশ্চিত হ'লে জিকোৱেই", প'লে ক'লে "নিশ্চিত নহলে আমি সাবধান হওঁ," বেচেটে যোগ দিলে।

খুৰাক অস্থাৰে মিচিকিয়াই সুধিলে, "বাৰু তোমালোক কেনেকৈ নিশ্চিত হোৱা?"

"প'লে ক'ব পাৰে। যেন সৰগৰ পৰাই প'লে গম পায়। ঠিক ডেফ'ডিলৰ দৰে। সি জিকিবই। বেচেটে উত্তৰ দিলে।

"তুমি ডেফ'ডিলৰ ওপৰত বাজি ধৰিছিলা নেকি?" খুৰাকে সোধাত বেচেটে হয় বুলি ক'লে।

"আৰু মোৰ ভতিজাটোৰে ?"

বেচেটে নীৰব হৈ প'ললৈ চালে ।

"মই বাৰ শ জিকিছো । নহয়নে বেচেট ? মই খুৰাক কৈছো, মই ডেক'ডিলৰ নামত তিনি শ বাজি ধৰিছো ।" প'লে ক'লে ।

" সেইটো সঁচা, " বেচেটে মুখ দুপিয়ালে ।

"সেই পইচাবোৰ ক'ত আছে ?" খুৰাকে সোধাত বেচেটে বাকচত তলা মাৰি থোৱা বুলি ক'লে ।

"কি, পোন্ধৰ শ পাউণ্ড ?"

" আৰু বিশ আৰু চল্লিশ, সি ভাতে আৰু বিশ জিকি আনিছে ।"

"আচৰিত !" খুৰাকে মন্তব্য দিলে ।

"প'লে আপোনাক যদি অংশীদাৰ কৰিব বিচাৰে, মোক যদি ক্ষমা কৰে মই ক'ম, মই হোঁৱা হলে গ্ৰহণ কৰিলোহেঁতেন ।" বেচেটে ক'লে ।

অস্কাৰ ক্ৰেচ্‌ৱেলে কিছু সময় চিন্তা কৰি ক'লে, "মই পইচাখিনি চাওঁচোন ।"

গাড়ীত উঠি তেওঁলোক ঘৰলৈ গ'ল । বেচেটে বাগিছাৰ ঘৰটোৰ পৰা পোন্ধৰ শ পাউণ্ডৰ নোটবোৰ লৈ আহিল । বিশ পাউণ্ডৰ জমা পইচা জ' গ্লীৰ হাতত আছিল ।

"খুৰা, মই নিশ্চিত হ'লে চব ঠিক হয় । তেতিয়া আমি বিমান পাৰো ক্ষমতাশীল হওঁ । নহয়নে বেচেট ?"

"হয়, প'ল" ।

"আৰু, তুমিনো কেতিয়া নিশ্চিত হোৱা", হাঁহি মাৰি খুৰাকে সুধিলত ল'ৰাটোৱে ক'বলৈ ললে,

"কেতিয়াবা মই সম্পূৰ্ণ নিশ্চিত হওঁ, ঠিক ডেক'ডিলৰ দৰে । কেতিয়াবা মোৰ এটা ধাৰণা হয়, কেতিয়াবা একেবাৰে নহয়, নহয়নে বেচেট ? তেতিয়া আমি খুব সাৱধান হওঁ, কিয়নো তেতিয়া আমি

প্ৰায়ে হাৰো ।”

“সঁচাকৈ তুমি পাবা ! বাক যেতিয়া তুমি ডেফ’ডিলৰ দৰে নিশ্চিত হোৱা। সেই নিশ্চয়তা তোমাক কিহে আনি দিয়ে ?”

“হুঁ ! মই ক’ব নোৱাৰো”, কিছু অপ্ৰস্তুত হৈ ল’ৰাটোৱে ক’বলৈ ধৰিলে, মই নিশ্চিত হওঁ, বুজিছা খুৰা, ইমানেই”।

“এইয়া ঠিক যেন তেওঁ সৰগৰ পৰাই গম পায়,” বেচেটে পুনৰ দোহাৰিলে ।

খুৰাকে সমৰ্থন কৰিলে আৰু তিনিও অংশীদাৰ হৈ পৰিল । প্লেগাৰৰ দৌৰৰ সময় কাষ চাপি অহাত প’ল ‘নিশ্চিত’ হ’ল যে ‘লাইভলি স্পাৰ্ক’ নামৰ কোনেও গুৰুত্ব নিদিয়া ঘোঁৰাটোৱেই জিকিব । ল’ৰাটোৱে এহেজাৰ বাজি ধৰিবলৈ দৃঢ় হ’ল । বেচেটে ধৰিলে পাঁচ শ আৰু অস্কাৰ ক্ৰেচৱেলে দুশ । লাইভলি স্পাৰ্ক বিজয়ী হ’ল আৰু ঘোঁৰাটোৰ নামত বাজি দহ গুণ থকাত প’লে দহ হেজাৰ পালে ।

“চোৱা”, সি ক’লে, “মই তাৰ ওপৰত সম্পূৰ্ণ নিশ্চিত আছিলোঁ।”

অস্কাৰ ক্ৰেচৱেলেও দুহেজাৰ পালে ।

“গোৱা সোণ” তেওঁ ক’লে, “এই কথাবোৰে মোক সঁচাই বৰ ভয় খুৱায় ।”

“কেতিয়াও নেখাবা, । খুৰা ! বোধহয় মই বহুদিনলৈ আৰু ইমান নিশ্চিত নহওঁ ।”

“কিন্তু তুমি পইচাবোৰেৰে কি কৰিবা ?” খুৰাকে সোধাত সি ক’লে,

“মই মাৰ কাৰণেই আৰম্ভ কৰিছিলোঁ । তেওঁ কয় যে দেউতা দুৰ্ভগীয়া বাবে তেওঁৰো ভাগ্য বেয়া । সেইবাবে মই ভাবিলোঁ যে মোৰ ভাগ্য ভাল হ’লে সেই গুণগুণনি বন্ধ হ’ব পাৰে ।”

“কাৰ গুণগুণনি বন্ধ হব পাৰে ?”

"আমাৰ ঘৰটোৰ, ঘৰটোৱে কৰা গুণগুণনি মই বৰ বেয়া পাওঁ।"

"সি কি বুলিনো গুণগুণায় ?"

"কিয় কিয়," ল'ৰাটো অস্থিৰ হৈ কবলৈ ধৰিলে, "কিয় মই কব নোৱাৰো। কিন্তু তাত সদায় পইচাৰ অভাৱ, বুজিছা খুৰা।"

"মই জানো সোণ, মই জানো।"

"মালৈ সকলোৱেই বহুত পঠিয়ায়. তুমিও নপঠোৱানে, খুৰা ?"

"সঁচা, মইও পঠিয়াও", খুৰাকে ক'লে।

"আৰু তাৰ পিছত আমাৰ ঘৰখনে গুণগুণায়, যেন মানুহে আঁৰত আমাক ঠাট্টা কৰি হাঁহিছে। ই সঁচাকৈ অসহনীয়। মই ভাবিলো মই ভাগ্যবান হোৱা হলে....."

কথাষাৰ সম্পুৰ্ণ কৰিবলৈ নিদি খুৰাকে ক'লে, "বাৰু বাদ দিয়া।"

শীতল জুই একুৰাৰ দৰে তাৰ নীলা চকুযুৰিৰে সি খুৰাকলৈ চালে আৰু একো নক'লে।

"বাৰু,।" খুৰাকে সুধিলে, "আমি এতিয়া কি কৰিম ?"

"মই ভাগ্যবান বুলি মাই জনাটো মই নিবিচাৰো," ল'ৰাটোৱে ক'লে।

"কিয়, সোণ ?"

"তেওঁ মোক বাধা দিব"

"তেওঁ বাধা দিব বুলি মই কিন্তু নেভাবো।"

খুৰাকৰ কথাষাৰ শুনি সি জোৰ দি পুনৰ ক'লে, "কিন্তু তেওঁ জনাটো মই নিবিচাৰো, খুৰা।"

"বাৰু, সোণ। তেওঁ গম নোপোৱাকৈয়ে আমি ব্যৱস্থা কৰিম।"

ব্যৱস্থাটো সহজেই কৰা হ'ল। সকলোৱে পৰামৰ্শ মতে প'লে খুৰাকক পাঁচ হেজাৰ পাউণ্ড দিলে। সেই পইচাখিনি খুৰাকে পৰিয়ালৰ উকীলজনৰ হাতত জমা দি ক'লে যে প'লৰ মাকক জনাব লাগে যে কোনো সম্বন্ধীয় এজনে তেওঁৰ হাতত সেই পইচা জমা দিয়ে

আৰু তাৰে এহেজাৰকৈ অহা পাঁচ বছৰলৈ মাকৰ জন্ম দিনত দিয়া হ'ব।

"অৰ্থাত তেওঁ অহা পাঁচ বছৰলৈ এহেজাৰকৈ জন্মদিনৰ উপহাৰ হিচাপে পাব," খুৰাক অস্কাৰে ক'লে, "আশা কৰো ই আৰু তাইৰ জীৱন ইমান কঠিন নকৰিব।"

প'লৰ মাকৰ জন্মদিন আছিল নৱেম্বৰত। ঘৰটোৱে আৰু বেয়াকৈ গুণ-গুণাবলৈ ধৰিলে। প'লে তাৰ ভাল ভাগ্য স্বত্বেও সহ্য কৰিব নোৱাৰা হ'ল। জন্মদিনৰ এহেজাৰটকীয়া উপহাৰে তাৰ মাকক কেনে দৰে প্ৰভাৱ পেল্যাই তাকে চাবলৈ সি অতি উৎকণ্ঠাৰে বাট চাই ৰ'ল।

জন্মদিনৰ দিনা পুৱা চাহখোৱা মেজত প'লে মাকক চিঠিখন পঢ়া লক্ষ্য কৰি থাকিল। সি জানিছিল যে সেইখন সেই উকীলজনৰে চিঠি। চিঠিখন পঢ়ি যাওঁতে মাকৰ মুখখন অধিক কঠোৰ আৰু অভিব্যক্তি হীন হৈ উঠা দেখা গ'ল। পিছত তেওঁৰ মুখত এক দৃঢ় নিষ্প্ৰাণ ভাৱৰ প্ৰকাশ পালে। আন কাগজবোৰৰ দ'মত চিঠিখন থৈ সেই বিষয়ে একো নক'লে।

"জন্মদিনৰ বাবে চিঠিবোৰত তোমাৰ একো ভাল খ'বৰ অহা নাই নেকি, মা?" প'লে সুধিলে।

"পৰিমিত ধৰণে ভালেই", উদাসভাৱেৰে মাকে উত্তৰ দিলে।

আৰু একো নোকোৱাকৈ তেওঁ নগৰলৈ গ'ল। কিন্তু সন্ধিয়া খুৰাক আহি ক'লে যে প'লৰ মাকে উকীলজনৰ লগত দীঘলীয়া আলো -চনা কৰিছিল। যিহেতু তাইৰ ধাৰ আছে, সেইবাবে পাঁচ হেজাৰ একেলগে উলিয়াব পাৰে নেকি সেই কথা জানিবলৈ।

"তুমি কি ভাবা, খুৰা?" ল'ৰাটোৱে সুধিলে।

"মই এই কথা তোমাৰ ওপৰতে এৰি দিছো।"

"তেনেহলে, তেওঁক পাৰলৈ দিয়া। আমি পিছত আৰু পাম।"

ল'ৰাটোৱে সন্নিধান দিলে।

"বনৰ দুটা চৰাইতকৈ হাতত এটা থকাই ভাল।" খুৰা অস্কাৰে ক'লে।

"কিন্তু মই গ্ৰেণ্ড নেচনেল, লিংকনচায়াৰা বা ডাৰ্বিৰ অন্ততঃ এটাত—নিশ্চিত হ'ম।"

খুৰাক অস্কাৰে পুনৰ চুক্তিত চহী কৰিলে আৰু মাকে পাঁচ হেজাৰ একেলগে পালে। তাৰ পিচত আচৰিত ঘটনা ঘটিল। ঘৰটোৰ গুণ-গুণনিবোৰ উন্মাদ হৈ উঠিল, ঠিক যেন বসন্তৰ সন্ধিয়া এজাক ভেকুলীৰ টোৰটোৰণী। কিছুমান নতুন চকী মেজ আহিল আৰু—প'লৰ বাবে এগৰাকী ঘৰুৱা শিক্ষক হ'ল। অহা শৰতত সি দেউতাকে পঢ়া ইটনলৈ সচাঁকৈ পঢ়িবলৈ যাব। প'লৰ মাক অভ্যস্ত থকা শীতত ফুল ফুলিলে আৰু আড়ম্বৰ পুষ্পিত হ'ল। তথাপিও যেন লাজুকী লতা আৰু বাদাম ফুলৰ আঁৰৰ পৰা, ৰংবিৰঙৰ গাৰুৰ দ'মৰ তলৰ পৰা, ঘৰটোৰ শব্দবোৰ ৰোমাঞ্চিত—আৰু আনন্দত মতলায়া হৈ চিঞৰিব ধৰিছে—"আৰু পইচা লাগে......আৰু পইচা লাগে—এতিয়াই—এতিয়াই.... আৰু পইচা লাগে ।......আগতকৈ বেছি। আগতকৈ বেছি।"

প'লে বৰ ভয় খালে। আঁতৰত সি লেটিন আৰু গ্ৰীক পঢ়িছিল। কিন্তু তাৰ—নিবিৰ সময়বোৰ সি বেচেটৰ লগতেই কটালে। গ্ৰেণ্ড নেচনেল হৈ গ'ল। সি নিশ্চিত নাছিল আৰু এশ পাউণ্ড হাৰিলে। গ্ৰীষ্ম আহি পালে। লিংকনৰ বাবে সি ব্যগ্ৰ হৈ থাকিল। কিন্তু লিংকনৰ বাবেও সি নিশ্চিত নহ'ল আৰু পঞ্চাশ পাউণ্ড হাৰিলে। তাৰ চকুযোৰত উত্তেজনা প্ৰকাশ পালে, দেখাত সি আচৰিত ধৰণৰ হৈ পৰিল। তাৰ দেহৰ ভিতৰত কিবা যেন বিস্ফোৰণ হ'ব।

"বাদ দিয়া সোণ। তুমি চিন্তা নকৰিবা। খুৰাকে তেনেদৰে ক'লে" যদিও সি যেন খুৰাকে কি কৈছে একো শুনা নাছিল।

"ডাৰ্বিৰ বাবে মই জানিবই লাগিব। ডাৰ্বিৰ বাবে মই জানিবই লাগিব!" ল'ৰাটোৱে দোহাৰিলে। তাৰ নীলা চকুযোৰযেন বলীয়াৰ দৰে জিলিকিব ধৰিছে।

সি খীনাই বোৱা মাকে লক্ষ্য কৰিলে—আৰু ক'লে, "তুমি এবাৰ সাগৰৰ পাৰৰ পৰা ফুৰি আহাঁগৈ। বৈ থকাতকৈ তুমি এতিয়াই নোযোৱা জানো? মোৰ মতে তুমি যোৱা ভাল হব।" তাইৰ অন্তৰখন তাৰ বাবে আচৰিত ধৰণে গধুৰ হৈ পৰিছিল—

কিন্তু লৰাটোৱে তাৰ নীলা চকুযুৰা তুলি ক'লে, "ডাৰ্বিৰ আগতে মই বোধ হয়-যাব নোৱাৰিম মা। মই বোধ হয় যাব নোৱাৰিম।"

"কিয় নোৱাৰিবা? আপত্তি কৰাত তাইৰ অন্তৰখন গধুৰ হৈ পৰিছিল, "কিয় নোৱাৰিবা? তুমি ইচ্ছা কৰিলে সাগৰৰ পাৰৰ পৰাই খুৰা অস্কাৰৰ লগত যাব পাৰা। তুমি ইয়াতে থকা ভাল নহ'ব। আৰু মই ভাবো তুমি এই ঘোঁৰা দৌৰবোৰত বৰ বেছিকৈয়ে মন দিছা। মোৰ পৰিয়ালো জুৱাৰী পৰিয়াল আছিল। আৰু ই কিমান ক্ষতি কৰে তাক তুমি ডাঙৰ নোহোৱালৈকে বুজি নোপাবা। কিন্তু ই ক্ষাত কৰিলেই। মই বেচেটক পঠিয়াই দিব লাগিব। আৰু খুৰা অস্কাৰকে ক'ম যে যদি তুমি এই বিষয়ে পৰিমিত নোহোৱা তেনেহ'লে ঘোঁৰা দৌৰৰ কথা যাতে খুৰাই তোমাৰ লগত নেপাতে। যোৱা, সাগৰৰ পাৰলৈ যোৱা আৰু এইবোৰ পাহৰি যোৱা। তোমাৰ দেহাত কেৱল শিৰবোৰহে আছেগৈ।"

"তুমি যি কোৱা মই তাকেই কৰিম মা, যদি তুমি মোক ডাৰ্বিৰ আগতে পঠিয়াই নিদিয়া" লৰাটোৱে ক'লে।

"ক'ৰ পৰানো পঠিয়াম? মাত্ৰ এই ঘৰটোৰ পৰাহে?"

"হয়", মাকলৈ থিৰ হৈ চাই সি ক'লে।

"কিয়, তুমি বৰ অদ্ভুত, হঠাৎ এই ঘৰখন ভাল পাবলৈ তোমাক কিহে শিকালে? তুমি ইয়াক ভাল পোৱা বুলিতো মই কেতিয়াও নেজানিছিলো।"

একো নোকোৱাকৈ সি একেথৰে চাই ৰ'ল। গোপনীয়তাৰ ভিতৰতে তাৰ আৰু এটা গোপনীয়তা আছে, যাৰ বিষয়ে সি বেচেট আৰু অস্কাৰ খুৰাকো কোৱা নাই।

কোনো সিদ্ধান্তত উপনীত হব নোৱাৰি থিয় হৈ থাকি মাকে শেষত কলে!

"থিক আছে বাৰু। তোমাৰ ইচ্ছা নাই যদি ভাৰ্বিৰ আগতে তুমি সাগৰৰ পাৰলৈ যাব নোলাগে। কিন্তু তুমি শপত খাব লাগিব যে এই ঘোঁৰাদৌৰ বোৰৰ কথা—এনেদৰে চিন্তা কৰি তুমি তোমাৰ স্বাস্থ্য নষ্ট নকৰা।"

"নাই নাই' সি অমনোযোগী হৈ ক'লে, "মই সেইবোৰৰ বিষয়ে বেছি চিন্তা নকৰোঁ, মা। তুমি চিন্তা নকৰিবা। মই তুমি হোৱা হ'লে চিন্তাই নকৰিলোহেতেন।"

"তুমি যদি মই আৰু মই যদি তুমি হ'লাহেতেন," মাকে ক'লে, "মই নেজানো, আমি কি কৰিলোহেতেন।"

"কিন্তু তুমি চিন্তা কৰিব নেলাগে বুলি জানা, নহয়নে মা?" ল'ৰাটোৱে পুনৰ দোহাৰিলে।

"মই কথাষাৰ শুনি খুব ফুৰ্টি পাব লাগে" ক্লান্ত ভাৱত তাই ক'লে।

"তুমি পাৰিবা, জানা। মই কব বিছাৰিছো যে তুমি চিন্তা কৰিব নেলাগে বুলি জনা উচিত"

"উচিত'! বাৰু মই চাম",

প'লৰ ৰহস্যৰ অন্তৰালত থকা ৰহস্যটো হ'ল তাৰ কাঠৰ ঘোঁৰাটো, যাৰ কোনো নাম নাই। পৰিচাৰিকাবোৰৰ পৰা যেতিয়া সি মুক্ত, হ'ল তেতিয়া সি সেই কাঠৰ ঘোঁৰাটো ওপৰৰ শোৱা কোঠালীলৈ লৈ গৈছিল।

"তুমি সঁচাকৈয়ে সেই কাঠৰ ঘোঁৰাটোৰ বাবে বহুত ডাঙৰ হ'লা।" মাকে আপত্তি কৰি কৈছিল।

"মা, মোৰ আচল ঘোঁৰা এটা নোহোৱালৈকে মই এক প্ৰকাৰ এটা জন্তু লৈ ভাল পাওঁ," ই তাৰ অদ্ভুত উত্তৰ আছিল।

"সি তোমাক লগ দিয়ে বুলি তুমি অনুভৱ কৰা নেকি?" মাকে হাঁহিলে।

"অঁ, হয়। সি বৰ ভাল, মই ভাত থাকিলে সি সদায় মোৰ লগ দিয়ে," প'লে ক'লে।

তেনেদৰে সেই জৰাজীৰ্ণ ঘোঁৰাটো তাৰ শোৱা কোঠাৰ ভিতৰত পিচ ঠেং দুটা বন্ধা অৱস্থাত থিয় হৈ থাকিল।

ডাৰ্বি ওচৰ চাপি আহিল আৰু ল'ৰাটো হৈ পৰিল আৰু অধিক উত্তেজিত। তাক কোৱা কথাবোৰ সি প্ৰায়ে নুশুনিছিল। সি বহু খীণাইছিল আৰু চকুকেইটা সঁচাকৈ অপাৰ্থিৱ হৈ পৰিছিল। তাৰ মাকে তাক লৈ এক আচৰিত দোমোজাত পৰিছিল। কেতিয়াবা প্ৰায় আধা ঘণ্টা কাল তাৰ কথা ভাবি তাই খণ্ডত উদগ্ৰীৱ হৈ পৰে। দৌৰি গৈ সি নিৰাপদে আছেনে নাই তাইৰ চাবলৈ মন যায়।

ডাৰ্বিলৈ দুটা নিশা বাকী, তাই নগৰৰ এখন ডাঙৰ ভোজ-মেললৈ গৈছিল। হঠাৎ তাইৰ প্ৰথম সন্তান ল'ৰাটোলৈ তাই উৎকণ্ঠিত হ'ল। তাইৰ বুকুখন এনেদৰে হেঁচা যেন পালে যে তাই কথা ক'ব নোৱাৰা হ'ল। অশেষ কষ্ট কৰি তাই স্থিৰ হৈ ৰ'ব বিচাৰিলে কিন্তু ভাবটো আছিল অতি প্ৰবল। নাচ এৰি তাই তললৈ নামি গৈ গাঁৱলৈ ফোন কৰিলে। সন্তানকেইটিৰ পৰিচাৰিকা, মাজ নিশা ফোন কৰা দেখি আচৰিত হ'ল।

"মিচ উইলশট, ল'ৰা-ছোৱালী কেইটি ভালে আছেনে?"

"হয়, সিহঁত ভালে আছে।"

"প'ল? সি ভালে আছেনে?"

"সি সময়ত শুবলৈ গ'ল। মই চাই আহিম নেকি।"

"নেলাগে," পল'ৰ মাকে অনিচ্ছাৰে বাধা দিলে, "নেলাগে।

তাক আমনি নকৰিবা। চব ঠিকেই আছে। আমি সোনকালেই ঘৰলৈ গৈ আছোঁ," তাইৰ ল'ৰাটোৰ গোপনীয়তাত হস্তক্ষেপ কৰাটো তাই নিবিচাৰিলে।

"ভাল বাক," পৰিচাৰিকা গৰাকীয়ে ক'লে।

প'লৰ মাক দেউতাক ঘূৰি অহা সময়ত প্ৰায় এক বাজিছিল। সকলোবোৰ নিস্তব্ধ হৈ আছিল। প'লৰ মাকে তেওঁৰ কোঠালৈ গৈ নোমৰ বগা কোটটো খুলি থলে। তাইৰ পৰিচাৰিকা গৰাকীক তাইৰ বাবে বৈ নেথাকিবলৈ তাই কৈয়ে গৈছিল। তলত তাইৰ স্বামীয়ে হুইস্কীৰ লগত চোদা মিহলোৱা শব্দ তাই শুনিলে।

তাৰ পিছত তাইৰ অন্তৰৰ অদ্ভুত উৎকণ্ঠাৰ বাবে তাই সন্তৰ্পনে ওপৰৰ তাইৰ ল'ৰাটোৰ কোঠালৈ উঠি গ'ল। কিবা শব্দ হৈছে নেকি? কিহৰ শব্দ?

একে থৰে তাৰ কোঠাৰ দুৱাৰখনৰ ওচৰত থিয় হৈ তাই শুনিবলৈ ল'লে। আচাৰিত ধৰণৰ গধুৰ অথচ মিহি শব্দ এটা হৈছিল। তাইৰ অন্তৰখন জঠৰ হৈ পৰিছিল। এইয়া এক শব্দহীন কোলাহল, অথচ তীব্ৰ আৰু শক্তিশালী প্ৰকাণ্ড কিবা এটাই যেন নীৰবে উন্মাদৰ দৰে লৰচৰ কৰিছে। কি এইটো? হে ভগবান, এইটো কি, তাই জানিবই লাগিব। তাই যেন সেই শব্দটো কিহৰ জানেই, এনে অনুভৱ তাইৰ হ'ল। এইটো কি তাই জানে।

তথাপিও তাই অনুমান কৰিব নোৱাৰিলে। সেইটো কি তাই ক'ব নোৱাৰিলে। আৰু উন্মাদৰ দৰে শব্দটো হৈ গ'ল।

উৎকণ্ঠা আৰু ভয়ত প্ৰায় জঠৰ হৈ তাই লাহেকৈ দুৱাৰৰ হাতোৰাটো ঘূৰাই দিলে।

কোঠালীটো এন্ধাৰ। তথাপিও খিৰিকিখনৰ কাষৰ ঠাইখিনিত কিবা এটা ইফাল সিফাল কৰি থকা তাই দেখিলে। ভয় আৰু আশ্চৰ্যত তাই থৰ হৈ চালে।

হঠাৎ তাই লাইটটো জ্বলাই দিলে। তাইৰ ল'ৰাটোৰে সেউজীয়া পায়জামাটো পিন্ধি ঘোঁৰাটোৰ ওপৰত বহি উন্মাদৰ দৰে ঘোড়াটো দুলাই থকা তাই দেখিলে।

"প'ল" তাই চিঞৰ মাৰি উঠিল "কি কৰি আছা তুমি?"

"এইটো মালাবাৰ" শক্তিশালী আচৰিত কণ্ঠত সি চিঞৰি উঠিল "এইটো মালাবাৰ।"

কাঠৰ ঘোঁৰাটো দুলুৱা বন্ধ কৰাৰ সময়ত সি মাকলৈ আচৰিত আৰু অজ্ঞানৰ দৰে এক চেকেণ্ড চালে। তাৰ পিছত সি মাটিত লুটি খাই পৰিল। মাকৰ পীড়িত পূৰ্ণ আবেগেৰে তাই লৰি গৈ তাক উঠাবলৈ চেষ্টা কৰিলে। কিন্তু সি অজ্ঞান হৈ আছিল আৰু ভ্ৰম বকি বকি অজ্ঞান হৈয়ে ৰ'ল। প্ৰলাপ বকি বকি সি ইচাটি বিচাটি কৰি থাকিল আৰু মাক শিলৰ দৰে থৰ হৈ তাৰ কাষতে বহি ৰ'ল।

"মালাবাৰ! ই মালাবাৰ! বেচেট! বেচেট মই জানো! ই মালাবাৰ!"

মাজে মাজে উঠি তাক অনুপ্ৰেৰণা দিয়া ঘোঁৰাটো দুলাবলৈ চেষ্টা কৰি সি চিঞৰিব ধৰিলে।

"মালাবাৰ মানে সি কি কব বিচাৰিছে?"

শোকাকুল অন্তৰেৰে মাকে সুধিলে।

"মই কব নোৱাৰোঁ," থৰ হৈ দেউতাকে ক'লে।

"মালাবাৰ মানে সি কি কব বিচাৰিছে," তাই ভায়েক অস্কাৰক সুধিলে।

"ডাৰ্বিত দৌৰিব লোৱা ই এটা ঘোঁৰা," অস্কাৰ ক্ৰেচৱেলে বেচেটৰ লগত আলোচনা কৰি তেওঁ নিজে মালাবাৰৰ নামত এহেজাৰৰ বাজি ধৰিলে একত চৈধ্যগুণ হিচাপত।

তৃতীয় দিনৰ অসুখ বৰ শঙ্কাপূৰ্ণ হ'ল সকলোৰে কিছু পৰিবৰ্ত্তনৰ বাবে অপেক্ষা কৰি ৰ'ল। দীঘল কেঁকোৰা চুলিৰে

ল'ৰাটোৱে গাৰুটোত ইকাটি সিকাটি কৰি থাকিল। সি শুৱাও নাছিল আৰু তাৰ জ্ঞানো উভতি অহা নাছিল। তাৰ চকুযোৰ নীলা মণিৰদৰে হৈছিল। হিয়াখন শিলৰ দৰে হোৱা অনুভৱ কৰি তাৰ মাকে বহি ৰ'ল

সন্ধিয়া অস্কাৰ ক্ৰেছৱেল নাহিল, কিন্তু বেছেটে খুধি পঠিয়ালে যে সি মাত্ৰ এক্সমেকৰ বাবে ওপৰলৈ আহিব পাৰে নেকি, মাত্ৰ এক্সমেকৰ বাবে? প'লৰ মাকৰ এনে অনধিকাৰ প্ৰবেশ বিচৰাত খং উঠিছিল, কিন্তু পিছ মুহূৰ্ত্তত চিন্তা কৰি তাই মান্তি হ'ল। ল'ৰাটো একেদৰেই আছিল। কিজানি বেচেটে তাৰ জ্ঞান ঘূৰাই আনিব পাৰেই।

ৰঙচুৱা চুটি গোফকোছা, মুগা আৰু সৰু চকুযুৰীৰে চুটি চাপৰ মানুহটো সন্তৰ্পণে কোঠালীটোত সোমাই আহি প'লৰ মাকলৈ তাৰ কাল্পনিক টুপীটো খুলি সম্ভাষণ জনালে আৰু তাৰ সৰু সৰু জক-মকীয়া চকুযুৰীৰে উচপিচ্ কৰি থকা মৃতপ্ৰায় শিশুটিলৈ চাই চাই বিচনাখনৰ কাষ চাপিল।

"প'ল" সি ফুচফুচাই ক'লে। "প'ল, মালাবাৰ জিকিল, তুমি কোৱা দৰেই মই কৰিলো। তুমি প্ৰায় সত্তৰ হেজাৰ পাউণ্ড পালা, এতিয়া তোমাৰ আশী হেজাৰ আছে। মালাবাৰ স'চাকৈয়ে জিকিল, প'ল।"

"মালাবাৰ! মালাবাৰ! মালাবাৰ বুলি মই কৈছিলোনে, মা? কৈছিলোনে মই মালাবাৰ বুলি? তুমি মোক ভাগ্যবান বুলি ভাবানে, মা? মই মালাবাৰ বুলি জানিছিলো, নহয়নে? আশী হেজাৰ পাউণ্ডৰো বেছি। মই তাক ভাগ্য বুলি কওঁ, তুমি নোকোৱানে, মা? আশী হেজাৰো বেছি। মই জানিছিলো, মই জানো বুলি নেজানিছিলো নে? মালাবাৰ জিকিল। মই মোৰ ঘোঁৰাটো যদি নিশ্চিত হোৱালৈ চলাব,পাৰো তেতিয়াই মই তোমাক কওঁ, বেচেট, তুমি যিমান ওপৰলৈ ইচ্ছা কৰা, বাজি ধৰিব পাৰা। তোমাৰ যিমান আছিল সিমান তুমি বাজি ধৰিছিলানে, বেচেট?"

"মই এহেজাৰ ধৰিছিলো, প'ল।"

"মই তোমাক কেতিয়াও কোৱা নাছিলো, মা, যে মই মোৰ ঘোঁৰাটো চলাই চলাই তাত যদি গৈ পাওঁ, তেনেহলে মই সম্পূৰ্ণ নিশ্চিত হওঁ —সম্পূৰ্ণ নিশ্চিত! মা, মই তোমাক কেতিয়াবা কৈছিলো নে? মই ভাগ্যবান বুলি?"

"নাই, তুমিতো কেতিয়াও কোৱা নাই," মাকে ক'লে।

সেই নিশা ল'ৰাটো মৰিল।

আৰু ল'ৰাটো মৰি পৰি থাকোতেই তাৰ মাকে তাইৰ ভায়েকে তাইক কোৱা শুনিলে; "হে ভগৱান, হেষ্টাৰ, ভালৰ ফালে তোমাৰ এতিয়া আশী হেজাৰ আৰু বেয়াৰ ফালে এই দুৰ্ভগীয়া চয়তান ল'ৰাটো।

কিন্তু দুৰ্ভগীয়া চয়তান, দুৰ্ভগীয়া চয়তান, ভালেই হ'ল সি জীৱন এৰি তালৈ গ'ল, য'লৈ সি তাৰ কাঠৰ ঘোঁৰাটো চেকুৰাই চেকুৰাই বিজয়ী ঘোঁৰাটোৰ সন্ধানত যায়।

# প্ৰেমচন্দ

( ১৮৮০–১৯৩৬ )

দুশৰো অধিক চুটি—দীঘল গল্পৰ স্ৰষ্টা প্ৰেমচন্দ হিন্দী কথা সাহিত্যৰ অনন্য প্ৰতিভাধৰ যুগান্তকাৰী কথাশিল্পী। তেওঁৰ কুৰি বছৰীয়া সাহিত্যচৰ্চাৰ কালত প্ৰেমচন্দে হিন্দী গল্প সাহিত্যক 'কৈশোৰৰ পৰা প্ৰৌঢ়ত্ব প্ৰদান' কৰে।

তেওঁৰ বাবে, ৰচনাশৈলীৰ ভিন্নতা বক্তব্য প্ৰকাশৰ প্ৰায়োগিক কৌশলহে—প্ৰাথমিক সমল নহয়, আনহাতে তেওঁৰ বক্তব্যৰ গভীৰতা বিচিত্ৰ ৰচনাৰীতিৰ অঙ্গাঙ্গী পৰিপূৰক; আৰু এই উভয়ৰে সোণ সুৱগা তেওঁৰ উত্তৰকালৰ হিন্দী সাহিত্যৰ পথনিৰ্দেশক।

# কফন*

পঁজাটোৰ দুৱাৰখনৰ দাঁতিতে বাপেক-পুতেক উভয়ে ক্ৰমে নুমাই অহা জুইকুৰাৰ ওচৰত মৌন হৈ বহি আছিল আৰু পঁজাঘৰৰ ভিতৰত পুতেকৰ গাভৰু ঘৈণী বুধিয়াই প্ৰসৱ যন্ত্ৰণাত চাটি-ফুটি কৰি পৰি আছিল।

মানুহজনীৰ মুখৰ পৰা বৈ বৈ কলিজা-কঁপোৱা এনে বিকট চিঞৰ ওলাইছিল যে, উভয়ৰে আমঠু ক'লা পৰি গৈছিল। শীতকালৰ ৰাতি। প্ৰকৃতি নীৰৱতাত ডুবি আছিল। গোটেই গাওঁখন আন্ধাৰত লীন হৈ আছিল।

ঘীচুৱে ক'লে, "নেবাচিব কিজানি! ওৰেদিনটো কষ্ট খাইছে। যাচোন, এবাৰ গৈ চাই আহ।"

মাধৱে বিৰক্তিৰে ক'লে, "মৰেই যদি সোনকালে মৰি নেথাকে কিয়? মই চাইনো কি কৰিম?"

"তই বৰ কাঠচিতীয়া অ'! যাৰ লগত গোটেই বছৰটো সুখে-সন্তোষে সংসাৰ কৰিলি তাৰ লগতে ইমান বিৰক্তি!"

"হ'ল বুলি মইতো তাইৰ হাতভৰি জোকাৰি চাটি-ফুটি কৰি থকাটো চাই থাকিব নোৱাৰো।"

সিহঁত জাতিত চমাৰ আৰু গোটেই গাওঁখনতে তাহঁতৰ বদনাম। এদিন কামলৈ বুলি ওলালে ঘীচুৱে তিনদিনলৈ শুই বহি আৰামত কটায়। মাধৱো ইমান এলেহুৱা যে, এঘণ্টা কাম কৰিলে তিনিঘণ্টা চিলিম খায়। সেয়ে সিহঁতে ক'তো দিনমজুৰীৰ কাম নাপায়। ঘৰখনত এমুঠি চাউল থকালৈকে কাম নকৰিবলৈ সিহঁতে যেন শপতহে খাই লৈছিল। যেতিয়া দুই-চাৰিসাজ লঘোণ দিব

* কফন: শ ঢকা কাপোৰ।

লগীয়া হয়, তেতিয়াহে ধীচুৰে গছত উঠি খৰি এডাল কাটে আৰু মাধৱে সেইডালকে বজাৰত কোনোৰকমে বেচি দুপইচা আনে—আৰু এই পইচাকেইটা আকৌ যেতিয়ালৈকে শেষ নহয়, তেতিয়ালৈকে দুয়োটাই টলৌ-ভটৌ টাংটিঙালি কৰি কটায়। আকৌ লখোণ দিবলগীয়া হলেহে সিহঁতে খৰি কাটে বা দিন হাজিৰাৰ কাম বিচাৰি ওলায়। খেতিয়কৰ গাওঁখনত কামৰ অভাৱ নাই। পৰিশ্ৰমী মানুহৰ কাৰণে হাজাৰটা কাম। কিন্তু ইহঁত দুটাৰ বাবে কামৰ অভাৱ, কাৰণ এই দুয়োটা এলেহুৱা মানুহকে কামত লগাই গৃহস্থই মাত্ৰ এটা মানুহৰ কামহে পায় আৰু সেয়ে উপায় নোহোৱা তেনে পৰিস্থিতিতহে মানুহে তাহাঁতক কামত লগায়। সন্ন্যাসী-বৈৰাগী হোৱাহেঁতেন ইহঁতহালৰ বাবে সন্তুষ্টি আৰু ধৈৰ্য আহৰণৰ কাৰণে কোনো অনুশীলন বা সংযমৰ প্ৰয়োজন নহলহেঁতেন। সদায় সন্তুষ্ট হৈ থকা আৰু এনেয়ে ধৈৰ্য ধৰি থাকিব পৰাটো সিহঁতৰ বিচিত্ৰ জীৱনৰ স্বভাৱ। সিহঁতৰ জুপুৰীটোত গোটাদিয়েক মাটিৰ পাত্ৰৰ বাহিৰে সম্পত্তি বুলিবলৈ আৰু কুটা এডালো নাই। চিৰলিফটা কাপোৰ একোটুকুৰা গাত মেৰিয়াই কোনো ৰকমেহে লাজ ঢাকি জীয়াই থাকে। সাংসাৰিক চিন্তাৰ মেৰপাকৰপৰা সিহঁত সদায় মুকলি হৈ থাকে। ধাৰ-ঋণৰ হেঁচাত গালি-শপনি খায়, মাৰ-কিলো খায়, কিন্তু একোলৈকে কোনো ভ্ৰূক্ষেপ নাই। কোনোবাই যদি সিহঁতক অলপমানো ধাৰলৈ দিয়ে তেনে ঘূৰাই পোৱাৰ আশাত নহয়, এনেয়ে দিয়ে। নিজৰ প্ৰয়োজনত আনৰ বাৰীৰ আলু-কচু ভাঙি মোহাৰি আনি জুইত পুৰি খায়, বাতি লোকৰ বাৰীৰ দহ-বাৰডাল কুঁহিয়াৰ ভাঙি আনি ৰস চুহি খায়। এই এলেহুৱা বৃত্তিকে ধীচুৱে তাৰ জীৱনৰ তিনিকুৰি বছৰ পাৰ কৰি দিলে, বাপেকৰ খোজতে খোজ মিলাই পুতেক মাধৱেও সেই বাটেৰেই বাট বুলিছে। সি আনকি বাপেকতকৈও এখোজ আগবাঢ়িহে গৈছে। এতিয়াও দুয়োটা জুহালৰ ওচৰতে বহি কোনোবা মানুহৰ

বাৰীৰ পৰা অনা আলু পুৰি খাই আছিল। ঘীচুৰ মৈণীয়েক মৰা বহুদিন হ'ল। মাধৱৰ বিয়া হৈছিল যোৱা বছৰ। এই মানুহজনী আহিৱৰ পৰা তাই নিজে পৰিয়ালটোক অলপমান এটা গতলৈ আনিছিল, কিন্তু এই ছুয়োটাই নিলাজৰ দৰে পেটৰ পোৰণি উপশম কৰিয়েই কটাইছিল। বৰং মানুহজনী ঘৰখনলৈ অহাৰ পিছত এই মানুহ দুটা আগতকৈও ধোদ আৰু আৰাম বিচৰাহে হ'ল। কুটা এগছো দুগছ নকৰা হ'ল। কোনোৱে কাম এটা যাচিলেও কামটো কৰাৰ আগতে দুগুণ মজুৰী দাবি কৰিবলৈ ললে। সেই মানুহজনীয়েই আজি প্ৰসূতিৰ যাতনাত মৰিবলগীয়া হৈ আছে আৰু ইহঁত দুয়োটাই কিজানি সেই মুহূৰ্তলৈহে অপেক্ষা কৰি আছে, যেতিয়া তাই মৰিলে অন্ততঃ অলপসময় দুয়োটা নিচিন্তে পৰমসুখত শুই থাকিব পাৰিব।

"যা চোন, চাই আহগৈ মানুহজনী নো কি অৱস্থাত আছে।" কুটছাইৰ পৰা আলু উলিয়াই বাকলি গুচাই থাকি ঘীচুৱে ক'লে, "কিবা দেও-ভূত লম্ভিলে যেন পাওঁ, নহলেনো আৰু কি হ'ব? ইয়াত দেখোন ওজায়ো এটকা বিচাৰিব।"

সি কোঠাৰ ভিতৰলৈ আঁতৰি গলেই ঘীচুৱে আলুৰ এপৰাল পেলাব বুলি মাধৱৰ ভয়। সি ক'লে, "মোৰ ভিতৰলৈ যাবলৈ ভয় লাগে।"

"কিহৰ ভয় অ?' মই এইখিনিতে আছো দেখোন।"

"তেতিয়াহলে তয়ে চাই নাহগৈ কিয়?"

"মোৰজনী মানুহ মৰিবৰ সময়ত মই তিনিদিনলৈ তাইৰ ওচৰৰ পৰা এখোজো আঁতৰি অহা নাছিলো আৰু মোৰ কিয় লাজ নেলাগিব? যিজনী মাইকীৰ মুখখনলৈ ইমানদিনে নেচালো, আজি সেইজনীৰ খালি গাটো চাবলৈ কোন সতে যাম? মোক দেখা পালে তাই নিজৰ মতে হাত-ভৰিকে জোকাৰিব নোৱাৰা হ'ব।"

"মই ভাবিছো, ল'ৰা-ছোৱালী কিবা এটা জন্ম হলে কি উপায়

হ'ব! ঘৰত আদা, গুৰ, তেল একোৱেই নাই।"

"সৰবোৰ যোগাৰ হৈ যাব। ঈশ্বৰে দিলেও যিবোৰ মানুহে এতিয়া আমাক কুটাকডি এটা দিব নোখোজে সেইবোৰেই কাইলৈ মাতি নি টকা পইচা দিব। মোৰ ন-টা ল'ৰা হৈছিল। ঘৰত কোনোদিনেই খুদচাউল এটাও নাছিল। তথাপি ঈশ্বৰে কিবা উপায়ে তৰালে।"

······যি খন সমাজত দিনে-ৰাতিয়ে কপালৰ ঘাম মাটিত পেলাই খাটি খোৱা মানুহৰ অৱস্থাও সিহঁতত্তকৈ ভাল নাছিল আৰু খেতিয়কৰ তুলনামূলক বিচাৰত তেওঁলোকৰ মুনাফা লুটিব জনা বহিখোৱা শ্ৰেণীৰ লোকৰ অৱস্থা বেছি চলচলীয়া আছিল। সেইখন সমাজত এনে মানসিক অৱস্থাৰ উদ্ভৱ হোৱাটো একো আচৰিত হ'বলগীয়া কথা নাছিল।

মোৰ বিবেচনাত ঘীচু আন খেতিয়কবোৰৰ তুলনাত অধিক বিবেচক আছিল। বিচাৰ-বুদ্ধিহীন খেতিয়কবোৰৰ লগত দল ভাৰী কৰাৰ সলনি সি কথা চোবাই ফুৰা ধূৰ্তৰ দলত শাৰী পাতিছিল. কিন্তু এই মেল মাৰি ফুৰা ধুৰন্ধৰবোৰৰ নীতি—নিয়ম মানি চলিব পৰা শক্তি তাৰ নাছিল। সেয়ে তাৰ দলৰ আন মানুহ মুখিয়া আৰু ৰবৰুৱীয়া হৈছিল যদিও সি গোটেই গাওঁখনৰে নিন্দাৰ পাত্ৰ হৈ গালি-গালাজ খাই ফুৰিবলগীয়া হৈছিল। সিমানতো সি দালদৰিদ্ৰ হৈ থকা স্বত্বেও মানসিক শান্তি পাইছিল এইবুলি যে, খেতিয়কবোৰৰ দৰে সি হাৰভঙা পৰিশ্ৰম কৰিবলগীয়া হোৱা নাছিল আৰু আনে তাৰ হোজা আৰু নিৰীহ স্বভাৱ চৰিত্ৰৰ পৰা লাভ উঠাব পৰা নাছিল।

কালিৰে পৰা সিহঁতৰ পেটত একো পৰা নাছিল। গতিকে হুয়োটাই জুইৰ পৰা আলু উলিয়াই গৰমে গৰমে গিলিবলৈ আৰম্ভ কৰিছিল। আলু চেঁচা হ'বলৈ ৰ'বলৈ সিহঁতৰ ধৈৰ্য নাছিল। খাওঁতে কেইবাবাৰো জিভাও পুৰি গৈছিল। বাকলি গুচোৱাৰ পিছত আলুৰ ওপৰৰ অংশ'ৰ গৰম যেন নালাগিছিল, কিন্তু কামোৰ মৰাৰ লগে লগে জুই সদৃশ তপত হৈ থকা ভিতৰৰ অংশই জিভা আৰু ডিঙি

পুৰি গৈছিল । সেই জুই আওঁঠাসোপা মুখত মুমুৰাই, চোৰোৰাওঁকৈ পোনে পোনে একেবাৰে পেটত পেলাই দিব পৰা হলেহে যেন আৰু ভাল হলহেঁতেন। সিহঁতৰ পেটৰ ভিতৰত সেইবোৰ ঠাণ্ডা কৰিব পৰা আৰু বহুত বস্তুৱেই আছে। সেই কাৰণেই ছুয়োটাই গৰম আলুবোৰ ততাতৈয়াকৈ গিলি থৈছিল । এনে কৰোঁতে সিহঁতৰ চকুপানী নিগৰি ওলাইছিল।

সেই সময়তে ঘীচুৰ পুৰণি দিনৰ জমিদাৰৰ ঘৰৰ বিয়া এখনলৈ মনত পৰিছিল। সেইখন বিয়ালৈ সি গৈছিল বিশ বছৰৰ আগতে। সেই বিয়াৰ ভোজত সি যিটো তৃপ্তি পাইছিল, সেই কথা তাৰ আজীৱন মনত ৰাখিবলগীয়া বিষয় আছিল। তাৰ মনত সেই কথা আজিও ফটফটীয়া হৈয়ে আছে। ঘীচুৱে ক'লে,

"সেই বিয়াৰ ভোজৰ কথা পাহৰিব নোৱাৰো। তেতিয়াৰ পৰা সেই ধৰণে উদৰ পূৰাই হেপাহ পলুৱাই কোনোদিনেই খাবলৈ পোৱা নাই। ছোৱালীবোৰে সকলোকে পেট ভৰাই পুৰী খুৱালে। সৰু বৰ সকলোৱে লুচি-পুৰী খালে। একেবাৰে খাঁটি ঘিঁউত ভজা, চাটনি, জেলি, তিনি-চাৰি বিধ শুকান ভজা, এখন ৰসৰ আঞ্জা, দৈ, মিঠাই! কি ক'ব সেই কথা। ভোজৰ বস্তুবোৰ খাই কি যে সোৱাদ লাগিল— হকা বাধা কৰোঁতা নাই, যিহকে লাগে দিবলৈ ক আৰু যিমান খাব পাৰ খা! মানুহবোৰে যে ইমান খালে! কোনেও পানী এচলুও খাবলগীয়া নহল। গৰম গৰম ঘূৰণীয়া ঘূৰণীয়া গোন্ধ ওলাই থকা কচুৰী বিলনীয়াই পাতে পাতে দি গৈছিল। আৰু নেলাগে বুলি দিবলৈ বাধা দিলো, পাতখন হাতেৰে ঢাকি ধৰিলো, কিন্তু ক'ত আৰু মোৰ কথা শুনে! দিলেহে দিলে। আৰু এইবোৰ খাই-বৈ মুখ ধুই উঠিলোহে, পাণ লং-মচলাও পালো। তেতিয়ানো আৰু মোৰ পাণ খাবলৈ পেটত ক'ৰ জেগা আছিল! থিয় হবই পৰা নাছিলো। এনে খোলা দিলৰ মানুহ আছিল সেই জমিদাৰ।"

নিজৰ মনতে এই আপুৰুগীয়া বস্তুবোৰৰ সোৱাদ অনুভৱ কৰি মাধৱে ক'লে,

"আমাক আৰু আজিকালি কোনেও এনেকুৱা ভোজ খুৱায়।"

"এতিয়ানো কোনে খুৱাব ? তাহানিৰ কথাই বেলেগ আছিল। এতিয়া সকলোৱে টনা আজোৰাকৈ পাল মাৰিবলৈহে যিচাৰে। বিয়া বাৰুত খৰচ নকৰিবি, কাজ সকামতো খৰচ নকৰিবি, কচোন তেনেহলে গৰীবৰ বস্তুবোৰ টানি-আজুৰি গোটাই থবি ক'ত ? নিবৰ সময়ত দেখোন ধঁাছি-মুহি নিয়, কিন্তু খৰচ কৰাৰ বেলিকা হাতৰ মুঠিৰ পৰা পানী এটোপালো নসৰকে।"

"তই চাগে' একুৰিমান লুচি খালি ?"

"একুৰিতকৈ বেছিহে খালো কিজানি।"

"মই হোৱা হলে আঢ়ৈকুৰি খালোহেঁতেন।"

"ময়ো কিজানি পঞ্চাশৰ কম খোৱা নাই। তেতিয়া খুউব শকত ডাঙৰ আছিলো নহয়, এতিয়া তই মোৰ তেতিয়াৰ আধাও নহয়।"

আলু খোৱাৰ পিছত দুয়োটাই পানী খালে। তাৰপিছত সেই-খিনিতে জুহালখনৰ গুৰিতে চুৰিয়াৰ আগটোহঁত পাৰি কোঁচমোচ খাই শুই থাকিল যেন—অজগৰ সাপ এহালহে খাই গেৰেলা হৈ পৰি আছে!

আৰু সিফালে তেতিয়াও বুধিয়াই যন্ত্ৰণাত চিঞৰি আছিল।

(২)

ৰাতিপুৱালৈ শুই উঠি মাধৱে পঁজাটোৰ ভিতৰ সোমাই ঘৈণী-য়েকক চালেগৈ। তেতিয়ালৈ তাইৰ দেহা চেঁচা-শিল যেন হৈছিল। মুখখনত ভেনা মাখি পৰিছিল। পাথৰৰ নিচিনা ঢেল খাই থকা চকুহাল ওপৰলৈ ওলাই আহিছিল। তাইৰ গোটেই গাটো ধূলি বালিৰে লেপেটা খাই আছিল। পেটৰ সন্তানটো মৰি গৈছিল।

মাধৱ দৌৰি আহি ঘীচুৰ ওচৰ পালেহি। তাৰ পিছত দুয়োটাই পাতাল ফটাকৈ চিঞৰি চিঞৰি হাইও বিও লগালে আৰু বুকু ঢকি-য়াবলৈ ধৰিলে। কন্দা-কটাৰ বাউচি বিননি শুনি ওচৰ-চুবুৰীয়া লৰি ঢাপৰি আহিল। পুৰণি নিয়ম অনুসৰি এই হতভাগা দুটাক সকলোৱে সান্ত্বনা দিবলৈ ধৰিলে।

কিন্তু তেতিয়া বেছিকৈ কন্দা-কটাৰ সময় নাছিল। কৰুন আৰু খৰি-মাৰিৰ ব্যৱস্থা কৰিব লাগিব। ঘৰখনতো ফুটা কড়ি এটাবো যোগ্ৰ নাই। সিহঁতৰ ঘৰত চিলনীৰ থাপত নোহোৱা হোৱাৰ দৰেই টকা পইচাও নোহোৱা হয়।

উপায় বিচাৰি বাপেক-পুতেক দুয়োটা জমিদাৰৰ ওচৰত ওলাল গৈ। জমিদাৰে এইহালৰ মুখ চাবলৈও ঘিণ কৰিছিল। আনকি তেওঁ সিহঁতক কেইবাবাৰো চুৰ কৰাৰ দোষত, কাম কৰিবলৈ আহিব বুলি কথা দিও নহাৰ অপৰাধত মাৰ-ধৰো কৰিছে। তথাপি সুধিলে,

"কি হ'ল ঘীচুৱা? কান্দিছ কিয়? আজিকালি তোক দেখোন ক'তো দেখিবলৈও পাবলৈ নাই, তই আৰু এইখন গাঁৱত থাকিবলৈকে মন নকৰা হলি যেন পাইছো।"

কপালখন মাটিত লগাই চকুপানীৰে বাট নেদেখা হৈ ঘীচুৱে ক'লে,

"দেউতা ঈশ্বৰ," এইবাৰ একেবাৰে মৰিলো। মাধৱৰ তিৰোতা-জনী বাতিতে মৰিল। গোটেই ৰাতি চিঞৰি আছিল। দেউতা ঈশ্বৰ, আমি দুটাই তাইৰ মুৰশিতানতে বহি ৰাতি পোহৰ কৰিলো। দৰব-জাতিও যিমান পাৰো সকলো কৰিলো। তাই মৰি গৈ পাৰ পালে, আমাক একেবাৰে অপাৰ সাগৰত ডুবাই থৈ গ'ল। এতিয়া আৰু আমাক কটি এটা বনাই দিবলৈকো কোনো নেথাকিল। দেউতা ঈশ্বৰ, ঘৰখন উদং হ'ল। নিগমে মৰিলো। নিঃকিন আপোনালোকৰ ভৰিৰ ধুলি। এতিয়া মনুহজনীৰ কাম-কাজ কৰি সন্দতি দিবলৈকে নিৰুপায় হলো। আপুনিহে আছে, আৰু নো কোন আছে, কাৰ ওচৰলৈ যাম? আমাৰ ওচৰত থকা ধন-বিত তাইৰ বেজ্ৰ-ওজা, দৰব-ঔষধতে শেষ হৈ গ'ল। সেয়েহে দেউতাই যদি অকণমান মৰম কৰে তেতিয়া মানুহজনীৰ সদগতিকণ কৰিব পাৰো। আপোনাৰ বাহিৰেনো কাৰ ওচৰলৈ হাত পাতিবলৈ যাম!"

জমিদাৰ মৰমীয়াল মানুহ আছিল। তথাপি ঘীচুক সহায়

কুৰা মানে ক'লা কাপোৰত বং সনাৰ নিচিনা। তেওঁ শুতো নকৰি নোৱাৰিলে। কিন্তু মুখেৰে দাবি মাৰি ক'লে,

"হয়, ইয়াৰ পৰা যা। মোৰ কামত মাণ্ডি থাকিলেও নাহ। এতিয়া নিজৰ গৰজত ভৰিত পৰি কাকুতি কৰিবলৈ আহিছ। নিমখ হাৰাম, বজ্জাত!" কিন্তু এই কথা বা শাস্তি বিধান দিয়াৰ সময় এইটো নহয়। তেওঁ জেপৰ পৰা দুটা টকা উলিয়াই দলিয়াই দিলে। কিন্তু সিহঁতক সান্ত্বনা দিবলৈ তেওঁৰ এষাৰ কথাও মুখৰ পৰা নোলাল। তেওঁৰ মূৰৰ পৰা গধুৰ বোজা এটাহে যেন নামি গ'ল এনে ভাবত তাৰফালে ঘুৰিও নেচালে।

জমিদাৰে চাহাবেই দুটকা দিলে যেতিয়া গাঁৱৰ বেপাৰী মহাজনৰ নিদিয়াকৈ থকাৰ দুঃসাহস ক'ৰ পৰা হ'ব। জমিদাৰৰ নামত কেনেকৈ ঢোল বজাব লাগে ঘীচুৱে ভালদৰে জানিছিল। কোনোৱে দুঅনা দিলে, কোনোৱে দিলে চাৰিঅনা, এঘণ্টা মানৰ ভিতৰতে ঘীচুৰ হাতত অতি সহজে পাঁচ টকা গোট খাই গ'ল। কাৰোবাৰ পৰা আনিলে চাউল, কোনোজনৰ পৰা আনিলে খৰি। দুপৰীয়াভাগলৈ ঘীচু আৰু মাধৱ কফন কিনিবলৈ বজাৰলৈ গ'ল মৰা-ঘৰত মানুহে বাঁহ-কাঠ কাটিবলৈ আৰম্ভ কৰিলে।

গাওঁখনৰ উদাৰ আৰু কোমল মনৰ তিৰোতাবোৰ আহি শটো চাই গলছি আৰু মানুহজনীৰ এনে দুখলগা অৱস্থা দেখি দুটোপাল চকুপানী মচি গ'ল।

বজাৰ পাই ঘীচুৱে ক'লে,

"তাইক জলাবলৈ দৰকাৰ হোৱা খৰিখিনি পালোৱেই, নহয় জানো মাধৱ?"

"খৰি বেছিহে হ'ল। এতিয়া কফন হলেই হৈ যাব," মাধৱে উত্তৰ দিলে।

"এৰা," ব'ল তেনে জিলমিলীয়া কিবা কফন এখন লৈ যাওঁগে।"

"ঠিকেই কৈছ, কি নো ? মৰা উঠোৱালৈ ৰাতি হব গৈ ! তেতিয়া আৰু কফন কোনে দেখিব !"

"হুঃ এইবোৰো আৰু কি ধৰণৰ বেয়া নিয়ম। তয়ে চা-চোন, জীয়াই থাকোতে গা ঢাকিবলৈ ফটা কাপোৰ এটুকুৰাও নেপায়, মৰাৰ পিছত আৰু ভাল কফন লাগে অ'। আৰু মৰাৰ লগতে কফনখনো পুৰি ছাই হৈহে যাব।"

"হবলৈ নো আৰু কি বাকী আছে ? এই টকা পাঁচোটাকে আগতে পোৱাহেঁতেন, দৰৱ জাতিকে খুৱাব পাৰিলোহেঁতেন।"

এনেদৰে সিহঁতে ইটোৱে সিটোৰ মন জুখি চালে। বজাৰত সোঁৱে বাঁৱে ঘূৰি ফুৰিবলৈ ধৰিলে। এবাৰত ইখন বজাৰ, এবাৰত সিখন দোকানলৈ গ'ল। ৰেচমৰ আৰু সূতাৰ বেলেগ বেলেগ কাপোৰ লুটিয়াই বগৰাই চাই ফুৰিলে। কিন্তু একো এখনকে পছন্দ কৰিব নোৱাৰিলে। এনে কৰি থাকোঁতেই গধূলি হ'ল। তেতিয়া দুয়োটাই এলাপাকতে দৈৱবলে মদৰ ভাটী এটাৰ ওচৰত ওলালগৈ আৰু আগতে ঠিৰাং কৰি থোৱাৰ দৰে ভিতৰ সোমাই গ'ল। দুয়োটা অলপ সময় তাতে দোধোৰমোধৰ কৰি থিয় দি থাকি মহাজনৰ গাদীৰ ওচৰ চাপি ঘীচুৱে ক'লে,

"খাহুজী, এটা বটল আমাকো দিয়া।"

ইয়াৰ পিছত অলপ খোৱাবস্তু কিনিলে, ভজা মাছ আনিলে আৰু দুয়োটাই বাৰান্দাতে বহি পৰম শান্তিৰে মদ খাবলৈ ধৰিলে।

একেৰাহে কেইবাগিলাচো খোৱাৰ পিছত দুয়োটাৰে নিচা লাগিল।

ঘীচুৱে ক'লে, "কফন এখন কিনা হলেনো কি লাভ হল হেঁতেন ? শেহত পুৰি ছাইহে হ'লহেতেন, বোৱাৰীৰ লগত দেখোন একোৱেই নগলহেঁতেন।"

নিজৰ পাপ সম্পৰ্কে দেৱতাসকলক সাক্ষী ৰখাৰ দৰে শূন্যলৈ চাই মাধৱে ক'লে, "দুনিয়াৰ নিয়ম। মানুহে নো নহলে বামুণক কিয়

হেজাৰ টকা দিয়ে ? পৰলোকত (মৰা মানুহে) পাইছেনে নাই চাব-লৈনো কোন গৈছে ?"

"ডাঙৰ ডাঙৰ মানুহসবৰ ওচৰত টকা থাকে। মন গলেই উকৰায়। খৰচ কৰিবলৈ আমাৰ ওচৰত টকা ক'ত আছে ?"

"কিন্তু মানুহে সুধিলে কি বুলি ক'ম ? কষ্কন কোনখন বুলি মানুহে সুসুধিবনে ?"

ঘীচুৱে হাঁহিলে, "কৈ দিম, জেপৰ পৰা টকা সৰি পৰিল। বহুত বিচাৰিলো, নেপালো। মানুহে অৱশ্যে বিশ্বাস নকৰে। কিন্তু সিহঁতেই আকৌ পইচা দিব।"

এইবাৰ মাধৱেও হাঁহিলে আৰু আশা কৰিব নোৱাৰা সৌভাগ্য উদয় হ'লত ক'লে, "বেচেৰী মানুহজনী বৰ ভাল আছিল। তাই মৰিও আমাক খুৱাই থৈ গ'ল।"

তেতিয়ালৈ আধা বটলতকৈও অধিক শেষ হৈছিল। ঘীচুৱে দুসেৰ লুচি-পুৰী আনিলে। চাটনী, আচাৰ, ভাল মাংসৰ ভজাও আনিলে। চাৰাপ ভাটীৰ ওচৰতে দোকান আছিল। দুখন পাতত মাধৱে বস্তুবোৰ লৈ আহিল আৰু আৰু ডেৰটকা খৰচ হ'ল। বাকী অলপমান পইচাহে খৰচ নোহোৱাকৈ থাকিল। বাঘে নিশ্চিন্ত মনে হাবিত চিকাৰ খোৱাৰ দৰে তেতিয়া সিহঁতেও লাহে-ধীৰে বহি পুৰী খাবলৈ ধৰিলে।

সিহঁতৰ নাছিল কাকো জবাব দিবলগীয়া দায়-দায়িত্ব। বদনাম হোৱাৰো কোনো ভয়-ভীতি নাছিল। এনেবোৰ চিন্তা ধাৰণাক সিহঁতে বহু আগতেই জয় কৰিছিল।

ভাবুকৰ দৰে ঘীচুৱে ক'লে, "আমাৰ আত্মা সন্তুষ্ট হৈছে। তাইবো জানো পুণ্য নহ'ব ?"

শ্ৰদ্ধাত মাধৱে মূৰ জোকাৰিলে আৰু হয়ভৰ দিলে, " "নিশ্চয়, নিশ্চয় পুণ্য হ'ব। অন্তৰ্যামী ভগৱান। তাইক বৈকুণ্ঠলৈ নিয়া। আমি দুয়োটাই প্ৰাণ ভৰি আশীৰ্বাদ কৰিছো। আজি আমি

বিছানাখনৰ খাবলৈ পালো—সিমানখিনি জীৱনত কেতিয়াও খাবলৈ পোৱা নাছিলো।"

কিন্তু খন্তেক পিছতে মাধৱৰ মনত এটা ভয়ৰ ভাব সোমালত ক'লে, "এদিন নহয় এদিন আমি সকলোৱেই জানো তালৈ যাব মালাগিব, বাপু?"

এই সৰল সহজ প্ৰশ্নটোৰ ঘীচুৱে কোনো উত্তৰ নিদিলে। পৰলোকৰ চিন্তা কৰি ইহলোকৰ এই পৰম সুখৰ তৃপ্তি নষ্ট কৰিবলৈ তাৰ ইচ্ছা নাছিল।

"তাই যদি তাত আমাক সোধে বোলে তহঁতে মোক কফন নিদিলি কিয়, তেতিয়া আমি কি ক'ম?"

"তোৰ মূৰটো বুলি কবি।"

"তাই নিশ্চয় সুধিব।"

"তাই কফন নেপাব বুলি তই কেনেকৈ জানিলি? তই মোক ইমান বুদ্ধিহীন বুলি ভাবিছ নে? ষাঠি বছৰে মই কেৱল ঘাঁহহে কাটিলো নেকি? তাই কফন পাব আৰু আমি দিব খোজাখনতকৈও ভাল কফনহে পাব।"

ঘীচুৰ কথাত মাধৱৰ বিশ্বাস নোহোৱাত ক'লে, "কোনে দিব? পইচা দেখোন শেষ কৰিলি। তাইৰ কপালত সেন্দুৰ মইহে পিন্ধাইছিলো, গতিকে তাই মোকহে সুধিব।"

ঘীচুৱে খং কৰি ক'লে, "মই কৈছো, তাই কফন পাবই। তই মুণ্ডন কিয়?"

"কোনে দিব তই নকৱ কিয়?"

"আমাক বিবোৱে পইচা দিছিল সেইবোৰেই দিব। কিন্তু এইবাৰ পইচা আমাৰ হাতত নিদিয়ে।"

ৰাতি বেছি হোৱাৰ লগে লগে তৰাৰ জিকমিকনিও বাঢ়ি আহিল। লগে লগে চাৰাপ ভাটিৰ কোঢ়'লো বাঢ়ি গ'ল। কোনোবাই গান গালে, কোনোবাই মইবৰ ভাবত 'ভাঙৰ চাঙৰ কথা

ক'লে, কোনোৱে নগৰীয়াৰ ভিভিত সাৰ্বতি ধৰিলে আৰু কোনোৱে মাটিৰ পাত্রত বন্ধুৰ মুখত মদ ঢালি দিলে।

সেই পৰিৱেশ মাদকতাপূৰ্ণ আছিল, কতাহ আছিল উদ্দাম। কোনোৱে আহি এনেহে মাৰিয়েই মন্তলীয়া হৈ গৈছিল। ইয়াৰ কতাহেহে সিহঁতৰ গাত চাবাপতকৈও বেছি নিচা ধৰায়। জীৱনৰ বাধা-বিপত্তি আৰু সমস্যাবোৰৰ পৰা কালৰি কাটি থাকিবলৈকে খন্তেকলৈ আপোন পাহৰা হৈ থাকিবলৈ যেন সিহঁতক চোচোবাই আনিছে।

ইয়ালৈ আহি সিহঁতে পাহৰি যায় যে সিহঁত জীয়াই আছে নে মৰি গৈছে, বা জীয়াই থকা নাই আৰু' মৰাও নাই।

এই বাপেক-পুতেকহালে এতিয়াও মদৰ পাত্রত চুমা খাই মজা লুটিছে। সকলোৰে দৃষ্টি ক্রমে সিহঁতৰ ওপৰত নিবদ্ধ হৈছে। এইহাল কিমান ভাগ্যবান। সিহঁতৰ ওচৰত এতিয়াও পুৰা এবটল মদ আছে।

মাধৱে নিজৰ পেট পুৰাই খালে। তাৰ পিছত বাকী থকা পুৰী-তৰকাৰীবোৰ পাতে-পট্টুৱাই দাঙি লৈ তাৰফাললৈ লোলুপ দৃষ্টিৰে চাই থিয় দি থকা ভিখাৰী এটাক দি দিলে, আৰু দানৰ গৌৰৱ, ত্যাগৰ সুখ আৰু আতিশয্য তাৰ জীৱনত প্রথমবাৰ উপভোগ কৰিলে।

ঘীচুৱে ক'লে, "লৈ যা সৱ, যা-গুছি যা, আশীৰ্বাদ দিবি। এয়া যাৰ উপাৰ্জন আছিল তাই মৰিলেই। কিন্তু তোৰ আশীৰ্বাদ তাইৰ ওচৰ নিশ্চয় পাবগৈ। দেহা উবুৰিয়াই আশীৰ্বাদ দে বৰ দুখ বেথাৰে অৰ্জা পইচা অ'।"

মাধৱে আকৌ মহাশূন্যৰফাললৈ চাই ক'লে, "বাপু, তাই বৈকুণ্ঠলৈ যাব। তাই বৈকুণ্ঠৰ ৰাণী হবগৈ।"

ঘীচু এইবাৰ থিয় হ'ল আৰু আনন্দ উল্লাসত গা এৰি দি

ক'লে, "হয়, হয় ভাই বৈকুণ্ঠলৈ যাব । কাৰো কোনো অন্যায় কৰা নাই, কাৰো কোনো হানি-বিঘিনি কৰা নাই, কাকো এষাৰো টান কথা শুনোৱা নাই ভাই । আনকি তাই মৰিবৰ সময়তো আমাৰ জীৱনৰ লালসা পূৰাই থৈ গ'ল । তাই বৈকুণ্ঠলৈ নগৈ এই পেট-ভাবীবোৰ যাব নে ? এইবোৰ যিবোৰে দুই হাতে গৰীবৰ চাল টানি খায় আৰু নিজৰ পাপ নিকা কৰিবৰ বাবে গঙ্গাত গা ধুই মন্দিৰত পানী ঢালে—এইবোৰ যাব নে ?"

তাৰ আবেগ-উচ্ছাস মুহূৰ্ততে সলনি হৈ গ'ল । অস্থিৰতাও নিচাৰ লগৰে মানসিক অৱস্থা । দুখ আৰু হতাশাই ক্ৰমে গ্ৰাস কৰি আনিলত মাধৱে ক'লে,

"বাপু, হতভাগীয়ে কিন্তু জীৱনত বৰ কষ্ট পালে, কিমান কষ্টত তাই মৰিল !"

দুয়োখন হাতেৰে তাৰ চকু ঢাকি সি কান্দিবলৈ ধৰিলে, চিঞৰি চিঞৰি চিৎকাৰ কৰিলে ।

ঘীচুৱে বুজনি দিলে, "কিয় কান্দিছ সোণ ! পৰম সুখৰহে কথা । সংসাৰৰ সকলোবোৰ মায়াজালৰপৰা মুক্ত হৈ, সকলোবোৰ জঞ্জাল ঠেলি তাই গুছি গ'ল । একেবাৰে ভাগ্যৱতী আছিল তাই । ইমান সোনকালে মায়া মোহৰ বন্ধন ছিঙি তাই আঁতৰি গলগৈ ।"

তেতিয়া দুয়োটাই থিয় হৈ গাবলৈ ধৰিলে,

"মোহিনী, চকুৰে কিয় মোহিনী বাণ মাৰিলি......"

সকলোবোৰ মদাহীৰ দৃষ্টি তেতিয়া সিহঁতৰ ওপৰতে নিবদ্ধ । সিহঁতে নিজৰ মনৰ সুখত গাই গৈছিল । তাৰ পিছত দুয়োটাই নাচি-বলৈ আৰম্ভ কৰি দিলে । জপিয়াই জপিয়াই চিৎকাৰ কৰিবলৈ পাৰিলে । ওলোটা বাগৰ মাৰিলে । নানা ধৰণৰ ভাও ভঙ্গীমা দেখুৱালে আৰু অৱশেষত নিচাত মতলীয়া হৈ সেই ঠাইতে বাগৰি পৰি থাকিল ।

# ফ্ৰাঞ্জ্‌ কাফ্‌কা

( ১৮৮৩—১৯২৪ )

আধিভৌতিক আৰু বাস্তৱবাদৰ সমন্বয়ত ন-সাহিত্যৰীতিৰ প্ৰৱৰ্তক কাফকাই তেওঁৰ জীৱনকালত জাৰ্মানীৰ মুষ্টিমেয় লোকৰ মাজতহে খ্যাতি অৰ্জন কৰিবলৈ সমৰ্থ হৈছিল।

পৰম্পৰাগত বৰ্ণনাত্মক ভঙ্গী, সূক্ষ্ম পৰ্যবেক্ষণ, প্ৰকৃতিবিৰুদ্ধ সংঘটন প্ৰক্ৰিয়াৰে আধুনিক জীৱনৰ স্খলন, সহায়হীনতা, দোষ নকৰাকৈয়ে অপৰাধ চেতনা, স্নায়ৱিক উদ্বেগ, বিচ্ছেদন আদি বিষাদগ্ৰস্ত অভিজ্ঞতাৰে পৃথিবীৰ সত্তা অনুসন্ধানকাৰী কাফ্‌কাক জইচ্‌, প্ৰাউষ্ট, ৰিল্‌কে আদি বিশ্বসাহিত্যৰ সিংহপুৰুষ সকলৰ লগত স্থান দিয়া হয়।

# চিকাৰী গে্ৰশচাছ্

ল'ৰাছটাই বন্দৰটোৰ দেৱালৰ ওপৰত বহি ডবা খেলি আছিল। ওপৰলৈ তৰোৱাল দাঙি থকা বীৰৰ মূৰ্তিটোৰ ছাঁতে খট্খটীত এজন মানুহে খবৰ কাগজ পঢ়ি আছিল। ছোৱালী এজনীয়ে বাল্টি এটাত ফোৱাৰাটোৰ পৰা পানী ভৰাই আছিল। ফলমূল বেচা মানুহটোৱে সাগৰৰফালে মুকলি তেওঁৰ পাল্লাখনৰ ওচৰত বহি আছিল। হোটেল-খনৰ দুৱাৰ-খিৰিকিবোৰ খোলা আছিল। একেবাৰে পিছফালে দুজন মানুহে বহি ফটিকা খাই আছিল। মালিকজন মূৰটো জোকাৰি জোকাৰি নিজৰ ঠাইত বহি আছিল। বন্দৰটোলৈ এখন সৰু জাহাজ আহি-ছিল। নীলা পোছাক পৰিহিত এজন মানুহে ৰছীৰে টানি জাহাজখন পাৰলৈ আনিছিল। জাহাজৰ চালকজনৰ আগে আগে ক'লা পোছাক পৰিহিত দুজন লোকে এখন চাঙী কঢ়িয়াই আনিছিল। তাত এজন মানুহ শুই আছিল। শুই থকা মানুহজনক এখন ফুলাম ৰেচম কাপো-ৰেৰে ঢাকি থোৱা আছিল।

জাহাজৰ পৰা নামোতে তেওঁলোকক কোনেও কোনো প্ৰকাৰৰ বাধা দিয়া নাছিল। নাবিকজনৰ কাৰণে বৈ তেওঁলোকে চাঙীখন মাটিত থৈছিল। ওচৰলৈ কোনো অহা নাছিল। কোনেও কোনো প্ৰশ্নও কৰা নাছিল। আনকি কোনেও তেওঁলোকক প্ৰশ্নবোধক চাৱনিৰেও চোৱা নাছিল।

কোলাত কেঁচুৱা এটা লৈ আউলি বাউলি চুলিৰে এগৰাকী মহি-লাই ডেঁকত বৈ চালকজনক অহাত বাধাৰ সৃষ্টি কৰিছিল। তাৰ পিছত তেওঁ আগবাঢ়ি আহি সাগৰৰ কাষৰ বাওঁফালৰ এটা মটীয়া ৰঙ

ছমহলীয়া ঘৰলৈ আঙুলি টোৱাইছিল। ভাৰী কেইজনে চাঙীখন তুলি লৈ চাপৰ অথচ গাম্ভীৰ্যপূৰ্ণ ঘৰটোৰফালে আগবাঢ়ি গ'ল। সৰু ল'ৰা এটাই খিৰীকি এখন খুলি তেওঁলোকক চালে। কিন্তু ইতিমধ্যে মানুহ কেইটা ঘৰৰ ভিতৰলৈ সোমাই যোৱাত খিৰীকিখন পুনৰ বন্ধ কৰি দিলে। ক'লা ওক কাঠেৰে সজা মজবুত দুৱাৰখন বন্ধ হৈ-গ'ল। এজাক কপৌ ঘৰটোৰ ওপৰত উৰি আছিল। দুৱাৰমুখতে সিহঁতে জুম বান্ধিছিল। তাৰে এটা গৈ প্ৰথম মহলাৰ খিৰীকিত পৰিলগৈ। উজ্জ্বল ৰঙৰ, ধুনীয়া চৰাইবোৰ। মহিলাগৰাকীয়ে জাহাজৰ পৰা এমুঠি চাউল চাতি মাৰি দিলে। চৰাইবোৰে সেইবোৰ খাই মানুহগৰাকীক অতিক্ৰমি উৰি গ'ল।

মূৰৰ টুপীত এটুকুৰা ক'লা কাপোৰ বন্ধা মানুহ এজন এটা ঠেক গলিয়েদি বন্দৰৰফালে নামি আহিল। উদাসভাৱে প্ৰতিটো বস্তু নিৰীক্ষণ কৰিলে। প্ৰতিটো বস্তুৱেই তেওঁৰ মনলৈ অসন্তুষ্টি কঢ়িয়াই আনিলে। এচুকত গেলা-পচা নাৰী-ভূৰু কিছুমান দেখি তেওঁৰ মুখ বিকট খাই গ'ল। খট্‌খটীত কিছুমান ফল-মূলৰ বাকলি পৰি আছিল। হাতৰ লাখুটিডালেৰে তেওঁ সেইবোৰ আঁতৰাই পেলালে। তেওঁ আগবাঢ়ি গৈ বন্ধ দুৱাৰখনত টুকুৰিয়ালে আৰু লগতে ক'লা কাপোৰ বান্ধি থোৱা টুপীটোও খুলি হাতত ললে। লগে লগে দুৱাৰখন খোল খালে আৰু আঠেকুৰিমান কণ কণ ল'ৰা-ছোৱালীয়ে শাৰী পাতি তেওঁক অভিবাদন জনালে।

জাহাজৰ চালকজন খট্‌খটীৰে নামি আহি মানুহজনক প্ৰাসাদটোৰ প্ৰথম মহললৈ আগবঢ়াই নিলে। ল'ৰা-ছোৱালীবোৰো এটা সম্মানজনক দূৰত্ব ৰাখি পিছে পিছে গ'ল। তেওঁলোকে গৈ এটা আহল বহল শীতল কোঠাত সোমাল। খোলা খিৰীকিৰে ঘৰটোৰ পিছফালে দূৰত এটা ক'লাৰঙৰ শিলাময় পাহাৰ দেখা গ'ল। বেহেৰাকেইটাই চাঙী-খনৰ ওচৰত মম কেইডালমান জ্বলালে যদিও মমৰ পোহৰে কোঠাটো

সম্পূৰ্ণকৈ পোহৰাব নোৱাৰিলে। চাণ্ডীখন ঢাকি থোৱা কাপোৰখন গুচাই দিলত তাত এজন মানুহ শুই থকা দেখা গ'ল। জ'ট লগা চুলিৰে মানুহজনক এজন চিকাৰীৰ নিচিনা দেখাইছিল। সাৰস্বৰ নোহোৱাকৈ তেওঁ পৰি আছিল। উশাহ নিশাহ নোহোৱাকৈ চকু মুদি পৰি থকা মানুহজন মৃত বুলিয়েই ধাৰণা হৈছিল।

মানুহজন চাণ্ডীখনৰ ওচৰলৈ গৈ পৰি থকা মানুহজনৰ কপালত হাত থলে আৰু আঠুকাঢ়ি প্ৰাৰ্থনা জনালে। জাহাজৰ চালকজনে বেহেৰাকেইটাক কোঠাটোৰ পৰা যাবলৈ ইঙ্গিত দিলে। হুলস্থূল কৰি থকা লঁৰা-ছোৱালীজাককো তাৰ পৰা আঁতৰাই পঠালে। দুৱাৰখন বন্ধ কৰি দিলে। মানুহজন তাতো সন্তুষ্ট নহৈ জাহাজৰ চালকজনলৈ চালে। চালকজনে কিবা এটা বুজি পালে আৰু কাষৰ এখন দুৱাৰেদি আন এটা কোঠালৈ গুচি গ'ল। চাণ্ডীখনত শুই থকা মানুহজনে লগে লগে চকু মেলিলে আৰু মানুহজনৰফালে চাই সুধিলে, "আপুনি কোন ?" কোনো ধৰণৰ আশ্বৰ্য বোধ নকৰাকৈ আঠুকাঢ়ি থকা মানুহজন উঠিল আৰু ক'লে, "বিৱাৰ প্ৰধান বিচাৰক ।"

চাণ্ডীৰ মানুহজনে মূৰ দুপিয়ালে আৰু তেওঁক বহিবলৈ ক'লে। তাৰ পিছত আৰম্ভ কৰিলে, "বিচাৰক ! মই জানো। কিন্তু চেতনালৈ অহা প্ৰথম মুহূৰ্তত মই সকলো পাহৰি যাওঁ। সকলোবোৰ মোৰ চকুৰ আগত ভাঁহি থাকে কিন্তু মই জানিলেও সেইবোৰৰ বিষয়ে সুধিব লগা হয়। আপুনি নিশ্চয় গম পাইছে যে মই চিকাৰী গ্ৰেস্চাছ" ।

বিচাৰকে ক'লে, "নিশ্চয়। আপুনি আহিব বুলি যোৱা ৰাতিয়েই মই গম পাইছো। যোৱাৰাতি মোৰ পৰিবাৰে মোক টোপনিৰ পৰা জগাই চিঞৰিছিল, "ছালৱাটোৰ ! খিৰীকিৰ সো কপৌটো চোৱাচোন। ছালৱাটোৰ মোৰ নাম। ই প্ৰকৃততেই কপৌ আছিল যদিও এটা কুকুৰাৰ সমান ডাঙৰ আছিল। কপৌটো উৰি আহি মোক কাণে কাণে কৈছিল, "কাইলৈ মৃত চিকাৰী গ্ৰেস্চাছ আহিব, চহৰখনৰ হৈ তেওঁক অভ্যৰ্থনা জনাবা ।"

চিকাৰীজনে মূৰ দুপিয়াই জিভাৰ আগেৰে ওঁঠ চেলেকিলে আৰু ক'লে, হয় কপৌজাক মোৰ আগতে ইয়ালৈ আহিছিল। কিন্তু বিচাৰক, মই বিয়াতে থাকিম বুলি আপুনি ভাবে নেকি ?"

"সেই বিষয়ে মই একো ভবা নাই—আপুনি মৃত নেকি ?" বিচাৰকে সুধিলে ।

"হয়। আপুনি দেখাৰ দৰেই। বহু বছৰ আগতেই—হয়, এতিয়াৰ পৰা বহু বছৰৰ আগতেই জাৰ্মানীৰ ব্ৰেক ফৰেষ্টত ছাগলী চিকাৰ কৰোতে এটা ওখ টিলাৰ পৰা পৰিছিলো। তেতিয়াৰ পৰাই মই মৃত।"

"কিন্তু আপুনি জীয়াইয়ো আছে দেখোন ?" বিচাৰকজনে ক'লে।

"কিছু ক্ষেত্ৰত কিছু অৰ্থত্‌ মই জীয়ায়ো আছো। মোৰ মৃত্যুৰ ডিঙাই ভুল পথ ললে। চালকৰ অন্যমনস্কতা আৰু ইয়াৰ ভুল চালনাই ইয়াক অবাটে লৈ গ'ল। মই মোৰ মোহনীয় মাতৃভুমিৰ পিনে ইয়াক গতি কৰোৱাৰ চেষ্টা কৰিছিলো; কিন্তু কি হৈ গ'ল মই ক'ব নোৱাৰো। মই পৃথিবীত থাকি গ'লো আৰু মোৰ ডিঙাখন পাৰ্থিৱজলত উটি গৈ থাকিল। গতিকে মই মোৰ মৃত্যুৰ পিছে পিছে সমগ্ৰ পৃথিবী ভ্ৰমি ফুৰিছো। পৰ্বতৰ মাজে মাজে জীয়াই থকাটোকে একমাত্ৰ লক্ষ্য কৰি লৈছো।"

"অন্যলোকত আপোনাৰ কোনো কৰণীয় নাই নেকি ?" ভ্ৰূ কোঁচাই বিচাৰকজনে সুধিলে।

চিকাৰীয়ে উত্তৰ দিলে, "তালৈ থকা জখলাটোত মই চিৰদিনৰ বাবেই বগাই গৈ থাকিম। সেই অন্তহীন জখলাত মই কেতিয়াবা ওপৰলৈ, কেতিয়াবা তললৈ, কেতিয়াবা সোঁৱে কেতিয়াবা বাঁৱে সদায় গতি কৰিছো।" চিকাৰীজন এটা পখিলালৈ ৰূপান্তৰিত হ'ল। "নেহাহিবা।" আত্মৰক্ষাৰ্থে বিচাৰকজনে ক'লে, "মই হঁহা নাই।"

চিকাৰীয়ে ক'লে, "সেইটো আপোনাৰ বৰ ভাল গুণ। মই

চিৰগ স্থিশীল। কিন্তু যেতিয়া মই মহান যাত্ৰা কৰো আৰু দেখো যে মোৰ সমুখৰ প্ৰবেশদ্বাৰ জিলমিলাই উঠে, তেতিয়া মই সাৰ পাই দেখো যে কিছুমান পাৰ্থিব সাগৰ বা অন্য কিবা ধ্বংসপ্ৰাপ্ত হৈ পৰি থাকে। মই মোৰ কোঠাত শুই থাকোতে এৰাবৰ মৃত্যুৰ ভুলে মোক দাঁত নিকটাই দেখুৱায়। পাইলটজনৰ পত্নী জুলিয়াই ছুৱাৰত টুকুৰিয়ায় আৰু মোলৈ সেই দেশৰ পুৰাৰ পানীয় লৈ আহে। মই কাঠৰ বিচনা এখনত শোওঁ। দেখিবলৈ মুঠেই ভাল নোহোৱা এটুকুৰা উৰ্লা কাপোৰ পিন্ধো। আগ ৰঙা পৰা ক'লা চুলিবোৰত জ'ট বান্ধিছে। মহিলাই গাত লোৱা দীঘল দহি থকা ফুলাম কাপোৰেৰে মোৰ গাটো আবৰা। মোৰ শিতানত এডাল মম জ্বলি মোক পোহৰ দিয়ে। মোৰ বিপৰীতকালৰ বেৰত এখন সৰু ফটো আছে। এজন মানুহে এডাল যাঠি মোলৈ লক্ষ্য কৰি টোঁৱাইছে। আৰু এখন সুদৃশ্য ঢালেৰে তেওঁ নিজকে ঢাকি ৰাখিছে। জাহাজত মূৰ্খামিৰ চিকাৰ চলিছিল আৰু ই নিজেই অত্যাধিক মূৰ্খামি আছিল। অন্যথাই মোৰ তক্তাৰ সঁজাটো সম্পূৰ্ণ শূন্য। দক্ষিণফালে থকা এটা বিদ্ধাৰে শেহৰাতিৰ গৰম বতাহ' সোমাইছিল। পুৰণি জাহাজখনত আহি কোবোৱা পানীৰ শব্দ মোৰ কাণত পৰিছিল।"

"চিকাৰী গ্ৰেপ্চাছে ব্ৰেক ফৰেষ্ট এৰি যোৱাৰ পৰাই মই ইয়াত পৰি আছো। এটা বনৰীয়া ছাগলী অনুসৰণ কৰি গৈ এটা টিলাৰ পৰা বাগৰি পৰিছিলো। সকলোবোৰ নিয়াৰিকৈয়ে সম্পন্ন হৈছিল। মই পৰি গলোঁ। গাৰ পৰা তেজ ওলাইছিল। মৰিছিলো। এই জাহাজখনে মোক পৰবৰ্তী লোকলৈ লৈ আহিল।"

"এই কাঠৰ তক্তা কেইখনৰ লগত মোৰ প্ৰথম সম্পৰ্ক কেতিয়া হৈছিল সেই কথা মোৰ এতিয়াও মনত আছে। এই ছাঁয়াবৃত দেৱালকিখনৰ গান পাহাৰবোৰে শুনিবলৈ নেপাইছিল।"

"মই জীয়াই থাকিবলৈ আৰু মৰিবলৈ আনন্দ বোধ কৰিছিলো।

এদিন সগৰ্বে লৈ ফুৰা মোৰ তুৰ্ভগীয়া বন্দুকটো, গুলিৰ মোনাটো আৰু গুলিবোৰ দলিয়াই পেলালোঁ। এজনী বিবাহৰ কন্যাই বিবাহৰ পোছাক পিন্ধাৰ দৰে ময়ো এই গতিশীলতাৰ মাজলৈ পিছলি পৰিলো। পৰি গৈ মই অপেক্ষা কৰিলো। তাৰ পিছতেই তুৰ্যোগটো আহিল।"

বিচাৰকজনে হাতখন ওপৰলৈ দাঙি ক'লে, "অদ্ভুত কপাল। ইয়াৰ বাবে আপুনি কাকো কোনো দোষাৰোপ কৰা নাই?"

চিকাৰীয়ে ক'লে, "ওহোঁ। মই এজন চিকাৰী আছিলো তাত কিবা পাপ থাকিব পাৰে নে?"

"চিকাৰী হিচাপে ব্লেক ফৰেষ্টত মই মাত্ৰ মোৰ কৰ্তব্য পালন কৰিছিলো। তেতিয়াও তাত কুকুৰনেচীয়া বাঘ আছিল। মই জোপোহাৰ আঁৰ লৈ লক্ষ্য ভেদ কৰিছিলো। মোৰ চিকাৰৰ জন্তুৰ চাল বখলিয়াইছিলো, তাতো কিবা পাপ হব পাৰে নেকি? মোৰ কাৰ্যক ককণা কৰা হৈছিল। মোক ব্লেক ফৰেষ্টৰ মহান চিকাৰী আখ্যা দিছিল। তেনে কাৰ্যত কিবা পাপ হব পাৰে?"

বিচাৰকে উত্তৰ দিলে, "সেইবোৰৰ নিৰ্ণয় কৰিব মই নোৱাৰিম। কিন্তু এইটোও ঠিক যে সেইবোৰৰ বাবে কোনো ধৰণৰ পাপ হয় বুলি ময়ো নেভাবো। কিন্তু সেয়ে যদি হয় তেন্তে দোষ কাৰ গাত?"

"জাহাজ চালকবোৰৰ।" চিকাৰীজনে ক'লে।

"মোৰ কথা কোনেও নুশুনিব। কোনেও মোক সহায় নকৰিব। মোক সহায় কৰিবৰ কাৰণে যদি হুকুম দিয়া হয় তেন্তে সকলোৱে বিচনা চাদৰেৰে ঘূম মাৰি শুই ৰাতিৰ পৃথিবীখন অতিথিশালালৈ ৰূপান্তৰিত কৰিব। মোক কোনেও চিনি নেপায়। কোনোবাই মোক জানিলেও মোৰ অৱস্থিতিৰ বিষয়ে নেজানে। কোনোবাই তাক জানিলেও মোৰ লগত কেনেকৈ সম্পৰ্ক স্থাপন কৰিব লাগে নেজানে: মোক কেনেকৈ সহায় কৰিব লাগে নেজানে। মোক সহায় কৰিবলৈ যোৱাটো এনে এক ৰোগ, যাৰ পৰা ৰক্ষা পোৱাৰ উপায় একমাত্ৰ বিচনা লোৱা।"

"সেইটো মোৰ জাত। সেয়ে সহায়ৰ বাবে এটা মুহূৰ্তও মই ক'লৈকো বিচৰা নাই। মোৰ ধৈৰ্যৰ বান্ধ ছিগাৰ উপক্ৰম হ'লে—ইয়াত অৰ্থাৎ গভীৰভাৱে এই চিন্তাত নিমগ্ন হওঁ। এই চিন্তাবোৰ আঁতৰাই পঠাবলৈ মই চাৰিওপিনে চাই নিজৰ অৱস্থিতি পৰীক্ষা কৰি লওঁ আৰু এশ বছৰে কৰি অহাৰ দৰে সহজভাৱে ঘোষণা কৰো।"

"অসাধাৰণভাৱে—অতি চমৎকাৰভাৱে। এতিয়া আপুনি ইয়াত বিয়াত আমাৰ লগত থকাৰ কথা ভাবিছে নেকি?"—বিচাৰকে সুধিলে।

এটা মিচিকি হাঁহিৰে বিচাৰকৰ আঁঠুত হাত থৈ ক্ষমা প্ৰাৰ্থনাৰ সুৰত তেওঁ ক'লে,

"তেনেকৈ ভবা নাই!—মই তাতকৈ বেছি ধৰণে ইয়াতে আছো। মই যে ইয়াৰ পৰা আকৌ যাব নোৱাৰিম সেই কথাও নেজানো। মোৰ জাহাজৰ কোনো বঠা নাই। মৃত্যুৰ গভীৰতম কোণৰ পৰা অহা বতাহেহে ইয়াক যেনি তেনি লৈ ফুৰায়।

# আৰ্ণেষ্ট হেমিংৱে

( ১৮৯৯—১৯৬১ )

'ফৰ হোম ডি বেঁল টলচ,', 'এক্ৰছ ডি বিভাৰ এণ্ড, ইনটু ডি ট্ৰিজ,' 'ডি অ'ল্ড, মেন এণ্ড, ডি চী' আদি কালজয়ী গ্ৰন্থৰ স্ৰষ্টা আৰ্ণেষ্ট হেমিংৱে। তেওঁ ভালেসংখ্যক গল্পও ৰচনা কৰিছে।

ব্যক্তিত্ব, সাহস, আত্মপ্ৰত্যয়, পৰিশ্ৰম, বৈচিত্ৰ্য হেমিংৱেৰ চৰিত্ৰ সমূহৰ প্ৰধান বৈশিষ্ট্য। চিৰন্তন ধ্ৰুপদী সাহিত্যৰ স্ৰষ্টা হেমিংৱে জলে-স্থলে জীৱনৰ বিজয় ঘোষণাকাৰী অমৰ সাহিত্যিক।

# ভাৰতীয় চাউনী

দুদৰ পাৰত আন এখন নাও বৈছিলহি। ভাৰতীয় দুজন তাত থিয়হৈ বৈ আছিল।

নিক আৰু তেওঁৰ দেউতাক নাৱৰ টিঙত উঠিলগৈ। ভাৰতীয় দুজনৰ এজনে নাওখন ঠেলি দিলে আৰু আনজনে ব'ঠা মাৰিবলৈ ধৰিলে। জৰ্জ খুড়া লগী-ব'ঠাৰ নাওখনত বহিল। ডেকা ভাৰতীয়জনে নাওখন ঠেলি দিলে আৰু জৰ্জ খুড়াৰ নাওখনৰ শাৰী পোৱালেগৈ।

আন্ধাৰৰ মাজেদি দুয়োখন নাও আগবাঢ়িল। কুঁৱলীৰ মাজেদি ভাঁহি অহা ইখন নাৱৰ চপ্‌চপ্ শব্দ নিকে শুনিবলৈ পালে। ভাৰতীয় দুজনে বেগেৰে নাও বাবলৈ ধৰিলে। নিকে দেউতাকৰ গাত আউজি বহিল আৰু দেউতাকে তাক সাৱটি ল'লে। পানীৰ ওপৰত ঠাণ্ডা পৰিছিল। তেওঁলোকক লৈ যোৱা নাওখনৰ ভাৰতীয়জনে কঠোৰ পৰিশ্ৰম কৰি নাও বাইছিল। ইখন নাও কুঁৱলী মাজেৰে বহুত আগত গৈ আছিল।

নিকে সুধিলে "আমি কলৈ যাম দেউতা?"

"ভাৰতীয় চাউনীলৈ। তাত এগৰাকী ভাৰতীয় মহিলা অসুখত পৰি আছে।"

"অঁ", নিকে কলে।

উপসাগৰখনৰ সিপাৰে তেওঁলোকে আন এখন নাও বখাই থোৱা পালে। জৰ্জখুড়াই আন্ধাৰত এটা চিগাৰ হুপি আছিল। ডেকা ভাৰতীয়জনে নাওখন পাৰত উঠালেগৈ। জৰ্জখুড়াই দুয়োজন ভাৰতীয়কে চিগাৰ যাচিলে।

হাতত লেম লৈ যোৱা ভাৰতীয়জনৰ পিছে পিছে তিতা ঘাঁহনিৰ ওপৰে ওপৰে তেওঁলোক যাবলৈ ধৰিলে। তাৰ পিছত তেওঁ-

লোক হাবিৰ মাজেৰে সোমাই গৈ হাবিৰে গেজেপনি মৰা ৰাস্তা এটাৰে আগবাঢ়িল। ৰাস্তাটোৰ দুয়োকাষে ঠায়ে ঠায়ে জংঘল কাটি পেলোৱাৰ কাৰণে মাজে মাজে অলপ অলপ পোহৰ। ডেকা ভাৰতীয় জন অলপ ৰ'ল আৰু লেমটো ফুৱাই মুমুৰালে আৰু ৰাস্তাৰে যাবলৈ ধৰিলে ।

তেওঁলোকে এটা কেঁকুৰি ঘূৰোতে কুকুৰ এটা ভুকি ভুকি আগবাঢ়ি আহিল। আগত গছৰ বাকলি বখলিওৱা মানুহবোৰৰ পঁজা ঘৰবোৰত টিমিকি টিমিকি চাকিৰ পোহৰ দেখা গ'ল। আৰু কেইটামান কুকুৰে তেওঁলোকৰ কালে খেদি আহিল। ভাৰতীয় দুজনে সিহঁতক পঁজাৰ ভিতৰলৈ খেদি পঠালে। ৰাস্তাৰ কাষত এটা পঁজাৰ খিৰীকিমুখত ক্ষীণ পোহৰৰ এটা চাকি দেখা গ'ল। হাতত এটা লেম লৈ এক বৃদ্ধা দুৱাৰমুখত থিয় হৈ আছিল ।

ভিতৰৰ এখন কাঠৰ খাটত এগৰাকী ভাৰতীয় মহিলা শুই আছিল । দুদিন ধৰি তেওঁ প্ৰসৱ বেদনাত ভুগিছে । চাউনীটোত থকা বাকী মহিলাসকলে তেওঁক পৰিচৰ্যা কৰি আছে। পোৱাতীৰ হুলস্থুলৰ পৰা নিস্কৃতি পাবৰ বাবে পুৰুষসকল তাৰপৰা গৈ ৰাস্তাত আন্ধাৰত বহিছেগৈ। তেওঁলোকে তাত বহি বিড়ি-চুৰট হুপিছে । জৰ্জখুড়া আৰু নিকৰ দেউতাকৰ পিছে পিছে যোৱা ভাৰতীয় দুজনৰ লগতে নিকও পজাঁটোত সোমাওঁতে পোৱাতীয়ে গেঙনি দি আছিল ।

মহিলাগৰাকী খাটৰ ওপৰত এখন লেপ লৈ শুই আছিল। তেওঁৰ মুখটো একতিয়া হৈ আছিল। এখন ওখ খাটত তাইৰ গিৰীয়েকটো শুই আছিল। তিনিদিনৰ আগতে তেওঁৰ ভৰি এটা কুঠাৰেৰে বেয়াকৈ কাটিছিল । তেওঁ এডাল পাইপ হুপি আছিল। কোঠাটোত দুৰ্গন্ধ ওলাইছিল। নিকৰ বাপেকে অলপ পানী গৰম কৰিবলৈ দিলে আৰু পানী গৰম হোৱাত নিকক ক'লে,

"এই মহিলাগৰাকীয়ে প্ৰসৱ কৰিব নিক।"

"মই জানো।" নিকে ক'লে ।

বাপেকে ক'লে, "তই নেজান। শুন! এতিয়া তেওঁ যি অৱস্থাত আছে তাক প্ৰসৱ বেদনা বোলে। সন্তানটোৱে জন্ম হবলৈ বিচাৰিছে আৰু তেওঁ জন্ম দিবলৈ বিচাৰিছে। তেওঁৰ সকলোবোৰ মাংসপেশীয়েই সন্তানটো জন্ম দিয়াৰৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছে। তেওঁ গেঙণি মৰাৰ লগে লগে সেই কাণ্ডই ঘটিছে।"

"অ' বুজিছো।" নিকে ক'লে।

ঠিক সেই মুহূৰ্তত মানুহজনীয়ে কান্দি দিলে।

"তেওঁ চিঞৰ-বাখৰ কৰিব নোৱাৰাকৈ কিবা এটা দিব নোৱাৰা নে দেউতা?" নিকে ক'লে।

"ওঁহো, মোৰ ওচৰত তেনে কোনো দৰৱ নাই। তেওঁৰ চিঞৰ বাখৰবোৰতো দৰকাৰী কথা নহয়। মই সেইবোৰ শুনা নাই কাৰণ সেইবোৰ মোৰ বাবে অপ্ৰয়োজন।"

ওচৰতে শুই থকা গিৰীয়েকটোৱে বেৰৰফালে বাগৰ সলালে। পানী গৰম কৰা মানুহজনীয়ে ক'লে যে পানী গৰম হ'ল। নিকৰ বাপেকে কেট্‌লিটোৰ পৰা চৰিয়াটোত আধা চৰিয়া পানী ঢালিলে। কম্যালেৰে মেৰিয়াই নিয়া বস্তু কেইপদমান চৰিয়াৰে পানীত উবুৰিয়াই দিলে।

"গৰম পানীত এইবোৰ চাফা হব লাগিব" বুলি কৈ চাউনীৰ পৰা অনা চাবোন এটুকুৰাৰে তেওঁ চৰিয়াৰ পানীত হাত ধুবলৈ লাগিল। ভালদৰে হাত-পাত ধুই অঁতাই তেওঁ ক'লে—

"বুজিছনে নিক, সন্তান জন্ম হওঁতে প্ৰথমতে মূৰৰ ফালটো ওলাব লাগে। কিন্তু কেতিয়াবা তেনে নহয়। নহলেই বহুত অসুবিধা হয়। এই মানুহজনী অপাৰেচন কৰিবলগীয়াও হব পাৰে। অলপ পিচতে গম পাম।

হাত-পাত চাফা কৰি তেওঁ কাম আৰম্ভ কৰিবৰ বাবে ভিতৰলৈ সোমাই গ'ল।

"মই এইখন নোচোওঁ। তুমি এই লেপখন তেহেঁতেল ঠেলি দিয়াচোন জৰ্জ।" তেওঁ ক'লে।

তাৰ পিছত যেতিয়া তেওঁ অপাৰেচনৰ কাম আৰম্ভ কৰিলে, জৰ্জ খুড়া আৰু তিনিজন ভাৰতীয়ই মানুহজনীক ধৰি সহায় কৰিলে। তাই জৰ্জ খুড়াৰ বাহুত আঘাত কৰাত খুড়াই "এই চালী কুকুৰণী" বুলি গালি পাৰিলে। তাকে শুনি নাও বাই অনা ডেকা ভাৰতীয়জনে ঢেকঢেককাই হাঁহিলে। নিকে চৰিয়াটো বাপেকৰ আগত ধৰি থাকিল। ইতিমধ্যে যথেষ্ট সময় পাৰ হৈ গ'ল।

নিকৰ দেউতাকে সন্তানটো দাঙি আনিলে আৰু তাৰ উশাহ নিশাহ আহিবৰ বাবে তাৰ গাত লাহে লাহে থপৰিয়াই দিলে আৰু বৃদ্ধৰ হাতত দি দিলে।

"সন্তানটো চোৱা নিক। গৰ্ভস্থ হৈ থাকিবলৈ তুমি কেনেকৈ ভাল পাবা?" তেওঁ ক'লে।

"ঠিক আছে", বুলি কৈ নিকে বাপেকে নেদেখাকৈ বাপেকেনো কি কৰি আছে চালে।

"সেয়া তাত। এইটো, ইয়াত পাইছিলগৈ" বুলি তাৰ বাপেকে চৰিয়াত কিবা এটা থলে। নিকে সেইটো নেচালে।

"এতিয়া অলপ চিলাই কৰিব লগা আছে।" বাপেকে ক'লে। "সেই কামটো তুমি চাবও পাবা নেচাবও পাবা। তোমাৰ ইচ্ছাৰ কথা। মই কৰা খাবোৰকে মই আকৌ চিলাম।"

নিকে নেচালে। যথেষ্ট সময়ৰ কাৰণে তেওঁ উৎসুক হৈ ৰ'ল।

কাম শেষ কৰি দেউতাক থিয় হ'ল। জৰ্জ খুড়া আৰু ভাৰতীয় তিনিজনও থিয় হ'ল। চৰিয়াৰ পানীখিনি পেলাই দি নিকে চৰিয়াটো পাগঘৰত থলেগৈ।

জৰ্জ খুড়াই তেওঁৰ বাহুটো চালে। ডেকা ভাৰতীয়জনে হাঁহিলে।

"জৰ্জ, মই ভাত অলপ পেৰক্সাইড্ দিম !" ডাক্তৰে ক'লে।

তেওঁ ভাৰতীয় মহিলাগৰাকীৰ ওচৰলৈ গৈ অলপ কুঁজা হ'ল। মহিলাগৰাকীয়ে চকুমুদি মনে মনে শুই আছিল। তেওঁ শেঁতা পৰিছিল। সন্তানটোৰ কি হ'ল বা অন্য একোকে তেওঁ জনা নাছিল।

ডাক্তৰে থিয় হৈ ক'লে—"মই পুৱাই ঘূৰিম। তুপৰীয়ালৈ চেন্ট ইগনেচৰ পৰা নাৰ্চ আহিব লাগিব। আৰু আমাৰ প্ৰয়োজনীয় বস্তুবোৰ লৈ আহিব লাগিব।"

ফুটবল খেলৰ শেষত ড্ৰেছিংৰুমত খেলুৱৈবোৰে কথা পতাৰ নিচিনাকৈ তেওঁ উল্লসিত আৰু কথকী হৈ পৰিছিল।

"এখন জেক নাইফেৰে অপাৰেচন কৰি সন্তান প্ৰসৱ কৰোৱা আৰু ন ফুট দীঘল জন্তুৰ নাড়ীৰে চিলোৱা। সেইটো এখন চিকিৎসা বিষয়ৰ আলোচনীৰ বাবে।"

জৰ্জ খুড়াই বেৰৰ কাষত বৈ তেওঁৰ বাহুটো চাই আছিল।

"বাঃ তুমি এজন মহান লোক, বৰ ভাল কথা।" তেওঁ ক'লে।

"গৌৰৱান্বিত দেউতাক চোৱাটো উচিত। তেওঁলোকেই এনে সৰু সৰু ঘটনাৰ আটাইতকৈ বেছি ভুক্তভোগী। মই নিশ্চিতভাৱে কব পাৰো যে এইটো এটা খুব সাধাৰণ কথাৰ দৰে তেওঁ লৈছে।" ডাক্তৰে ক'লে।

তেওঁ ভাৰতীয়জনৰ মূৰৰ পৰা কম্বলখন পিছলৈ টানি দিলে। ভাৰতীয়জনে বেৰৰকালে মুকৰি শুই আছিল। তেওঁৰ ডিঙিয়েদি ইখন কাণৰ পৰা সিখন কাণলৈকে কটা। খাটখনৰ পৰা দোঁ খাই থকা তেওঁৰ শৰীৰৰ ঘাডোখৰৰ পৰা ওলোৱা তেজ গৈ ডোঙা বান্ধিছেগৈ। তেওঁৰ মূৰটো বাওঁ বাহুৰ ওপৰত থোৱা আছিল। ব্লেডখন খোলা হৈয়েই কম্বলৰ ওপৰত পৰি আছিল।

"নিকক ঘৰৰ ভিতৰৰ পৰা লৈ যোৱা জৰ্জ", ডাক্তৰে ক'লে।

সেইটোৰ কোনো প্ৰয়োজন নাছিল। পাগঘৰৰ দুৱাৰৰ মুখত থিয়হৈ থকা নিকে অলপ ওখ খাটখনত থকা মানুহজনৰ মূৰৰ পাছ ফালটো ভালদৰে দেখা পাইছিল।

হাবিৰ মাজৰ গেজেপনি মৰা ৰাষ্টাটোৰে তেওঁলোক দুদৰফালে ওভতোতে কাহিলি কাহিলি পুৱা হৈছিল।

"নিকৰ লগত তোমাক লৈ অহা বাবে মই ভীষণভাৱে দোষী।" তেওঁৰ দেউতাকে ক'লে। অপাৰেচন কৰাৰ পিছৰ মুহূৰ্তৰ উল্লাস তেওঁৰ শেষ হৈ গৈছিল। কামটো সমাধা কৰাত ভুলকৈ খেলি মেলি হৈছিল।

"তিৰোতাবোৰে প্ৰসৱৰ সময়ত এনে কষ্টৰ সন্মুখীন হ'বলগা হয়েই নেকি?" নিকে সুধিলে।

"ওঁহো সেইটো এটা ব্যতিক্ৰম আছিল।"

"তেওঁ কিয় নিজকে হত্যা কৰিলে দেউতা?"

"মই নেজানো নিক। মোৰ অনুমান তেওঁ এই ঘটনাৰ বিৰুদ্ধে থিয় দিব নোৱাৰিলে।"

"বহুতেই নিজকে হত্যা কৰে নেকি দেউতা!"

"বহুতে নহয় নিক।"

"বহুত তিৰোতাই?"

"খুব কাচিৎ।"

"তেওঁলোকে কেতিয়াবা নকৰেনে?"

"অঁ, হয় তেওঁলোকে কেতিয়াবা কৰে।"

"দেউতা!"

"ওঁ!"

"জৰ্জ খুড়া কলৈ গ'ল?"

"তেওঁ ভালে ভালেই আহি পাবহি।"

"মৃত্যু বৰ কঠিন নেকি দেউতা?"

"ওঁহো; মই ভাবো বৰ সহজ। এই সকলোবোৰ বৰ্ত্তি থাকে।

তেওঁলোক নাৱত বহিছিল। নিক বহিছিল, বাপেকে বঠা মাৰিছিল। পাহাৰৰ ওপৰেদি বেলি উঠি আহিছিল। পানীত ঢৌ খেলি এটা বৃত্তৰ সৃষ্টি হ'ল। নিকে তেওঁৰ হাতখন পানীত জুবুৰিয়াই ইকাল সিকাল কৰিলে। পুৱাৰ ঠাণ্ডাৰ পিছত গৰম অনুভৱ হ'ল।

পুৱাৰ সময়ত বাপেকে দুদটোত বাই অহা নাৱত বহি তেওঁ অনুভৱ কৰিলে আৰু নিশ্চিত হ'ল যে, তেওঁ কেতিয়াও নমৰে।

# জৰ্জ লুই বৰ্হেছ

( জন্ম ১৮৯৯ )

আৰ্জেণ্টিনাৰ সৰ্বশ্ৰদ্ধেয় কবি, গল্পকাৰ আৰু ভাষাতত্ত্ববিদ। মাজবয়সতে তেওঁ অন্ধ হয়।

অধ্যয়ন আৰু সাহিত্য চৰ্চাৰ জীৱনজোৰা সাধনাৰ তুলনাত তেওঁৰ ৰচনাৰ সংখ্যা সামান্য। কিম্বদন্তী, ইতিহাস, অলৌকিকতা আৰু বাস্তৱ বৈচিত্ৰ্যৰ লগতে আত্মভূতিক বোধনেৰে তেওঁৰ ৰচনা সম্পৃক্ত। প্ৰতিটো শব্দ, বাক্য তথা ভাষাৰ অনিৰ্বচনীয় ব্যৱহাৰৰ ফলত যি কোনো ভাষালৈ বৰ্হেছৰ অনুবাদ প্ৰায় দুৰূহ।

# অলৌকিক

( —আৰু আল্লাই যাক এশ বছৰ পূৰ্বেই মাৰি ৰাখিছিল তাক গ্ৰহণ কৰিলে, আৰু সুধিলে :

"—ইয়াত কিমান দিন আছা ?"

: "—এদিন বা এটা দিনৰ অলপ সময়",

—সি উত্তৰ দিলে।

কোৰাণ—১১,২৬১। )

১৯৪৩ চনৰ ১৪ মাৰ্চৰ ৰাতি। অসমাপ্ত নাটক 'শত্ৰু' বা 'চিৰন্তনীৰ প্ৰতিষ্ঠা'-ৰ নাট্যকাৰ, আৰু জেকব ব্যোহমৰ পৰোক্ষ ইহুদী উৎসৰ গৱেষণাকাৰী জাৰোমিৰ হ্লাদিকে প্ৰেগ নগৰীৰ জেণ্ট্‌নাৰগেছৰ এটি কক্ষত এক সুদীৰ্ঘ ডাবাখেলাৰ স্বপ্ন দেখিছে। খেলুৱৈসকল দুজন ব্যক্তি নহয়, দুটা নামী পৰিয়াল; এই খেলা যেন কেইবাশতাব্দী ধৰিও চলিছে আৰু খেলাৰ পণ কি আছিল কোনেও মনত পেলাব পৰা নাই। কিন্তু, উৰাবাতৰি মতে পণ বিৰাট, সম্ভৱতঃ অন্তহীন। ডাবাখনেৰে সৈতে খেলুৱৈসকল আছিল এটা সুউচ্চ গোপন কক্ষত। জাৰোমিৰ (স্বপ্নত) এটা প্ৰতিদ্বন্দ্বী পৰিয়ালৰ প্ৰথম সন্তান। ঘড়ীয়ে খেলাৰ সময় নিৰ্দেশ কৰিলে। খেল স্থগিত ৰখাৰ কোনো উপায় নাই। স্বপ্নাবিষ্ট জাৰোমিৰ যেন এক বৃষ্টিপূৰ্ণ মৰুভূৰ বালিৰ ওপৰেদি দৌৰিছে, ডাবাৰ গুটিবোৰো চিনি পোৱা নাই আৰু খেলাৰ নিয়ম কানুনো সুঁৱৰিব পৰা নাই। —ঠিক সেই মুহূৰ্ত্ততে জাৰোমিৰে সাৰ পালে। লগে লগে বৰষুণৰ

ধাৰাসাৰ চিপ্‌চিপ্‌ আৰু ঘড়িৰ যন্ত্ৰণাদায়ক টিক্‌টিক্ শব্দ বন্ধ হৈ গ'ল। জেল্ট্‌নাৰগেছৰপৰা ভাঁহি আহিল সম্মিলিত, ছন্দোবদ্ধ কোৱাল। মাজে মাজে সামৰিক নিৰ্দেশৰ ধ্বনি, তেতিয়া বাস্তি পুৰাইছেহে মাত্ৰ। তৃতীয় ৰাইখৰ সশস্ত্ৰ বাহিনীৰ প্ৰেগ নগৰীত প্ৰৱেশ ঘটিছে।

উনৈশ তাৰিখে কৰ্তৃপক্ষই এটি নিৰ্দেশ পালে: সেই তাৰিখতে, গধূলিলৈ জাৰোমিৰ হ্লাদিক গ্ৰেপ্তাৰ হৈছে। মালডাউৰ বিপৰীত পাৰৰ এটি বীজাণুমুক্ত প্ৰাসাদলৈ তেওঁক লৈ যোৱা হৈছে। তেওঁৰ মাকৰ পৰিয়ালৰ পদবী জাৰোস্লাভস্কি, তেওঁৰ ইহুদী ঔৰসজাত জাৰোমিৰ ব্যোহ্‌ম সংক্ৰান্ত গৱেষণাত স্পষ্ট ইহুদী প্ৰভাৱ নিহিত আছে, তেওঁ 'আংস্লুছ'ৰ বিৰুদ্ধে প্ৰতিবাদপত্ৰত চহী কৰিছিল—গেষ্টাপোৰ এই অভিযোগবোৰৰ এটাও তেওঁ খণ্ডন কৰিব পৰা নাই। হাৰমান বাৰ্চডৰ্ফ প্ৰকাশন সংস্থাৰ কাৰণে তেওঁ ১৯২৮ চনত 'চেফাৰ য়েজিডা' অনুবাদ কৰিছিল। প্ৰকাশকে তেওঁলোকৰ গ্ৰন্থতালিকাত বিজ্ঞাপনৰ জৰিয়তে অনুবাদকৰ খ্যাতি সম্পৰ্কে অত্যুক্তি কৰিছিল। হ্লাদিকৰ ওপৰৱালা বিষয়া, ভাগ্য-নিয়ন্তা জুলিয়ান ৰথে এই তালিকাখন পৰীক্ষা কৰিছিল। নিজৰ কৃতিত্ব সম্পৰ্কে অলপ-অচৰপ অতিৰঞ্জিত নকৰা মানুহৰ সংখ্যা বৰ কম। হ্লাদিক সম্পৰ্কেও গ ঠিক হৰফত সজোৱা এনে দুটা বা তিনিটা বিশেষণতে ভাগ্য—নিয়ন্তা জুলিয়ান ৰথে দৃঢ়ভাৱে বিশ্বাস কৰিছিল যে হ্লাদিক বিখ্যাত লোক। তেওঁ হ্লাদিকক মৃত্যুদণ্ডৰে দণ্ডিত কৰিলে। উনত্ৰিশ মাৰ্চৰ পুৱা ন বজাত এই দণ্ড কাৰ্যকৰী কৰা হ'ব। দণ্ড কাৰ্যকৰী কৰোঁতে কৰ্তৃপক্ষই ধীৰে ধীৰে আৰু নৈৰ্ব্যক্তিকভাৱে আগবাঢ়িব বুলিয়েই হাতত যথেষ্ট সময় ৰাখি, গল্পটৈ দোষীৰ মৃত্যুদণ্ডৰ দিন ধাৰ্য কৰিছিল। (দিন ধাৰ্য কৰোঁতে কৰ্তৃপক্ষৰ ইচ্ছাকৃত পলমৰ তাৎপৰ্য পাঠকে পিছত অনুভৱ কৰিব পাৰিব।)

হ্লাদিকৰ প্ৰথম প্ৰতিক্ৰিয়া আছিল কেৱল ত্ৰাস। তেওঁ

ভাবিলে, ছুৰী বা ফাঁচীকাঠৰ কথা ভাবি তেওঁ পিছ নোহোঁহকে। কিন্তু কায়াৰিং স্কোৱাদৰ হাতত মৃত্যুবৰণ যেন অসহ্য। তেওঁ নিজকে বুজাৱৰ বৃথা চেষ্টা কৰিলে—মৃত্যুৰ পাৰিপাৰ্শ্বিকতা নহয়, আড়ম্বৰহীন সহজ মৃত্যুৱেই প্ৰকৃততে ভয়ৰ কাৰণ। গতিকে কিভাৱে মৃত্যু হ'ল, সেইটো সাধাৰণ কথা। মৃত্যুৰ বিভিন্ন পদ্ধতি সম্পৰ্কে তেওঁ ভাবিছে আৰু ভাবিছে আৰু সম্ভাব্য সকলো পদ্ধতিয়েই তেওঁ ভাবি শেষ কৰিছে। টোপনি নহা পুৱাৰ পৰা বিস্ময়কৰ নিশা পৰ্যন্ত অন্তহীন-ভাৱে হুলাদিক্রে তেওঁৰ মৃত্যু সংঘটিত হ'বলগীয়া পদ্ধতিটো কল্পনা কৰিছে। জুলিয়ান বথৰ দ্বাৰা নিৰ্ধাৰিত দিনৰ আগতেই তেওঁ সহস্ৰ বাৰ মৃত্যুবৰণ কৰিছে। অসংখ্য সৈনিকে তেওঁক কেতিয়াবা ওচৰৰ পৰা, আকৌ কেতিয়াবা বহু দূৰৰ পৰা মেচিনগানেৰে গুলিয়াই মাৰিছে। প্ৰকৃত ত্ৰাসেৰে (সম্ভবতঃ প্ৰকৃত সাহসেৰেও) তেওঁ এই কাল্পনিক মৃত্যুদণ্ডসমূহৰ সন্মুখ হৈছে। প্ৰতিটো ঘটনাই ঘটিছে কেইমুহূৰ্তমানৰ ভিতৰতে। ঠিক এনেদৰে এটা বৃত্ত সম্পূৰ্ণ হোৱাৰ পিছত জাবোমিৰে লগে লগে আৰু এটা, আৰু এনেভাৱে অসংখ্য মৃত্যুৰ কাল্পনিক বৃত্তত ডুব গৈছে। হুলাদিকে ভাবিলে মানুহে আশা কৰাৰ ৰূপত বাস্তৱ নাহে। নিজস্ব যুক্তিৰে বিচাৰ কৰি তেওঁ সিদ্ধান্ত কৰিলে যে কোনো আসন্ন ঘটনাৰ সংঘটিত বিস্তৃত ৰূপ যদি আগতেই কল্পনা কৰি লোৱা হয়, তেতিয়াহলে সেই ঘটনাটোকেই কাৰ্যকৰী হোৱাৰপৰা বিৰত ৰাখিব পাৰি। নিজৰ আৱিষ্কৃত এই দুৰ্বল মেজিকৰ ওপৰত ভৰসা কৰি কল্পনা কৰা ঘটনাটো বাস্তৱত কেতিয়াও নঘটে, এই বিশ্বাসত তেওঁ সেই মৃত্যুদণ্ডৰ ভয়ঙ্কৰ ঘটনা খুটি-নাটি মাৰি ভাবিবলৈ আৰম্ভ কৰিলে অৱশেষত, স্বাভাৱিকভাৱেই, তেওঁ ভয় পালে যে এই ঘটনাবোৰ নিশ্চয় দৈৱৰ বলতহে ঘটে। কষ্টকৰ ৰাতি, চলমান সময়ক, সময়ৰ উৰন্ত সাৰাংশক ধৰি ৰখাৰ এটা উপায় বিচাৰিবলৈ ধৰিলে। তেওঁ জানিছিল, সময় সেই ২৯ তাৰিখৰ দোকমোকালিক লক্ষ্য কৰি ধাবিত হৈছে। তেওঁ সশব্দে ভাবিলে: "এতিয়া মই ২২ তাৰিখৰ ৰাতি অতি-

বাহিত কৰিছো। যেতিয়ালৈকে আজিৰ বাতি (আৰু এনে ছটা বাতি) শেষ নহ'ব তেতিয়ালৈকে মই অভেদ্য, অমৰ।" বাতিৰ টোপনি যেন তেওঁৰ কাৰণে অন্ধকাৰৰ সমুদ্ৰ য'ত তেওঁ নিশ্চিন্তে ডুবি পৈ থাকিব পাৰে। একো একোবাৰ তেওঁ অধীৰভাৱে সেই চূড়ান্ত দুই অলি উঠা মুহূৰ্তৰ কাৰণে অপেক্ষা কৰিছিল, যি মুহূৰ্তই ভালৰ কাৰণেই হওক বা বেয়াৰ কাৰণেই হওক তেওঁক অৰ্থহীন অমোঘ কল্পনাৰ পৰা মুক্তি দিব। ২৮ তাৰিখে, অস্তগামী সূৰ্যই যেতিয়া ওখ তাঁৰৰ বেৰা দিয়া খিৰীকিৰ কাঁকেদি তাৰ অন্তিম ৰশ্মি বিতৰণ কৰিছিল তেতিয়া, হ্লাদিকৰ 'শত্ৰু' শিৰোনামাৰ নাটকখনৰ কথা মনত পৰি মনটো এই অৱথা চিন্তাৰ জটবৰপৰা কালৰি কাটি আহিছিল।

হ্লাদিকৰ বয়স প্ৰায় চল্লিশ। জনদিয়েক বন্ধু, কিছুমান অভ্যাস আৰু সাহিত্যৰ বিতৰ্কমূলক আলোচনা—এয়ে তেওঁৰ জীৱন। সকলো লেখকৰ দৰে তেওঁ আন সাহিত্যিকৰ সাহিত্যকৃতিৰ মানদণ্ড স্থিৰ কৰে তেওঁলোকে কি দিব পাৰিছে তাৰ হিচাপত। কিন্তু নিজৰ ক্ষেত্ৰত পৰিকল্পনা, আঁচনি মুঠ কথাত তেওঁ কি কৰিব খুজিছে সেইটোৰ মাধ্যমতহে আনে তেওঁক বিচাৰ কৰাটো কামনা কৰে। নিজৰ প্ৰকাশিত কিতাপকেইখনৰ সম্পৰ্কে হ্লাদিকৰ যেন এটা অনুশোচনাৰ জটিল ভাৱ বৈ গৈছে। 'ব্যোহম', 'ইবাণ এজ্ৰা' আৰু 'ক্ৰুড্' সংক্ৰান্ত আলোচনা যেন অসম্পূৰ্ণ হৈ ৰ'ল। আৰু 'চেফাৰ য়েক্ৰিড়া'ৰ অনুবাদ ক্লান্তি আৰু অসাৱধানতাৰ ফল বুলি গণ্য হ'ল। 'চিৰন্তনীৰ প্ৰতিষ্ঠা' তেই সম্ভৱতঃ ভুল-ত্ৰুটি কম। ইয়াৰ প্ৰথম খণ্ডত, পাৰমেনাইদৰ অপৰিবৰ্তনীয় বৰ্তমানৰ পৰা হিণ্টনৰ পৰিবৰ্তনীয় অতীতলৈকে, চিৰন্তন কাল সম্পৰ্কে মানুহৰ বিভিন্ন ধ্যান-ধাৰণাৰ ইতিহাস বিবৃত হৈছে। আৰু দ্বিতীয় খণ্ডত, বিশ্বচৰাচৰৰ সকলো ঘটনাৰ যে এটা সাময়িক ক্ৰম আছে—এই বিশ্বাসটো (ফ্ৰান্সিচ ব্ৰেদলোৰ দৰেই) অস্বীকাৰ কৰিছে। অৰ্থাৎ, তেওঁৰ বক্তব্য হ'ল মানুহৰ অভিজ্ঞতা সীমাহীন নহয়, সময় এটা ভ্ৰমাত্মক ধাৰণা, আৰু ই এটা ক্ৰমৰ পুনৰাবৃত্তিহে মাত্ৰ

কিন্তু দুখৰ বিষয়—এই ভুলটোক ভুল প্ৰতিপন্ন কৰা যুক্তিটোও সমানেই ভ্ৰমাত্মক। তেওঁ কেইটামান এস্‌প্ৰেচনিষ্ট কবিতাও লিখি এটা সংকলন এবাৰ প্ৰকাশ কৰিছিল। হ্লাদিকে আশা কৰিছিল যে কাব্যনাট্য 'শত্ৰু'ৱেই তেওঁৰ ব্যৰ্থক, সম্ভাবনাহীন অতীতৰ একমাত্ৰ আশাৰ জ্যোতি হৈ থাকিব। (হ্লাদিকৰ ধাৰণা: কাব্যৰূপৰ মাধ্যমতেই কেৱল অবাস্তৱৰ প্ৰতি দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰি। প্ৰকৃততে এইটো আৰ্টৰ প্ৰয়োজনীয় গুণ।)



নাটকত স্থান, কাল আৰু ঘটনাৰ ঐক্য বজাই ৰখা হৈছে। ঘটনাস্থল: হাৰ্ত্তকানিৰ বেৰণ জন্‌ বোমাৰস্তাদৰ পুথিভঁৰাল। ঘটনাৰ সময়: ১৯ শতিকাৰ শেষাৰ্দ্ধৰ এটি সন্ধিয়া। প্ৰথম অঙ্কৰ প্ৰথম দৃশ্যত এজন অচিনাকি পুৰুষ বোমাৰস্তাদৰ ওচৰলৈ আহে। (ঘড়িত তেতিয়া ৭ বাজিছে। অস্তমিত সূৰ্যৰ পোহৰত খিৰীকিবোৰ উজ্বলি উঠিছে। বতাহত এটা পৰিচিত হাঙ্গেৰীয় গান ভাহি আহিছে।) প্ৰথম ব্যক্তিক অনুসৰণ কৰিয়েই, বোমাৰস্তাদৰ লগত দেখা কৰিবলৈ ভালেকেইজন মানুহ সোমাই আহিল। বোমাৰস্তাদে এওঁলোকৰ কাকো চিনি নাপায়। কিন্তু তেওঁৰ এটা অস্বস্তিকৰ ধাৰণা হৈছে যে মানুহকেইজনক বোমা-ৰস্তাদে ক'ৰবাত দেখিছে, হয়তো সপোনত। অভ্যাগতসকলে তেওঁক খোচামোদ কৰিছে, যদিও এইটো স্পষ্ট প্ৰথমে দৰ্শকৰ ওচৰত আৰু পিছত স্বয়ং বেৰণৰ ওচৰত, যে তেওঁলোক গোপন শত্ৰু; বেৰণক হত্যাকৰাৰ ফন্দিতেই একগোট হৈছে। বোমাৰস্তাদে সিহঁতৰ চক্ৰান্ত ব্যৰ্থ বা উলাই কৰিবলৈ সমৰ্থ হৈছে। সিহঁতৰ সংলাপত হ্লাদিকৰ প্ৰেমিকা জুলিয়া ভন্‌ ৱেদেনাউৰ নাম উল্লেখ আছে। আৰু উল্লেখ আছে জনৈক য়াৰোস্লাভ্‌ কুবিনৰ —যি এসময়ত হ্লাদিকৰ মনোযোগ আকৰ্ষণ কৰিছিল। বৰ্ত্তমানে কুবিনৰ মস্তিষ্ক বিকৃতি ঘটিছে আৰু সি নিজকে বোমাৰস্তাদ বুলি বিশ্বাস কৰিছে। বিপদ ঘনীভূত হয় দ্বিতীয় অঙ্কৰ শেষত, যেতিয়া বোমাৰস্তাদে চক্ৰান্তকাৰীৰ এজনক হত্যা কৰিবলৈ বাধ্য হয়। তৃতীয় আৰু শেষ অঙ্ক আৰম্ভ হয়, নাটকৰ

অসংলগ্নতা ক্ৰমান্বয়ে বাঢ়ি যায়। ইতিমধ্যে নাটকৰ পৰা বিদায় লোৱা চৰিত্ৰবোৰ পুনৰ মঞ্চলৈ ঘূৰি আহে। বোমাৰস্তাদে হত্যা কৰা মানুহটো খন্তেকৰ কাৰণে আকৌ সোমাই আহে। কোনোবাই কয় এতিয়াও সন্ধ্যা হোৱাই নাই। ঘড়িত ৭ বাজে। পশ্চিমৰ সূৰ্যৰ পোহৰত ওখ খিৰীকিবোৰ তিৰবিৰাই উঠে। বতাহত হাঁহেৰীয়া সুৰৰ আমেজ। প্ৰথম অভিনেতা আগবাঢ়ি আহে আৰু প্ৰথম অঙ্কৰ প্ৰথম দৃশ্যৰ সংলাপৰ পুনৰাবৃত্তি কৰে। অকণো অবিচলিত নহৈ বোমাৰস্তাদে তাৰ লগত আলোচনা কৰে। দৰ্শকে বুজিব পাৰে যে বোমাৰস্তাদেই সেই বেচেৰা যাৱোস্লাভ কুবিন। এই নাটকখন কোনোদিনেই অভিনীত হোৱা নাই, ই কেৱল এটি মানসিক বিকাৰবৃত্ত য'ত কুবিশ চক্ৰাকাৰে বাস কৰিছে, আকৌ বাস কৰিছে।

★ ★ ★

বিয়োগ-মিলনান্ত এই নাটকখন ভ্ৰান্তিসৰ্বস্ব অৰ্থহীন নে প্ৰসংশনীয়, সুচিন্তিত নে বেৰেৰিবাং, এই সম্পৰ্কে হ্লাদিকে নিজকে কাহানিও প্ৰশ্ন কৰা নাই। তেওঁ ভাবিলে, (এইমাত্ৰ বৰ্ণনা কৰা কাহিনীটো) তেওঁৰ নিজৰ দোষ-ক্ৰটি ঢাকি ৰখাৰ আৰু কৃতিত্ব দৰ্শনীয় কৰি তোলাৰ অথবা জীৱনৰ প্ৰতীকাৰ্থত মানে বিচাৰি পোৱাৰ প্ৰয়োজনত এনে এটা কাহিনীয়েই সকলোতকৈ শ্ৰেয়। তেওঁ নাটকৰ প্ৰথম অঙ্ক আৰু তৃতীয় অঙ্কৰ দুই এটা দৃশ্য ষটপদী ছন্দৰ সালসলনি ঘটাই শেষ কৰিলে। তেওঁ ভাবিলে, আৰু দুটা অঙ্ক তেওঁ ৰচনা কৰিব লাগিব; কিন্তু মৃত্যুও ওচৰ চাপি আহিছে। আন্ধাৰতে তেওঁ ঈশ্বৰক উদ্দেশ্য কৰি ক'লে, "যদি মই তোমাৰ পুনৰাবৃত্তি বা ভ্ৰান্তি নহওঁ, তেনেহলে মই 'শত্ৰু'ৰ লেখক হিচাপেই জীয়াই থাকিম। তোমাৰ আৰু মোৰ অস্তিত্বৰ অৰ্থ প্ৰমাণ কৰিব খোজা এই নাটকখন সম্পূৰ্ণভাৱে লিখি উলিয়াবলৈ মোক আৰু এটা বছৰৰ প্ৰয়োজন। হে শতাব্দী আৰু চলমান সময়ৰ ঈশ্বৰ! মোক এই সময়কণ

ভিক্ষা দিয়া।" এইটোৱেই আছিল সেই শেষৰ ব্যক্তি, সকলোতকৈ ভয়ঙ্কৰ। কিন্তু দহোটা মিনিটো নৌ পাৰ হওঁতেই টোপনিয়ে হ্লাদিকক বানপানীৰ দৰে বুৰাই পেলালে।

পুৱাকাললৈ তেওঁ স্বপ্ন দেখিলে: 'ক্রেমেটিন লাইব্রেৰীৰ এটা খোপত তেওঁ লুকাই আছে। ক'লা চশমা পৰিহিত এজন পুথি-ভৰালীয়ে তেওঁক সুধিলে, "তুমি কি বিচাৰিছা?" হ্লাদিকে উত্তৰ দিলে, "মই ভগৱানৰ সন্ধান বিচাৰিছো।" লাইব্রেৰীয়ানে ক'লে, "ক্রেমেটিনৰ চল্লিশ লাখ গ্রন্থৰ এখন কিতাপৰ এখিলা পাতৰ এটা বৰ্ণৰ ভিতৰত ঈশ্বৰ আছে। মোৰ দেউতা, ককাদেউতা আৰু তেওঁৰ চৈধ্য পুৰুষে সেই বৰ্ণটোৰ অনুসন্ধান কৰিছিল। সেই বৰ্ণটোকে বিচাৰি বিচাৰিয়েই ময়ো অন্ধ হৈ গ'লো। এনেদৰে কৈয়েই বক্তাই চশমাযোৰ খুলিলে আৰু হ্লাদিকে দেখিলে, সঁচাই তেওঁৰ চকুযোৰ ফুটা। ঠিক এনে সময়তে, এখন মানচিত্র জমা দিবলৈ এজন পাঠক সোমাল। "মানচিত্রখন একো কামৰ নহয়" বুলি পাঠকে সেইখন হ্লাদিকৰ হাতত গুজি দিলে। হ্লাদিকে মানচিত্রখনত চকু ফুৰালে। ভাৰতবৰ্ষৰ মেপ এখন হ্লাদিকৰ সন্মুখত ভাঁহি উঠিল। হঠাৎ, খুউব প্রত্যয়েৰে সৈতে জাবোমিৰে মানচিত্রৰ এটা ক্ষুদ্র হৰফৰ ওপৰত হাত বুলালে, লগে লগে এটা আকাশীবাণী শুনা গ'ল, "কামটো সম্পূৰ্ণ কৰিবলৈ তোমাক সময় দিয়া হ'ল।" ঠিক সেই মুহূৰ্তে হ্লাদিকৰ টোপনি ভাগিল।

বক্তা অদৃশ্য হ'লেও স্বপ্নত শুনা কথা যদি স্পষ্ট আৰু পৰিষ্কাৰ হয়, তেতিয়া হ'লে সি স্বৰ্গীয়,—মিমনিড্‌চে লেখা এই বাক্যটো হ্লাদিকে সুঁৱৰিলে আৰু ভাবিলে যে স্বপ্ন ভগবানৰেই দান। হ্লাদিকে পোছাক পিন্ধিলে। এনেতে দুজন সৈনিক চেলৰ ভিতৰ সোমাল আৰু তেওঁলোকক অনুসৰণ কৰিবলৈ হ্লাদিকক নিৰ্দেশ দিলে।

দুৱাৰৰ সিপাৰৰ পৰা হ্লাদিকে ভাবিছিল, সন্মুখৰভাগ বোধহয়

গলি, ডস্‌ট্‌গলি, ঘঁচিৰি, বেলেগ বেলেগ ঘৰ আদিৰ এখন বেৰেৰিবাং ঠাই। বাস্তৱ অৱশ্যে ভৰাতকৈয়ো গহিত। লোহাৰ ঠেক চিৰি এটা বে ভেঙ্গলোক' ভলনৈ নামিল। বহুতো সৈন্যাই—জনদিয়েকৰ ইউনিফৰ্মৰ বুটাম খোলা—মটৰ চাইকেল এখন পৰীক্ষা কৰি আছিল, আৰু চাইকেলখনৰ বিষয়ে আলোচনা কৰিছিল। ছাৰ্জেণ্টে ঘড়ীলৈ চালে, ৮-৪৪ মিনিট। ন বজাৰ কোব নপৰা পৰ্যন্ত ভেঙলোকে অপেক্ষা কৰিব লাগিব। হ্লাদিক এদ'ম কাঠৰ ওপৰতে বহিল। তেওঁক দেখি পুতৌৰ পাত্ৰ যেন অনুমান হোৱাতকৈ মানুহটো বৈশিষ্ট্যপূৰ্ণ যেনেই লাগিল। সৈন্যবোৰে তেওঁৰ চকুলৈ চোৱা নাই। হ্লাদিকৰ উপস্থিতি সহজ কৰাৰ মানসে ছাৰ্জেণ্টে তেওঁৰকাললৈ এটা চিগাৰেট আগবঢ়ালে। হ্লাদিকে ধূমপান নকৰে যদিও ভদ্ৰতাৰ খাটিৰতেই হওক বা হীনমন্যতাৰ অনুভূতিতেই হওক, হাতপাতি চিগাৰেটটো ল'লে। চুৰটটো জ্বলাওঁতে হ্লাদিকে দেখিলে তেওঁৰ হাত কঁপিছে। আকাশ ক্ৰমে মেঘে ঢাকি আনিছিল. সৈন্যবোৰে অনুচ্চ সুৰত কথা পাতিছিল, যেন ইতিমধ্যে হ্লাদিক মৰিলেই! জুলিয়াজন্‌ হ্লাডেনাউ যাৰ প্ৰতীক, হ্লাদিকে সেই হোৱালীজনীৰ কথা মনত পেলাবলৈ বৃথা চেষ্টা কৰিলে।

স্কোৱাড্‌ প্ৰস্তুত, সাৱধান! বেৰেকৰ বেৰত পিঠি লগাই হ্লাদিকে অন্তিম আঘাতৰ কাৰণে প্ৰতীক্ষা কৰিছে। এজনে ক'লে, বেৰখন তেজৰ দাগ লাগি লেতেৰা হ'ব। অপৰাধীক কেইখোজমান আগবাঢ়ি আহিবলৈ নিৰ্দেশ দিয়া হ'ল। হ্লাদিকৰ ধাৰণা হ'ল এই গোটেই প্ৰস্তুতিটো যেন এজন ফটোগ্ৰাফাৰৰ ফটো তোলাৰ ইতস্ততঃ প্ৰস্তুতি। বৰষুণৰ এটা ডাঙৰ টোপাল হ্লাদিকৰ গালত পৰি বৈ গ'ল। ছাৰ্জেণ্টে চূড়ান্ত নিৰ্দেশ ঘোষণা কৰিলে।

গোটেই বিশ্ব যেন স্তব্ধ হৈ গ'ল!

হ্লাদিকক লক্ষ্য কৰি বন্দুক স্থিৰ হ'ল, কিন্তু কিছুকৈইজনে

তেওঁক মাৰিব লাগে তেওঁলোক নিশ্চল। ছাৰ্জেন্টৰ হাতৰ নিৰ্দেশত এটা চিৰন্তন ইঙ্গিত অসমাপ্ত হৈ ৰ'ল। চোতালৰ শিল এচটাৰ ওপৰত এটা মৌমাখিৰ ছাঁ পৰিল। বতাহ স্তব্ধ-এখন ছবিত থকাৰ দৰে। হ্লাদিকে এটা চিঞৰ মাৰিব খুজিলে, এটা শব্দ উচ্চাৰণ কৰাৰ আপ্ৰাণ চেষ্টা কৰিলে, আনকি হাতখন সামান্যভাৱে লৰচৰ কৰাৰ প্ৰাণান্তক চেষ্টা কৰিও যেতিয়া ব্যৰ্থ হ'ল—তেতিয়া অনুভৱ কৰিলে, তেওঁ স্থবিৰ হৈ গৈছে। স্তম্ভিত বহিৰ্জগতৰ কোনো এটা শব্দও তেওঁৰ কাণত নোসোমাল, হ্লাদিকে ভাবিলে, 'মই নৰকত আছোঁ, মই মৃত' আৰু ভাবিলে, 'মই বলিয়া, সময় স্তব্ধ হৈ গৈছে।' আকৌ ভাবিলে, 'যদি সেয়ে সত্য হয়, তেনেহলে তেওঁৰ মনো স্থবিৰ হৈ গৈছে।' তেওঁ প্ৰমাণ চাব খুজিলে আৰু ভাৰ্জিলৰ বিস্ময়কৰ চতুৰ্থ একল'গটো (ওঁঠ নলবোৱাকৈয়ে) আবৃত্তি কৰিলে। হ্লাদিকে ভাবিলে, তেওঁৰ কাষৰ পৰা আঁতৰি যোৱা সৈন্যবোৰকো যেন তেওঁৰ উদ্বেগে স্পৰ্শ কৰিছে। হ্লাদিক উদ্বিগ্ন হৈ উঠিল। সেই সৈন্যবোৰৰ লগত ভাব বিনিময় কৰিব পৰা হ'লে! এই সুদীৰ্ঘ অৱস্থাটোতো কোনো ক্লান্তি অনুভৱ নকৰি হ্লাদিক অবাক হ'ল। অলপ সময়ৰ পিছতে হ্লাদিকৰ টোপনি আহিল। যেতিয়া সাৰ পালে, তেতিয়া পৃথিৱী নিৰ্বাক, নিশ্চল। বৰষুণৰ টোপালটো তেতিয়াও তেওঁৰ গালত লাগি আছে, মৌমাখিটোৰ ছাঁটোও ঠিক শিলটোত পৰি আছে। হ্লাদিকে পেলাই দিয়া চিগাৰেটৰ ধোঁৱা তেতিয়াও শূন্যত বিলীন হৈ যোৱা নাই। এই সকলোবোৰ হ্লাদিকে বুজি উঠাৰ আগতেই আৰু এটা 'দিন' পাৰ হৈ গ'ল।

অসম্পূৰ্ণ কামটো শেষ কৰিবৰ বাবে হ্লাদিকে ভগবানক এটা বছৰ প্ৰাৰ্থনা কৰিছিল। তেওঁৰ প্ৰাৰ্থনা মঞ্জুৰ হৈছিল। ঈশ্বৰে তেওঁৰ কাৰণে এটা গোপন, বিস্ময়কৰ ঘটনা ঘটাইছিল। জাৰ্মানসকলে তেওঁক নিৰ্দিষ্ট সময়তেই হত্যা কৰিব। কিন্তু মৃত্যুৰ নিৰ্দেশ আৰু মৃত্যুদণ্ড

কাৰ্যকৰী কৰাৰ মাজতে, হ্লাদিকৰ চিন্তাত এটা বছৰ বাগৰি যাব। বিমূঢ়ৰ পৰা বিস্ময়, বিস্ময়ৰপৰা সমৰ্পন, সমৰ্পনৰপৰা কৃতজ্ঞতাত হ্লাদিকৰ মন ভৰি উঠিল।

স্মৃতিৰ বাহিৰে হ্লাদিকৰ আৰু কোনো প্ৰমাণ-পত্ৰ নাই ; প্ৰতিটো ষটপদী ছন্দৰ সন্দেহাতীত অনুশীলনে তেওঁক যি শৃঙ্খলা দান কৰিছিল, যি সকলে সাময়িক খণ্ডস্তবক এটাকোটাই সহজে পাহৰি যায় তেওঁলোকে সেই স্মৃতিৰ ধাৰণাও কৰিব নোৱাৰিব। হ্লাদিকে উত্তৰসূৰীৰ কাৰণে কাম কৰা নাছিল, আনকি ঈশ্বৰৰ কাৰণেও—তেওঁলোকৰ সাহিত্য-ৰুচি হ্লাদিকৰ অজ্ঞাত। গোপনে, লাহে-ধীৰে, নিখুঁতভাৱে আৰু যথা-সময়ত তেওঁ তেওঁৰ অদৃশ্য ব্যূহটি তৈয়াৰ কৰিলে। তৃতীয় অঙ্কটো তেওঁ দুবাৰো লিখিলে। ঘড়িৰ শব্দ, গানৰ পুনঃপৌণিকতা আদি কেইটামান অতি প্ৰকট প্ৰতীকধৰ্মী সঙ্কেত তেওঁ বাদ দিলে। তেওঁ খৰখেদা কৰাৰ প্ৰয়োজন নহ'ল। হ্লাদিকে অঙ্কটোৰ অংশবিশেষ বাদ দিলে, কোনো অংশৰ সাৰাংশহে ৰাখিলে, আৰু কোনোটোৰনো আকৌ প্ৰাঞ্জল ব্যাখ্যা কৰিলে। চোতালখনৰ কাৰণে, বেৰেকটোৰ কাৰণে তেওঁৰ যেন এটা মমতাবোধ হৈছিল সমুখত ৰৈ থকা এখন মুখৰ চেহেৰাই ৰোমাৰস্তাদৰ চৰিত্ৰ সম্পৰ্কে তেওঁৰ ধাৰণাই সলনি কৰি পেলাইছিল। হ্লাদিকে আবিষ্কাৰ কৰিলে, যিবোৰ বেসুৰা সুৰধ্বনিয়ে ফ্ল'বেৰক ইমান বেছি বিব্ৰত কৰিছিল সেইবোৰ আচলতে তেওঁৰ দেখাৰ ভুল, দুৰ্বলতা আৰু লিখিত শব্দৰ সীমাবদ্ধতাৰ কাৰণেহে, কথিত শব্দৰ নহয়।

······হ্লাদিকে তেওঁৰ নাটক সম্পূৰ্ণ কৰিলে। কেৱল এটা মাত্ৰ শব্দ সমষ্টিয়েহে তেওঁক সমস্যাত পেলাইছিল। শেষত তেওঁ সেইটোও সমাধান কৰিলে। বৰষুণৰ টোপালটো তেওঁৰ গাল বাগৰি সৰি পৰিল। হ্লাদিকে উন্মাদৰ দৰে চিৎকাৰ কৰি উঠিল ·· মুখ ঘূৰালে, আৰু তেওঁ চতুৰ্বিধ বিস্ফোৰণৰ মাজত বাগৰি পৰিল।



জাৰোমিৰ হ্লাদিকৰ ২৯ মাৰ্চৰ পুৱা ৯-০২ মিনিটত মৃত্যু হ'ল।

# হাইনৰিখ্ ব্যোল

(১৯১৭—১৯৮৭)

গল্পকাৰ, ঔপন্যাসিক, অনুবাদক, প্ৰবন্ধকাৰ আৰু অনাতাঁৰ নাট্য-কাৰ হাইনৰিখ্ ব্যোল নৈতিক মূল্যবোধ তথা মানবীয় মৰ্যাদাৰ প্ৰবক্তা। আচহুৱা পৰিস্থিতিত সাধাৰণ চৰিত্ৰৰ ব্যঙ্গাত্মক বিশ্লেষণ, আধুনিক সমাজব্যৱস্থাত সাধাৰণ মানুহৰ প্ৰতিক্ৰিয়া, আধুনিক ৰাষ্ট্ৰ-শক্তি তথা অৰ্থবলৰ প্ৰকোপত অসহায় নাগৰিকৰ কাৰুণ্য আদি তেওঁৰ ৰচনাৰ আধাৰ।

ফ্ৰাঞ্জ্ কাফ্কাৰ অন্যতম উত্তৰসূৰী হাইনৰিখ্ ব্যোলক "আধুনিক জাৰ্মান জাতিৰ বিবেক" ৰূপে অভিহিত কৰা হয়।

# কটাৰী আৰু মানুহ

য়ুপে কটাৰীখনৰ জোঙা ফালটো ধৰিলে আৰু ইয়াক অসাৰ-ধানতাৰে ইকালে-সিফালে ঘূৰিবলৈ দিলে। দীঘল পাতল পাউৰুটি কটা কটাৰীখন চোকা। হঠাৎ এচাৰমাৰি সি কটাৰীখন বহুত ওপ-ৰলৈ শূন্যলৈ দলিয়াই দিলে। গাড়ীৰ প্ৰপেলাৰ এডালৰ দৰে পাক-ঘূৰণি খাই খাই কটাৰীখন ছোঁ মাৰি ওপৰলৈ উঠি গ'ল, বিয়লিৰ বেলিৰ পোহৰত ইয়াৰ ধাৰ সোণালী মাছ এটাৰ দৰে জিলিকি উঠিল আৰু ছালত খুন্দা মাৰিলে, আৰু ঘূৰিবলৈ বন্ধ কৰি তীব্ৰবেগে পোনে পোনে য়ুপৰ মূৰলৈ সোঁ-সোঁৱাই নামি আহিল। চমকতে য়ুপে তাৰ মূৰৰ ওপৰত কাঠ এছটা পাতি দিলে আৰু খট্‌কৈ শব্দ কৰি কটাৰীখন কাঠছটাত পৰি কিছুসময় কঁপি থাকিল।

কাঠচটা মূৰৰ ওপৰৰ পৰা নমাই য়ুপে কটাৰীখন খুলি খণ্ডেৰে ছুৰাৰখনলৈ দলি মাৰি পঠিয়ালে আৰু কটাৰীখন ছুৰাৰৰ পেনেলত সোমাই ভাৰসাম্য ৰাখিব নোৱাৰি সৰি নপৰালৈকে কঁপি কঁপি তাতে লাগি থাকিল······

"ই তোমাক ৰোগী কৰিব," য়ুপে সহজভাৱে ক'লে, "সহজে বুজিব পৰা এই তথ্যটোৰ পৰাই মই উপলব্ধি কৰিছিলোঁ। যে সাধা-ৰণতে মানুহে যেতিয়া বক্স্ অফিচত পইচা দি খেলা চায়, তেতিয়া সেই খেলাৰ লগত ঠিক ৰোমান চাৰ্কাচৰ দৰে খেলুৱৈৰ স্বাস্থ্য বা জীৱনৰ বাজি থাকিলেহে দৰ্শকে চাই আমোদ পায়। অন্ততঃ দৰ্শকৰ গাৰ তেজ গৰম হোৱাতো তেওঁলোকে বিচাৰে। বুজিছানে ?" সি কটাৰীখন বুটলি লৈ ঘপকৰে বাহুটো পাকখুৱাই খিৰীকিখনৰ এফে-ৰাৰে ওপৰ। কাঠডাললৈ ইমান জোৰে দলিয়াই দিলে যে খিৰীকিৰ আইনাবোৰ ঘট্ ঘট্ শব্দ কৰি, পুটিওৰ পৰা এৰাই ভাগি পৰা।

উপক্রম হ'ল। এই নিশ্চিত আদেশপূর্ণ দলিটোৱে মোক তাহানিৰ সেই যুদ্ধৰ সময়ৰ আমি একেলগে মাটিৰ তলৰ কুঠৰীত থকা বিষাদৰ দিনত, কুঠৰীৰ ধোঁৱাবোৰৰ সহায়ত স্বইচ্ছাই কটাৰী উঠা নমা কৰোৱা যুগৰ ছবী খেলালৈ মনত পেলাই দিলে। "আমাৰ মূল্যবান দর্শকক এটা শিহৰণ দিবৰ কাৰণে," সি কৈ গ'ল, "মই যি পাৰো চব কৰিম। মই মোৰ কাণ কাটি পেলালোহেঁতেন, কিন্তু দুর্ভাগ্যবশতঃ তেনে কৰিবলৈ কাণ জোৰা লগোৱা মানুহৰ অভাৱ। মোৰ লগে লগে আহঁা।" সি টান মাৰি দুৱাৰখন খুলিলে, মোক আগে আগে যাবলৈ দিলে আৰু আমি খটখটিৰ কাষলৈ গ'লো, য'ত এটুকুৰা নির্দিষ্ট স্থানত টুকুৰা টুকুৰ কাগজ এতিয়াও বেৰত লাগি আছে। ব্যৱহাৰ কৰা শক্তিশালী আঠাৰ বাবে ধন্যবাদ যে সেই কাগজবোৰ এতিয়াও মানুহে ইঁত জ্বলাবলৈ একৰাই নিব পৰা নাই। ত'ৰ পিছত, এটা উৰ'লি বোৱা গা ধোৱা ঘৰৰ মাজেদি গৈ আমি এখন উঠঙা শেলুৰৈধৰা, ভগা কংক্রিটৰ মজিয়াৰ দৰে ঠাই পালোহি। যুগে শূন্যালৈ আঙুলিয়াই দেখুৱালে।

"প্রকৃততে যিমান বেছি ওপৰলৈ যায় এই কায়দাটোৱে সিমান আশাপ্রদ ফল দিয়ে। কিন্তু মোৰ মূৰৰ ওপৰত এটা প্রতিবন্ধক দৰকাৰ যিটোত সশব্দে খুন্দা মাৰি চোকা কটাৰীখনৰ গতি ব্যাহত হৈ, চিধা হৈ নামি আহি মোৰ অকামিলা লাওখোলাটোত পৰিবহি পাৰে। চোৱা," সি ওপৰলৈ আঙুলিয়াই মুকলি, ভগা বেলকনীটোৰ লোহাবোৰলৈ দেখুৱালে।

"মই ইয়াতে সম্পূর্ণ এবছৰ অনুশীলন কৰিছিলোঁ, মোলৈ লক্ষ্য কৰা।" সি কটাৰীখন আকাশলৈ দলিয়াই দিলে। চালকৰ আদেশ অনুসাৰে অসম্ভৱ স্থিৰ আৰু অবিচলিত গতিত কটাৰীখন ওপৰলৈ উঠি গ'ল।

"হ্বাঃ মাৰাত্মক!" মই প্রায় চিঞৰিয়ে ক'লো, "এইটো প্রকৃততে

ভয়ঙ্কৰ। তেওঁলোকে তোমাক সঁচাই স্বীকৃতি দিয়া উচিত। এইটোতো কেৱল এটা নহয়, ডেৰটা খেলাৰ সমান।"

খুব সাধাৰণভাৱে য়ুপে কটাৰীখন কাঠচটাৰ পৰা টানি উলিয়াই নালটোত ধৰি সেইখনেৰে বতাহত আঘাত কৰিবলৈ ধৰিলে।

"হয় স্বীকাৰ কৰে। তেওঁলোকে মোক নিশ্চই প্ৰতি বাৰ মাৰ্কবৈ দিয়ে। আৰু দুটা বিশেষ খেলাৰ মাজত কটাৰী লৈ অলপ সময় মই খেল দেখুৱাব লাগে। আচলতে খেলাটো তেনেই সহজ, এটা মানুহ, এখন কটাৰী, এচটা কাঠ বুজিছানে? মই এজনী আধা নঙঠা মাইকী মানুহ বিচাৰোঁ, তাইৰ নাকৰ কাষেদি চুৰীখন সহজ ভাৱে অনা নিয়া কৰিব খোজোঁ। তেতিয়া সিহঁত পাগল হৈ যাব। কিন্তু তেনে ধৰণৰ মাইকী মানুহ এজনী পোৱাটোহে কথা।"

সি অলপমান খৰি দি খালী চৌকাটোত কফিৰ পট্‌টো তুলি দিলে,

"তোমাক হতাশ কৰিবলৈ ইয়েই যথেষ্ট," সি ক'লে। "মই ভাবো মোক বোধহয় বৰ গম্ভীৰ যেন লাগে। সম্ভবতঃ চাৰ্জেণ্ট মেজৰৰ মেজাজটো মোৰ গাত থাকি গ'ল, নহয়নে?"

"মিছা কথা, তুমি কেতিয়াও চাৰ্জেণ্ট মেজৰ নাছিলা। সিহঁতে যেতিয়া তোমাক প্ৰশংসা কৰে, তুমি হাঁহানে?"

"সঁচাই ...... আৰু মই মুৰ দোৱাওঁ।"

"মই কেতিয়াও এনে কৰিব নোৱাৰো। মবিশালিত মই হাঁহিব নোৱাৰো।"

"তোমাৰ ক্ষেত্ৰত এইটোৱেই বৰ ডাঙৰ ভুল। মবিশালিয়েই হাঁহিব উপযুক্ত স্থান।"

"মই বুজিব পৰা নাই।"

"কাৰণ, যেনেকৈয়ে নহওক, সিহঁত মৃত নহয়। কোনোৱেই মৃত নহয়, বুজিছানে?"

"মই বুজিছোঁ ঠিকেই, কিন্তু এইটো বিশ্বাস নকৰো।"

এতিয়াও মোৰ চাৰ্জেণ্ট মেজৰ সুলভ মেজাজ সম্পৰ্কে তোমাৰ সন্দেহ আছে? যথাৰ্থতে কিছু দিনলৈ থাকিবই। দৰ্শকবোৰ দৈনন্দিন কাম কাজত বিৰক্ত হৈ খেলা চাবলৈ আহে। সিহঁতক অলপ শিহৰণ যোগাব পৰাতেই মোৰ সাৰ্থকতা, মই সিহঁতক শিহৰিত কৰি তোলো। স্ফূৰ্তিত সিহঁতৰ মন উপচি পৰে আৰু দুহাত উজাৰি মোক পইচা দিয়ে। সম্ভৱতঃ দৰ্শকবোৰৰ এজনে, এজনে হ'লেও, ঘৰলৈ গৈও মোক নেপাহৰে।"

"ধেৎ, কটাৰীখনৰ সৈতে মানুহটোৱে ভয় চিনিকে নেপায়; আৰু মই সদায় ভয় কৰো—এজনে সেই দৰে ক'ব পাৰে। কাৰণ সিহঁত আটাইবোৰ ভয়াতুৰ, এটি দীঘলীয়া ছাঁৰ দৰে ভয় সদায় সিহঁতৰ পিছত থাকেই: আৰু এই ভয়টো পাহৰি সিহঁতে যেতিয়া অকণমান হাঁহে, মই উৎফুল্লিত হওঁ। সেইটোৱে হাঁহিৰ উদ্ৰেক নকৰেনে?"

য়ুপে কফি তৈয়াৰ কৰিলে, মই পাউকটি খালো। আন্ধাৰ হৈ আহিছে আৰু কোঠাটোলৈ কোমল বগা গাখীৰৰ দৰে পোহৰ সোমাই আহিল।

"বৰ্ত্তমান তুমি কি কৰিছা?"

য়ুপে সুধিলে।

"একো নাইকৰা ...... কোনোমতে চলাই আছো।"

"এটা কষ্টকৰ জীবিকা।"

"হঁচা, এই পাউকটিডোখৰৰ কাৰণে মই দৈনিক এশ শিলগুটি বিচাৰি আনি ভাঙিব লাগে। দিন মজুৰ।"

"হুঁ, আচ্ছা, তুমি আৰু এবাৰ মোৰ খেলাটো চাবলৈ যাবানেকি?" মই যুৰ জোকাবিলত সি উঠি লাইটটো জ্বলাই দিলে আৰু বেৰ-খনৰফালে আগবাঢ়ি গৈ কাৰ্পেটৰ নিচিনা পৰ্দা এখন ঠেলা মাৰি দিলে: ৰঙচুৱা বিবৰ্ণ বেৰখনত খহটা হাতেৰে এঙাৰেৰে অঁকা মানুহৰ প্ৰতিকৃতিৰ দৰে নক্সা এটা দেখা গ'ল, আৰু মানুহৰ লাওখোলাটো

য'ত থাকে, ছবিটোৰ ঠিক তেনেকুৱা ঠাইত এটা হেট্ বুজাবৰ অভি-প্ৰায়েৰে সেই অংশটো অদ্ভুত ধৰণে ওখ, বহল কৰি ৰাখিছে বুলিও বুজা গ'ল। সূক্ষ্মভাৱে লক্ষ্য কৰি দেখিলো, এই নক্সাটো এখন নকল ছুৰাবৰ ওপৰত অঁকা হৈছে, আৰু দেখিলো য়ুপে তাৰ জৰাজীৰ্ণ বিচনাখনৰ তলৰ পৰা এটা মোটা বুগাবৰণীয়া চুটকেচ টানি বাহিৰ কৰিলে আৰু টেবুলৰ ওপৰত থ'লে। চুটকেচটো খোলাৰ আগতে সি মোৰ ওচৰলৈ আহি খাই পেলাই দিয়া চাবিটা চিগাৰেটৰ টুকুৰা মোৰ সমুখত থ'লে।

"এইবোৰেৰে পাতলকৈ ছুটা পকোৱা", সি ক'লে।

মই অলপমান অঁাতৰি গ'লো যাতে—একে সময়তে ভালৈও চাব পাৰো আৰু চৌকাৰ গৰমৰ আমেজটোও ল'ব পাৰো। মোৰ পাউৰুটি বন্ধা কাগজখন তলত পাৰি যেতিয়া মই সযত্নে চিগাৰেটৰ পোৰা টুকুৰাকেইটা মোকলাইছিলো, তেতিয়া য়ুপে তলাটোত টিপামাৰি তাৰ চুটকেচটো খুলি এটা অদ্ভুত মোনা উলিয়ালে।

মোনাটো বহুত জেপ থকা, মানুহৰ ঘৰত সাধাৰণতে ব্যৱহাৰ কৰা, আমাৰ মা হঁতে যৌতুকত অনা চামুচ-কটাৰী থোৱা কাপোৰৰ মোনাটোৰ দৰে। মোনাটো মুৰিয়াই ৰছীৰে বান্ধি থোৱা হৈছিল। কৌশলেৰে মোনাৰ ৰছীৰ গাঠিটো খুলি, টেবুলৰ ওপৰত মোনাটো থৈ সি মুৰাটো খুলি দিলে, ভিতৰত পশুৰ শিঙৰ নাল লগোৱা বাৰখন ছুৰীকটাৰী ওলাল, যিবোৰক আমাৰ মা হঁতে ব্লান্টৰ্ ন্চাৰ সময়ত 'চিকাৰী কপ' বুলি কৈছিল।

মোক দিয়া ধপাতখিনি মই ছুটুকুৰা কাগজৰ ওপৰত সমানে ভাগ কৰিলো আৰু ছুটা চুৰট পকালো।

"তুমি ইয়াতে থাকা।" মই ক'লো।

"আৰু তুমিও ইয়াতে আছা,।" য়ুপেও লগে লগে ক'লে, "ধন্যবাদ!" তাৰ পিছত সি মোক গোটেই মোনাটো দেখুৱালে।

"পৈত্ৰিক সম্পত্তিৰ ভিতৰত এইটোকেই মই একমাত্ৰ ৰচাব পাৰিলো। বাকী চববোৰ জ্বলি গ'ল বা পোত খালে, আৰু অৱশিষ্টখিনি চুৰি হ'ল। যেতিয়ালৈকে মোৰ মাৰ এগৰাকী সম্ভ্ৰান্ত বুঢ়ী বান্ধৱীয়ে মোক বিচাৰি উলিয়াই এই মৰমলগা সৰু চুটকেচটো দিয়া নাছিল, তেতিয়ালৈকে—অৰ্থাৎ মই জেলৰ পৰা সৰ্বহাৰা হৈ কটাচিটা কাপোৰেৰে ঘূৰি অহা সময়লৈকে, মোৰ কোনো সম্পত্তিয়েই নাছিল। বোমাবৰ্ষণত মৃত্যু হোৱাৰ কিছুদিনৰ আগতে মোৰ মাই বুঢ়ীগৰাকীক এইটো নিৰাপদভাৱে থবলৈ দিছিল আৰু শেষত এই-টোৱেই থাকিলগৈ। আচৰিত, নহয়নে? কিন্তু আমি জানো, নাজানোনে বাৰু যে, মানুহ মৃত্যুৰ ভয়ত আতঙ্কিত হ'লে স্মৰণীয় বস্তুবোৰহে ৰক্ষা কৰাৰ চেষ্টা কৰে—প্ৰয়োজনীয় বস্তুবোৰ নহয়। যেই হওক, বৰ্তমানে মই এই সৰু চুটকেচটোৰ ভিতৰত থকা বস্তুবোৰ যেনে তেনে ভাবেই হওক সংৰক্ষণ কৰিছো: মুগাবৰণীয়া চচপেনটো, বাৰডাল ফৰ্ক, বাৰখন ছুৰীকটাৰী, বাৰখন চামচ আৰু সেই পাউৰুটি কটা ডাঙৰ কটাৰীখন। আন কেইপদমান বস্তু বিক্ৰী কৰি মই দুৰ্দিনত পেট প্ৰবৰ্ত্তন কৰিলো।"

মই দিয়া চুৰটটো জ্বলাই এইবাৰ যুপে ৰচি লগোৱা মোনাটো তাৰ ভিতিত ওলোমাই ললে। মোনাটোৰ বাহিৰকাললৈ আধাডোখৰ মানলৈকে ওলাই থকা কটাৰীৰ নালবোৰ এশাৰী যুদ্ধৰ স্মৰণীয় পদকৰ দৰে দেখাইছিল।

তাৰ পিছত সি তীব্ৰবেগে মোনাটোৰ পৰা এখন এখনকৈ কটাৰীবোৰ উলিয়ালে আৰু সি কি কৰিব খুজিছে মই বুজিবলৈ সাৱধান হোৱাৰ আগতেই, বাৰখন কটাৰীয়েই বিজুলি বেগে তাৰ দুৱাৰত আঁকি থোৱা মানুহৰূপী ছায়াময় নক্সাটোৰ গাতে দলিয়াই দিলে নক্সাৰ মানুহটো যেন এটা যুদ্ধৰ শেষত প্ৰতি ছ'ডিং বা সম্ভৱত: প্ৰতি চুকৰ পৰাই আবিৰ্ভাৱ হোৱা ধ্বংসৰ ঘোষক স্বৰূপ বৃহদাকাৰ অস্পষ্ট ভয়ানক প্ৰতিমূৰ্ত্তি। দুখন কটাৰীয়ে টুপীত

দুখনে প্ৰত্যেক কান্ধত আৰু বাকী তিনিখনে সেই দৈত্যাকায় মানুহটোৰ ওলমি থকা বাহুৰ কাষে কাষে বিন্ধিলেগৈ।

"মাৰাত্মক !" মই চিঞৰি উঠিলো, "মাৰাত্মক ! খেলাটো আৰু অলপমান মানুহৰ নজৰলৈ আনিব পৰা হলে !"

"এতিয়া গোটেই মানুহটোৱেই লুকাই গ'ল বা, অলপ ভাল লগাকৈ ক'বলৈ হ'লে গোটেই মানুহজনীয়েই ঢাক খাই পৰিল।" সি কটাৰীবোৰ টানি টানি একৰালে আৰু মোনাটোত পুনৰ ভৰাই থলে। "মই কাকোৱেই বিচাৰি নেপাওঁ। তিৰোতাবোৰ অসম্ভৱ ভয়াতুৰ আৰু মুনিহবোৰ খুউব দামী। কৌশলটো কিন্তু সাংঘাটিক, মই এইটো বুজিব পাৰিছো।"

এতিয়া সি কটাৰীবোৰ বিজুলি বেগেৰে আকৌ এবাৰ এনেদৰে নিক্ষেপ কৰিলে যে গোটেই ক'লা মানুহটো অশ্লীলভাৱে সম্পূৰ্ণ দুভাগত ভাগ হৈ গ'ল। তেৰ নম্বৰ ডাঙৰ কটাৰীখন মানুহটোৰ বুকুত অৰ্থাৎ মানুহৰ কলিজা থকা ঠাইত এপাত মৃত্যুবাণ সোমোৱাৰ দৰে সোমাই গ'ল।

"আঁহা," সি ক'লে, "বোধহয় মোৰ যাবৰ সময় হ'ল।" সি খিৰীকিৰে মুৰটো বাহিৰলৈ উলিয়াই কিবা ভোৰ ভোৰালে ..... "এই ভেজখোৰা বৰষুণজাক," আৰু মোক ক'লে, "আঠ বাজিবলৈ কেইমিনিটমানহে বাকী আছে। মই সদায় চাৰে আঠত যাওঁ।"

সি যেতিয়া তাৰ সৰু চামৰাৰ চুটকেচটোত কটাৰীবোৰ ভৰাইছিল তেতিয়া মই খিৰীকিৰে বাহিৰলৈ চালো। অস্পষ্ট অট্টালিকাবোৰে বৰষুণত কোমলভাবে কিন কিন্ শব্দ কৰা, আৰু হালি হালি থকা পপ্‌লাৰ গছৰ শাৰীৰ পিছফালৰ পৰা অহা ট্ৰামগাড়ীৰ শব্দ মই শুনিবলৈ পালো। কিন্তু ক'তো মই ঘড়ি দেখা নেপালো।

"এতিয়া সময় কিমান, তুমি কেনেকৈ জানিলা ?"

"মই মোৰ হাঁড়ত সময় অনুভৱ কৰিব পাৰো। এইটোও মোৰ

প্ৰশিক্ষণৰে অংশ।" মই হতবাক বিস্ময়ত তালৈ চালো। সি মোক কোটটো পিন্ধাত সহায় কৰি দি নিজেও হাৱাই জেকেট্‌ এটা পিন্ধিলে। ঠিক শিলগুটি ভাঙিবৰ বাবে যিমান দূৰ হাত লবাব লাগে মই সিমান সীমিত ব্যাসাৰ্দ্ধতহে মোৰ হাত লবাব পাৰো ; কাৰণ মোৰ কান্ধত এটা বিষ আছে। আমি আমাৰ টুপী দুটা পিন্ধিলো আৰু আন্ধাৰ বাৰাণ্ডাটোলৈ ওলাই আহিলো ।

"এইটো এনেকুৱাই," আমি খটখটিয়েদি নামি যাওঁতে য়ুপে ক'লে" মই কিছুমান মহাজাগতিক নিয়ম সন্ধানৰ চেষ্টাত আছো । এইটোৰ নিচিনা।" সি এটা ষ্টেপত চুটকেচটো থৈ পৌৰাণিক ছবিত ইকাৰাছে বাহুদুটা ওপৰলৈ আগবঢ়াই দি চোঁ মাৰি উৰিবলৈ বিচৰাৰ দৰে কৰিলে। তাৰ শান্ত মুখখনত এটা অদ্ভুত শীতল স্বপ্নময় অপাৰ্থিব আৰু সম্মোহিত ৰূপ ফুটি উঠিল আৰু মই অসম্ভৱ ভয় খালো ।

"এইদৰে", সি সহজভাবে ক'লে, "মই বায়ুমণ্ডললৈ ওলাই হাতদুখন শূন্যলৈ মেলি দিলে মোৰ হাতদুখন ক্ৰমে দীঘল হৈ যোৱা যেন লাগে। কাৰণ বায়ুমণ্ডলত আন নিয়মবোৰো খাটে ।"

"আহ্‌ঁা," সি মোক মাতিলে ।' তাৰ মুখখন আকৌ শান্ত হৈ পৰিল। মই বুৰ্বকৰ দৰে তাক অনুসৰণ কৰিলো ।

বাহিৰত এজাক কোমল, শীতল, ধীৰ বৰষুণ পৰিছিল। আমি আমাৰ ছোলাৰ কলাৰবোৰ উঠাই লৈ, কঁপি কঁপি, নিজে নিজৰ চিন্তাত মগ্ন হৈ যাবলৈ ধৰিলো, গধূলিৰ কুঁৱলী আৰু নিশাৰ অন্ধকাৰ মিলি ইতিমধ্যে ৰাস্তাত এটা নীলবৰণৰ অন্ধকাৰ বিৰাজ কৰিছিল।

-বিধ্বস্ত চুবুৰীৰ দৈত্যাকাৰ ধ্বংসস্তূপৰ অন্ধকাৰৰ তলত বহুতো জুপুৰিৰ পৰা অহা টিমিক টামাক জ্বলা বিজুলি চাকিৰ পোহৰ দেখা গৈছিল। ক্ৰমান্বয়ে গৰুবাট এটাৰ ৰূপলৈ পৰিবৰ্তিত হোৱা ৰাস্তাটোৰ সোঁৱে বাঁৱে কাঠৰ জুপুৰিবোৰে গধূলিৰ ঘন কুঁৱলীত বিবৰ্ন বাগিচাৰ দৰে থিয় হৈ থাকি পানীত ওপঙি থকা নৈৰ পাৰৰ পঁজা-

ঘৰৰ দৰে ভয়াবহ মূৰ্তি ধাৰণ কৰিছিল। তাৰ পিছত, দ'ম দ'ম শিলগুটি আৰু আবৰ্জনাৰ মাজত অক্ষত অৱস্থাত থকা কেইটামান লেতেৰা ঘৰ পাৰ নোহোৱালৈকে আমি ট্ৰাকগাড়ীৰ ৰাস্তা পাৰ হৈ নগৰৰ উপকণ্ঠৰ ঠেক বাট ধৰিলো।

আমি মানুহৰ ভিৰৰ মাজত মিহলি হৈ কিছুদূৰ আহি এটা আন্ধাৰ ৰাস্তাৰ কাষেদি ঘূৰি সাতোটা ফেক্টৰীৰ কৰ্কশ পোহৰ উজ্জল এচ্‌কালেটত প্ৰতিফলিত হোৱা ঠাই পালোহি।

মিউজিক হলৰ প্ৰবেশ পথ জনশূন্য আছিল, যিহেতু অনুষ্ঠান বহু আগতেই আৰম্ভ হৈছিল, আমি লেতেৰা, বঙা পৰ্দাৰ ফাঁকেদি দৰ্শক মণ্ডলীৰ গুণ গুণনি শুনিবলৈ পালো।

য়ুপে খ'কেছত থকা তাৰ এখন স্থিৰচিত্ৰলৈ আঙুলিয়াই দেখুৱালে, য'ত সি চিকমিকোৱা বক্ষ আবৰণী পিন্ধা দুজনী মিঠা হাঁহিৰ নাচনী ছোৱালীৰ মাজত কাউবয় পোছাক পিন্ধি আছে।

"কটাৰীখনৰে সৈতে মানুহটো", ছবি খনৰ শিৰোনামা আছিল।

"আঁহা", য়ুপে আকৌ মাতিলে, আৰু মই বুজি উঠাৰ আগতেই সি মোক বহিৰ্মঞ্চৰ দুৱাৰ খুলি সহজে চিনিব নোৱাৰা এখন দুৱাৰেৰে ভিতৰলৈ টানি লৈ গ'ল। আমি এটা ঠেক, একা বেঁকা, ভালকৈ পোহৰ নপৰা খটখটিয়েদি ওপৰলৈ উঠি গ'লো; আৰু ঘাম আৰু প্ৰসাধনৰ গোন্ধ পাই বুজিব পাৰিলো, মঞ্চ বেছি দূৰত নহয়, য়ুপে ওপৰলৈ উঠি গ'ল আৰু হঠাৎ চিৰিটোৰ এটা পাকত ৰ'ল, মোৰ কান্ধত হাত থৈ সি লাহে লাহে সুধিলে, "তোমাৰ সাহস আছেনে?"

এই প্ৰশ্নটো মই ইমান আগতে পৰা আশা কৰিছিলো যে এতিয়া হঠাৎ ই মোক থত্‌মত্‌ খুৱাই দিলে। মোক বৰ সাহসী যেন দেখাইছে বুলি মই নেভাবো, গতিকে উত্তৰ দিলো, "আছে, হতাশাৰে সাহস।"

"সেইটোৱেই আচল কথা!" সি সজোৰে হাঁহি আকৌ ক'লে, "হবনে ?"

মই নীৰবে তাক অনুসৰণ কৰিলো। হঠাৎ এটা হিংস্ৰ হাঁহি ঠেক চিৰিটোৱেদি আহি আমাৰ কাণত লাগিল। হাঁহিৰ জাউৰি ইমান শক্তিশালী আছিল যে, মই উচপ্ খাই উঠিলো আৰু অনিচ্ছা সত্বেও শিহৰণত কঁপি উঠিলো।

"মই ভয় কৰিছো," য়ূপক লাহেকৈ ক'লো।

"ময়ো, মোৰ ওপৰত আস্থা নাইনে ?"

"নিশ্চয় ······ কিন্তু······এইটো মোৰ কাৰণে একেই !"

আমি বাৰ্ণিকাল আৰু সোঁফালনৈ প্লাইউদৰ বেৰেৰে ভাগ কৰা কেবিন থকা সৰু বাৰাণ্ডা এটালৈ আহিলো। কেইজনমান উজ্জ্বল ৰঙৰ ব্যক্তি ইফালে সিফালে ঘুৰি ফুৰা দেখিলো, আৰু এটা অস্পষ্ট দৃশ্য দেখিলো য'ত এটা বহুৰাই মঞ্চত তাৰ ৰাক্ষসৰ দৰে ডাঙৰ মুখখন মেলিছে। মানুহজাকৰ অসংযত হাঁহিবোৰ পুনৰাৰ আমি শুনিবলৈ পালো। য়ূপে মোক এখন দুৱাৰেদি ভিতৰলৈ টানি লৈ গ'ল আৰু দুৱাৰখন আমাৰ পিছতে বন্ধ কৰি দিলে। মই চাৰিওফালে চালো। কেবিনটো তেনেই সৰু আৰু প্ৰায় খালি। বেৰত এখন আয়না ওলমি আছে। আৰু পৰি আছে পুৰণি সোলোক-ধোলোক চকী এখনত এজোপা পুৰণি তাচ।

য়ূপে উত্তেজিত আৰু ক্ষিপ্ৰ আছিল। সি মোৰ তিতা কোটটো ললে, কাউবয় সাজটো চকীখনলৈ দলিয়াই দিলে আৰু তাৰ হাৱাই জেকেট আৰু মোৰ কোটটো আঁৰি থ'লে। কেবিনৰ বেৰখনৰ ওপৰেদি এটা ৰঙা ডবিক স্তম্ভত এটা ইলেকট্ৰিক ঘড়ি দেখা পালো, ঘড়ি-টোত আঠ বাজি পঁচিশ মিনিট গৈছিল।

"আৰু পাঁচ মিনিট", য়ূপে তাৰ সাজটো পিন্ধি থাকোতে ফুচ ফুচালে।

"আমি এবাৰ পৰীক্ষা কৰি চামনেকি ?"

ঠিক তেনে সময়তে কেবিনৰ দুৱাৰত টুকুৰিয়াই কোনোবাই ক'লে, "সাজু হোৱা।"

য়ুপে তাৰ জেকেটটোৰ বুটাম বন্ধ কৰি পশ্চিমৰ তিজাৰীয়ে পিন্ধা এটা কোট পিন্ধিলে। মই জোৰেৰে হাঁহি ক'লো, "আপোনাৰ তুমি প্ৰথমতে এবাৰ পৰীক্ষামূলক কাঁচী দিয় খুজিছা নেকি?"

সি চুটকেচটো লৈ মোক ঠেলি বাহিৰলৈ উলিয়াই দিলে। তপা-মুৰীয়া মানুহ এটাই তাতে থিয় হৈ মঞ্চৰ বহুৰাটোৰ কৌতুকপূৰ্ণ শেষৰ অঙ্গি-ভঙ্গিবোৰ চাই আছিল। য়ুপে তাৰ কাণত ফুচফুচাই কিবা ক'লে। মই তাৰ কথাবোৰ নুবুজিলো। মানুহটোৱে খন্তেকত খাই মোলৈ ৰ লাগি চাই থাকিল, য়ুপলৈ অবাক হৈ চালে আৰু হঠাৎ উৎসাহেৰে মূৰ জোকাৰিলে। য়ুপে আকৌ এবাৰ ফুচফুচাই তাক কিবা ক'লে।

এই কথাটোৱে মোৰ উদাসীন মনত অকণো ৰেখাপাত কৰিব পৰা নাই। সিহঁতে যদি ইচ্ছা কৰে তেনেহলে মোক জীয়াই জীয়াই খৰিকাত দিব পাৰে। মোৰ এখন কান্ধ বিষালি, অলপ আগতে পাত-লকৈ পকোৱা চৰুট এটা খালোৱেই আৰু কালিলৈ মোক অন্ততঃ পঁয়সত্তৰটা শিল ভাঙিবলৈ এটা পাউকটিৰ তিনি চতুৰ্থাংশৰ প্ৰয়ো-জন হ'ব। কিন্তু কালিলৈ............ দৰ্শকৰ প্ৰশংসা-ধ্বনিয়ে দৃশ্যপট উকৰাই নিয়া যেন লাগিল। ভাগৰুৱা পৰিশ্ৰান্ত শৰীৰেৰে বহুৰাটোৱে ইতস্ততঃ কৰি মঞ্চৰ পৰ্দাৰ ফাঁকেদি আমালৈ চালে, বিৰক্তি প্ৰকাশ কৰাৰ দৰে তাতে কেইচেকেণ্ডমান ৰ'ল আৰু মঞ্চলৈ পুনৰ ঘূৰি গৈ এটা সন্তোষৰ হাঁহি মাৰি মূৰ জোঁৱালে। বেণ্ডত এটা শিহ-ৰণ তোলা সঙ্গীতৰ সুৰ বাজি উঠিল। য়ুপে তেতিয়াও তপামূৰীয়া মানুহটোক ফুচফুচাই কিবা কৈ আছিল। বহুৰাটোৱে তিনিবাৰ মঞ্চৰ পৰা ওলাই গৈ আকৌ, তিনিবাৰ ঘূৰি আহি হাঁহি মূৰ জোঁৱালে।

তেতিয়া বেণ্ডত এটা কুচকাৱাজৰ বাজনা বাজি উঠিল। য়ুপে

হাতত চুটকেচটো লৈ বাজনাৰ তালত গম্ভীৰ আৰু দৃঢ়ভাৱে খোজ দি মঞ্চলৈ আগবাঢ়িল, আৰু সি দৰ্শকে বিশৃংখলভাৱে কৰা প্ৰশংসাৰ সন্মুখীন হ'ল। ভাগৰুৱা চকুৰে মই লক্ষ্য কৰিলো। য়ুপে মঞ্চৰ বেৰত আগতে লগাই থোৱা গজালত তাচ পাতবোৰ ওলোমাই দিলে আৰু এখিলা এখিলাকৈ প্ৰত্যেক খিলা পাতলৈকে কটাৰী দলিয়াই ঠিক মাজে মাজে ফুটাই গ'ল। বেছি উচ্ছসিত নহলেও দৰ্শকৰ প্ৰশংসা জীৱন্ত হৈ উঠিল। তাৰ পিছত কোমলভাৱে বাজি উঠা ড্ৰামৰ বাজনাৰ লগে লগে য়ুপে তাৰ পাউকটি কটা ডাঙৰ কটাৰীখন আৰু কাঠৰ টুকুৰাটো লৈ সেই কায়দাটো দেখুৱালে আৰু সকলো অনাসক্তি সত্বেও মোৰ ভাব হ'ল যে এই কায়দাটো তেনেই সহজ। মঞ্চৰ আনফালৰ পৰা সামান্য কাপোৰ পিন্ধা কেইজনীমান ছোৱালীয়ে অনুষ্ঠান উপভোগ কৰা দেখিবলৈ পালো।

আৰু তাৰ পিছতেই তপামুৰীয়া মানুহটোৱে মোক থাপ মাৰি ধৰি মঞ্চৰ মাজলৈ ঠেলি লৈ গ'ল। আড়ম্বৰপূৰ্ণভাৱে বাহু জোকাৰি য়ুপক সম্ভাষণ জনালে আৰু পুলিচৰ বিষয়া এজনৰ দৰে মাতটো নকল কৰি ক'লে, —"শুভ সন্ধিয়া, বোৰগালেওস্কী মহাশয়! !"

"শুভ সন্ধিয়া, এৰ্ডমেনেজাৰ ডাঙৰীয়া!" য়ুপেও একে আড়ম্বৰপূৰ্ণ সুৰেৰে উত্তৰ দিলে।

"হেৰা বোৰগোলেওস্কী, মই তোমাৰ ওচৰলৈ এটা যোঁৱাচোৰ ধৰি আনিছো। এটা প্ৰকৃত পাঁজী লোক, যাক আমি কাঁচী দিয়াৰ আগতে তোমাৰ চোকা কটাৰীবোৰেৰে অলপ ভাকুলকুলাই দিবলৈ ক'ব খোজো ...... এটা দুৰ্বৃত্ত!"

কাগজৰ ফুল আৰু সস্তীয়া প্ৰসাধনৰ তুল্য ছুখলগাকৈ কৃত্ৰিম তাৰ মাতটো বৰ হাস্যকৰ যেন লাগিল। মই ডিঙি মেলি চাবিওফালে চকু ঘূৰাই দৰ্শকবোৰলৈ চালো আৰু ঠিক সেই মুহূৰ্তৰ পৰাই আন্ধাৰত জলমলাই থকা লালসাপূৰ্ণ চকুবোৰেৰে উত্তেজিত সহস্ৰ-

—মুৰৰ দৰ্শক দৈত্যটোৱে মোৰ ওপৰত জঁাপ মাৰি পৰিবলৈ আক্ৰমণ উদ্যত হৈ থকা দেখি-সিহঁতৰ পৰা মই নিজকে সম্পূৰ্ণ নিঃসঙ্গ কৰি পেলালো। তথাপি মই সমূলি পৰোৱা কৰা নাই। জুইসদৃশ, গোলাকাৰ লাইটৰ পোহৰে মোক অন্ধ কৰি পেলাইছিল আৰু জীৰ্ণ-শীৰ্ণ পোছাক আৰু ফটা জোতাযোৰেৰে মোক এটা প্ৰকৃত ঘেঁৰাচোৰৰ দৰেই দেখাইছিল।

"অ', তাক মোৰ লগত ইয়াতে এৰি দিয়ক, মিষ্টাৰ এৰ্ডমেনেজাৰ। মই তঁহাঁতিকে বেচেৰাৰ উপযুক্ত ব্যৱস্থা কৰিম।"

"ঠিক আছে, তাৰ ওপৰত চকু ৰাখিবা আৰু কটাৰীবোৰক অৱসৰ নিদিবা।"

এৰ্ডমেনেজাৰ ডাঙৰীয়াই যেতিয়া মঞ্চৰ পৰা প্ৰস্থান কৰিলে তেতিয়াই য়ুপে ঘৃণাৰে দাঁত নিকটাই, দীঘল বেঙা মেলি আছি মোৰ কলাৰত থাপ মাৰি ধৰিলে। ক'ৰবাৰ পৰা মঞ্চলৈ জোৰেৰে ৰছী এডাল দলিয়াই দিয়া হ'ল, আৰু তেতিয়া য়ুপে পিছফালে নীলৰঙী পৰ্দাত আধামেলা ছুৰাৰৰ ছবি থকা ডবিক স্তম্ভ এটাৰ লগত মোক আঁটি আঁটি বান্ধিলে।

মই অনুমান কৰিলো যেন মই অনাসক্তিৰ নিচাৰে নিচাগ্ৰস্ত। সোঁফালৰ পৰা অহা উত্তেজিত দৰ্শকৰ বিকট কোঢ়াল শুনিবলৈ পালো আৰু য়ুপে মোক আগতে বৰ্ণনা কৰা মানুহৰ তেজৰ প্ৰতি মানুহৰ লালসাৰ কথা সি ঠিকেই কৈছিল বুলি উপলব্ধি কৰিলো। নীৰসগন্ধী পাতল বতাহত দৰ্শকৰ লালসা কঁপি উঠিল, আৰু আবেগসূচক শিহৰণ তোলা এক দ্ৰুত বাজনাত ইহঁতৰ লঘু-লাম্পট্যৰ এক ভয়ানক বিয়োগান্ত মিলনৰ চাপ বাঢ়ি গ'ল যত মঞ্চৰ তেজৰ বিনিময়ত সঁচা তেজ ব'ব·········শুকান মুখখনেৰে মই ওপৰলৈ ৰ লাগি চাই থাকি শিথিলভাৱে তললৈ বেঁকা হৈ দিলো— বান্ধি থোৱা ৰছীডালে মোক বেঁকা হৈ থাকিবলৈ সহায় কৰিলে। যেতিয়া য়ুপে তাছ-

পাতবোৰৰ পৰা কটাৰীবোৰ একৱাই তাৰ অতীতৰ স্মৃতি লাগি থকা মোনাটোত থৈ মাজে মাজে নাটকীয় ভঙ্গিমাৰে কৌতুকপূৰ্ণ দৃষ্টিৰে মোক নিৰীক্ষণ কৰিলে, তেতিয়া বেণ্ডৰ সঙ্গীত লাহে লাহে বন্ধ হৈ গ'ল। তেতিয়া সি দৰ্শকৰফালে ঘূৰি কৃত্ৰিম বিৰক্তিজনক কণ্ঠেৰে ক'লে,

"ভদ্ৰ মহিলা আৰু ভদ্ৰলোকসকল, মই এতিয়া এই বেচেৰাক কেন্দ্ৰ কৰি বৃত্তাকাৰে চোকা কটাৰী দলিয়াম······" তাৰ পিছত সি জেপৰ পৰা এডাল তাঁৰ উলিয়ালে আৰু গভীৰ প্ৰশান্তিৰে মোনাটোৰ পৰা এখন এখনকৈ কটাৰীবোৰ উলিয়াই ঘপিয়াই ঘপিয়াই ত'াৰ ডাল বাৰ টুকুৰা কৰি কাটি পেলালে। কটাৰীবোৰ সি আকৌ তাৰ মোনাটোত ভৰাই থ'লে।

ইতিমধ্যে মই তাৰ মূৰৰ ওপৰেদি, ঠিক দৃশ্যবোৰৰ ওপৰেদি, আধা উলঙ্গ ছোৱালীবোৰৰ ওপৰেদি চাই পঠিয়ালো,—মোৰ ভাব হ'ল যেন মই অন্য এখন জগতত ভুমুকি মাৰিছো·····

দৰ্শকৰ শিহৰণে এতিয়া বজ্ৰাহত বিদ্যুতৰ দৰে ক্ৰিয়া কৰিছে। য়ুপ মোৰফালে আগবাঢ়ি আহিল, ৰছীবোৰ পুনৰ টানি মোক জোৰেৰে বন্ধাৰ ভাও ধৰিলে আৰু কোমল মাতেৰে মোক ফুচফুচাই ক'লে, "নিজকে সম্পূৰ্ণ অলৰ-অচৰ কৰি ৰাখা, আৰু সাহস কৰা, মোৰ মৰমৰ বন্ধু······"

সি ভাও জোৰোতে বেছি দেৰি কৰাত দৰ্শকৰ স্নায়ুৰ পীড়ণ বাঢ়ি গ'ল আৰু এই ঘণীভূত উৎপীড়ণত এটা অঘটন ঘটাৰ আশঙ্কাত দৰ্শকৰ গা-মন শিঁয়ৰি উঠিল। কিন্তু উইণ্ডস্ক্ৰীণৰ কাষলৈ গৈ য়ুপ ৰ'ল, বিশৃংখলভাৱে ঘূৰি ফুৰা চৰাইৰ দৰে কৰি হাতডুখন শূন্যলৈ আগবঢ়াই দিলে আৰু তাৰ মুখমণ্ডললৈ এটা ঐন্দ্ৰজালিক প্ৰকাশভঙ্গী নামি আহিল—যিটো ভঙ্গী তাৰ মুখত আগতে খটখটিত দেখি মই মুগ্ধ হৈ তাক প্ৰশংসা কৰিছিলো। ঠিক এই সময়তে সি যাদুকৰী

বিদ্যাবে দৰ্শকক মন্ত্ৰমুগ্ধ কৰিলে যেন অনুমান হ'ল । এটা বীভৎস আৰ্ত্তনাদৰ গভীৰ শব্দ মই শুনিবলৈ পালো আৰু এই শব্দ উপভোগ কৰিলো, যদিও লগতে মই এইটোও বুজি পালো যে ই মোৰ বাবে এটা সতৰ্কতাৰ সংকেত ।

দূৰৰ অস্পষ্টতাৰ পৰা দৃষ্টি ঘূৰাই আনি মই যুপৰ চকুলৈ চালো । যুপ এতিয়া মোৰ সম্পূৰ্ণ বিপৰীতফালে থিয় হৈ আছে। আমাৰ দুয়োৰে চকু এডাল সৰলৰেখাৰ ওপৰত থকাৰ দৰে সমান্তৰাল। তাৰ পিছত সি হাতদুখন ওপৰলৈ তুলি তাৰ মোনাটোৰ ফালে লাহে লাহে ওচৰ চপাই আনিলে, মই আকৌ এবাৰ অনুভৱ কৰিলো যে এইটো মোৰ বাবেই সতৰ্কতাৰ চূড়ান্ত সঙ্কেত । মই নিশ্চলভাৱে. আৰু চকু মুদি দিলো .....

এটা উৎকৃষ্ট শিহৰণ, এটা শিহৰণৰ বিস্তৃতি আছিল কেইচেকেণ্ডমান-কুৰি চেকেণ্ডো হ'ব পাৰে—মই ঠিক ক'ব নোৱাৰো । যেতিয়া মই কটাৰীবোৰৰ ক্ষিপ্ৰ সোঁ-সোঁৱনি আৰু মোৰ পিছফালৰ ছবি আঁকি থোৱা দুৱাৰখনৰফাললৈ বৈ থকা হ্ৰস্ব, চোকা তীব্ৰ বায়ুপ্ৰবাহ অনুভৱ কৰিলো, মোৰ ভাব হ'ল যেন মই এক অতল গহ্বৰৰ ওপৰত বাতি থোৱা এটা ঠেক চিৰিৰ ওপৰেদি খোজ কাঢ়িছো । মই যেন অতি নিশ্চিতভাৱে খোজ কাঢ়িছো আৰু তথাপিও, বিপদৰ সকলো সম্ভাৱনা জানিও মোৰ দুঃসাহসিক কামৰ সম্পূৰ্ণ ৰোমাঞ্চ উপভোগ কৰিছো...... মই আতঙ্কিত হৈ উঠিছিলো, যদিও মই নিশ্চিতভাৱে জানো যে মই তললৈ সৰি নপৰো । যদিও মই হিচাপ নকৰিলো. তথাপিও, শেষ কটাৰীখন যেতিয়া মোৰ সোঁহাতৰ নিচেই কাষেদি দুৱাৰখনত সোমাই গ'ল ঠিক সেই মুহূৰ্ত্তেতে মই চকু মেলিলো .....

উচ্চ প্ৰশংসাধ্বনিৰ ধুমুহাত মোৰ গাৰ নোম শিঁয়ৰি উঠিল । বহলকৈ চকুহাল মেলি মই যুপৰ শেঁতা মুখখনলৈ চালো ।

দ্ৰুতবেগে মোৰকালে আগুৱাই আহি সি মোক বান্ধি থোৱা বহীবোৰ তাৰ কঁপি থকা হাতেৰে খুলি দিলে আৰু মোক মঞ্চৰ সমুখৰ পাদপ্ৰদীপৰ ওচৰলৈ টানি লৈ গ'ল। সি মূৰ দোঁৱালে আৰু ময়ো মূৰ দোঁৱালো। প্ৰশংসাধ্বনিৰ মাজত সি মোলৈ আঙুলিয়াই দেখুৱালে আৰু ময়ো তালৈ আঙুলিয়াই দেখুৱালো। সি মোলৈ চাই মিচিকিয়াই হাঁহিলে, ময়ো তালৈ চাই হাঁহিলো; আৰু আমি দুয়োটাই দৰ্শকৰফাললৈ চাই হাঁহি মূৰ দোঁৱালো।

কুঠৰিটোৰ ভিতৰলৈ আহি আমি এটায়ো কথা নকলোঁ। য়ুপে ফুটা কৰা তাচযোৰ চকীখনলৈ দলিয়াই দিলে, গজালৰ পৰা মোৰ কোটটো নমাই দি মোক পিন্ধাত সহায় কৰিলে। তাৰপিছত সি তাৰ কাউবয় পোছাকটো গজালটোত আকৌ ওলোমাই থলে, তাৰ হায়াই জেকেটটো পিন্ধিলে আৰু আমি উভয়ে আমাৰ টুপী পিন্ধিলো। মই দুৱাৰখন খোলাৰ লগে লগে সেই সকফুটীয়া তপা মানুহটোৱে চিঞৰি উঠিল, "দৰ্মহা চল্লিশ মাৰ্কলৈ বঢ়াই দিয়া হ'ল।" মানুহটোৱে য়ুপৰ হাতত কেইখনমান নোট গুজি দিলে। তেতিয়া মই বুজিব পাৰিলো যে য়ুপ মোৰ ওপৰৱালা বিষয়া। মই হাঁহিলো আৰু য়ুপেও লগে লগে মোৰ মুখলৈ চালে আৰু হাঁহিলে।

য়ুপে মোৰ কান্ধত হাত থলে আৰু আমি গাত গা লগাই পুৰণি প্ৰসাধনৰ গোন্ধ ভাঁহি অহা ঠেক প্ৰায় আন্ধাৰ চিৰিটোৱেদি তললৈ নামি আহিলো। দুৱাৰমুখ পাওঁতেই য়ুপে সশব্দে হাঁহি ক'লে, কেইটামান চিগাৰেট কিনো……

কিন্তু আৰু এঘণ্টামানলৈ মই দৃঢ়তাৰে বিশ্বাস কৰিব পৰা নাছিলো যে বৰ্তমান মোৰ সঁচাই এটা পেচা আছে,—এটা চাকৰি, য'ত মই বাৰ বা কুৰি চেকেণ্ডৰ কাৰণে নিশ্চলভাৱে মাত্ৰ থিয় হৈ থাকি অকণমান কল্পনা কৰিব লাগে—ময়েই সেই মানুহজন যাৰ গালৈ সিহঁতে কটাৰী দলিয়াই……

# গ্ৰাহাম গ্ৰীণ

সমসাময়িক বিশ্ব সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ লেখক গ্ৰাহাম গ্ৰীণে ছাত্ৰাৱস্থাৰ পৰা লিখিবলৈ আৰম্ভ কৰে। গল্প, প্ৰবন্ধ, নাটক, উপন্যাস আদি কথাসাহিত্যৰ সকলো ক্ষেত্ৰতে তেওঁৰ ব্যুৎপত্তি আৰু জনপ্ৰিয়তা।

'দি থাৰ্ড ম্যেন'-ৰ দৰে ৰোমাঞ্চকৰ কাহিনীৰ পৰা 'দি হাৰ্ট অৱ দি মেটাৰ'-ৰ দৰে নৈতিক মূল্যবোধৰ সংঘাতৰ গধুৰ গ্ৰন্থও তেওঁ ৰচনা কৰিছে। মানৱতাবোধৰ অন্তঃস্ৰোত তথা প্ৰকাশিত বক্তব্যৰ অন্তৰ্নিহিত ব্যাপ্তি তেওঁৰ ৰচনাৰ বিৰল বৈশিষ্ট্য।

# দ্বিতীয় মৃত্যু

গাওঁখনৰ কাষতে থকা হাবিখনতেই তাই মোক সন্ধিয়া বিচাৰি পালে। তাইক মই কেতিয়াও গুৰুত্ব দিয়া নাছিলো। তাই আহি থকা গম পোৱা হ'লে মই লুকাই দিলোহেঁতেন। মই নিশ্চিত যে তাইৰ ল'ৰাটোৰ বদ-অভ্যাসবোৰৰ বাবে তায়ে দায়ী। কিন্তু সেইবোৰ প্ৰকৃততে বদ-অভ্যাস বুলি মই কেতিয়াও স্বীকাৰ নকৰো। সকলো দিশতে সি উদাৰ; আনকি গাওঁখনৰ উল্লেখ কৰিব পৰা আন বোৰৰ দৰে সি ঠেক মনৰ নহয়।

মই পাত এখিলালৈ একে থৰে চাই আছিলো। নহ'লে তাই মোক কেতিয়াও বিচাৰি নেপালেহেঁতেন। পাতখিলা ডালটোত ওলমি আছিল আৰু ঠাবিডাল বতাহ নাইবা কোনোবা গঁৱৰ ল'ৰাৰ স্ফূৰ্তিত চিগি আছিল। ঠাবিডালৰ সেউজীয়া বাকলিখনেহে মাত্ৰ পাতখিলা ডালটোৰ লগত সংযুক্ত কৰি ৰাখিছিল। মই বৰ মনোযোগেৰে চাই আছিলো, কিয়নো পলু এটা পাতখিলাত বগাই আছিল আৰু পাতখিলা বৰ জোৰেৰে ইফাল সিফাল কৰি দুলি আছিল। পলুটোৰ লক্ষ্য আছিল ডালটোলৈ। সি তাৰ লক্ষ্যত উপনীত হব পাৰিব নে পাতখিলাৰ লগত সিও তলৰ পানীত সৰি পৰিব তাৰ অপেক্ষাতে মই বৈ আছিলো। গছজোপাৰ তলতে এটা পুখুৰী আছিল। ডাঠ বোকা মাটিৰ বাবে পুখুৰীৰ পানীবোৰ বগুচুৱা দেখা গৈছিল।

পলুটো ডালটো পালেগৈ নে নাই মই ক'ব নোৱাৰিলো। কিয়নো সেই নিছলা মানুহজনীয়ে ইতিমধ্যে মোক বিচাৰি পালে। মোৰ কাণৰ পিছফালৰ পৰা অহা তাইৰ মাতটোৰ পৰাহে তাই

আহি থকা মই প্ৰথম গম পাওঁ ।

"মই আপোনাক সকলোবোৰ মদৰ দোকানতে বিচাৰিলোঁ", সেই পুৰণা টেটেয়া মাতটোৰে তাই মোক ক'লে । গাওঁখনত থকা দুখন মাত্ৰ সুৰাৰ দোকানকে তাই তেনেদৰে সকলোবোৰ মদৰ দোকান বুলি কয় । এনেদৰে প্ৰকৃততে কবিৰ নলগা কথাখিনিৰ বাবে তাই সদায় স্বীকৃতি বিচাৰিছিল ।

মই বিৰক্ত হৈ অলপ টানকৈয়ে নোকোৱাকৈ থাকিব নোৱাৰিলোঁ, "তুমি সেইকণ কষ্ট নকৰাকৈয়ো থাকিব পাৰিলাহেঁতেন । তুমি জানিব লাগিছিল যে এনে এক সুন্দৰ ৰাতি মই কেতিয়াও সুৰাৰ দোকানত নাথাকো ।"

বুঢ়ী দন্দুৰী তিৰোতাজনী লগে লগে শান্ত হৈ পৰিল । তাইৰ কিবা প্ৰয়োজন হ'লে সদায়ে তাই বৰ কোমল হৈ পৰিছিল । "মোৰ দুৰ্ভগীয়া ল'ৰাটোৰ বাবেহে কৰিছো", তাই ক'লে । তাৰমানে তাৰ অসুখ হৈছে । সি ভালে থাকিলে তাই তাক "সেই চয়তান ল'ৰাটো" বা তাতকৈ ভালদৰে মতা মই শুনা নাই । সপ্তাহটোৰ প্ৰতি দিনেই তাই তাক মাজনিশা ঘৰলৈ ঘূৰি আহিবলৈ বাধ্য কৰিছিল— যেন আমাৰ সৰু গাওঁখনত এজন মানুহে সাংঘাতিক অঘটন ঘটাবহে পাৰে । অৱশ্যে আমি তাইক ফাঁকি দিয়াৰ উপায় বিচাৰি লৈছিলোঁ । ত্ৰিশ বছৰতো অধিক বয়সৰ মানুহ এজনক তাৰ মাকে, তাইৰ গিৰীয়েক ঢকাল বুলিয়েই, এনেদৰে শাসন কৰাৰ মই নীতিগতভাৱে বিৰোধী । কিন্তু সামান্য পানীলগা জ্বৰ হ'লেও সি তাইৰ 'দুৰ্ভগীয়া বেচেৰা ল'ৰাটো' হৈ পৰে ।

"সি মৰিবলৈ ধৰিছে", তাই ক'বলৈ ধৰিলে, "আৰু সি নহ'লে মই কি কৰিম, ঈশ্বৰেহে জানে ।"

"কিন্তু মইনো তোমাক কেনেদৰে সহায় কৰিব পাৰিম—মই ভাবি পোৱা নাই ।" মই ক'লোঁ । মোৰ খং উঠিছিল । কিয়নো

সি এবাৰ প্ৰায় মৰিছিলেই আৰু তায়ো কেৱল কবৰ দিয়াৰ বাহিৰে বাকী সকলো কাম শেষ কৰিছিল। এইবাৰো এজন মানুহ ঘূৰি আহিব পৰা সেই একেধৰণৰেই মৃত্যু বুলি মই ভাবিছিলো। প্ৰায় এসপ্তাহমান আগতে পাহাৰৰ দাঁতিত থকা পামথনৰ সেই উঠন-বুকুৰ গাভৰুজনীক লগ পাবলৈ যোৱা তাক মই দেখিছিলো। সি গৈ থাকোতে তাৰ আকাৰটো এটা বিন্দুৰ দৰে হোৱা পৰ্যন্ত মই চাই আছিলো। হঠাৎ সেই বিন্দুটো পথাৰৰ চাৰিচুকীয়া ধোঁৱা বৰণৰ থাকচ এটাত নোহোৱা হৈছিল। সেইটো সিহঁতে লগ ধৰা ভড়ালঘৰ আছিল। মোৰ দৃষ্টিশক্তি বৰ প্ৰখৰ। সিহঁতেনো কিমান দূৰলৈ আৰু কিমান পৰিষ্কাৰকৈ চাব পাৰে তাকে ভাবি মোৰ আমোদ লাগে। মাজনিশাৰ শেহলৈ মই তাক আকৌ লগ পাইছিলো আৰু তাৰ মাকে গম নোপোৱাকৈ তাক ঘৰত সোমাবলৈ মই সহায় কৰি দিছিলো। তেতিয়াতো সি ভালেই আছিল—মাত্ৰ অলপ টোপনিয়ে ধৰা আৰু ভাগৰুৱাহে আছিল।

বুঢ়ী দন্দুৰীজনীয়ে তাইৰ চেঁচেয়া মাতেৰে আকৌ চিঞৰি ক'লে, 'সি আপোনাক বিচাৰিছে।"

"তুমি কোৱাৰ দৰেই যদি তাৰ অসুখ হৈছে, তেনেহলে সি মোক বেচাৰাকৈ ডাক্তৰ এজন বিচাৰাটোহে ভাল হ'ব," মই ক'লো।

"ডাক্তৰ তাতেই আছে। কিন্তু তেওঁ একো কৰিব নোৱাৰে", তাই ক'লে। তাইৰ কথাষাৰে মোক খন্তেকৰ কাৰণে স্তম্ভিত কৰিছিল। অৱশ্যে লগে লগেই মই সিদ্ধান্তত উপনীত হৈছিলো যে, "সি চয়তানে ভাও ধৰিছে। তাৰ নিশ্চয় কিবা নহয় কিবা পৰিকল্পনা আছে।" ডাক্তৰক ঠগোৱাত সি পাকৈত। আনকি মোজেছকো ঠগাৰ পৰাকৈ মূৰ্চ্ছা যোৱা তাক মই দেখিছো।

"ভগৱানৰ দোহাই", তাই ক'লে, "আপুনি আহক।" সঁচাকৈয়ে তাইৰ মাতটো ভাগি পৰিছিল। বোধহয়, তাই তাইৰ নিজৰ ধৰণেই তাক ভাল পায়। তাইৰ প্ৰতি মোৰ সামান্য পুতৌ

জন্মিছিল। কিয়নো সি তাইক অলপো শ্ৰদ্ধা নকৰে বুলি মই জানি-ছিলো। তাইৰ প্ৰতি থকা তাৰ এই মনোভাৱ সি লুকুৱালৈও যত্ন কৰা নাছিল।

হাবিখন, ৰঙা পুখুৰীটো আৰু যুঁজি থকা পলুটো এৰি মই গুচি আহিলো। কিয়নো মই জানিছিলো যে তাইৰ "দুৰ্ভগীয়া ল'ৰাটোৱে" মোক বিচাৰিছে যেতিয়া তাই মোক কেতিয়াও অকলে নেৰে। অথচ মাত্ৰ এসপ্তাহ আগতে তাই আমাৰ ছয়োটাকে আঁতৰাই ৰাখিবলৈ সকলো চেষ্টা কৰিছিল। তাৰ স্বভাৱৰ বাবে তাই মোকেই জগৰীয়া কৰিছিল। যিকোনো মৰণশীল মানুহে তাৰ ক্ষুধা জাগিলে এগৰাকী সহজে পোৱা নাৰীৰ পৰা তাক আঁতৰাইহে যেন ৰাখিব পাৰিব!

মই এই গাঁৱলৈ প্ৰায় দহ বছৰৰ আগতে অহাৰ পিছত এয়া প্ৰথমবাৰৰ বাবে মই সিহঁতৰ ঘৰত আগেছুৱাৰেদি সোমাইছো। তাৰ কাষতে থকা খিৰীকিখনলৈ মই অতি আমোদেৰে চালো। সেই খিৰীকিখনলৈ বগাবলৈ যোৱা সপ্তাহত আমি ব্যৱহাৰ কৰা জখলাটোৱে বেৰত কিবা চিন এৰি পোৱা মই দেখিবলৈ পাম বুলি ভাবিছিলো। জখলাটো পোনকৈ ৰাখিবলৈ অলপ অসুবিধা হৈছিল। কিন্তু তাৰ মাক টোপনিত লাল কাল হৈ থাকে বাবে সেই অসুবিধা দূৰ হৈছিল। জখলাটো সি সেই ভড়ালঘৰটোৰ পৰা আনি ছিল। সি নিৰ্বিঘ্নে ঘৰৰ ভিতৰত সোমালে মই সেইটো নি আকৌ তাত থৈ আহিছিলো। কিন্তু তাৰ কথাত কেতিয়াও বিশ্বাস কৰিব নোৱাৰি। সি তাৰ নলেগলে লগা বন্ধুকো মিছা কথা ক'ব পাৰে আৰু মই যেতিয়া ভড়ালঘৰটো পাইছিলোগৈ তেতিয়া তাই ইতিমধ্যে গুচি গৈছিল। যদি সি তাৰ মাকৰ পইচাৰে ভেটী খুৱাব নোৱাৰে, তেনেহলে সি আনমানুহৰ প্ৰতিজ্ঞাৰে ভেটী দিব জানে।

দুৱাৰখন পাৰহৈ ভিতৰ সোমোৱাৰ লগে লগে মই অস্বস্তি বোধ কৰিবলৈ ধৰিলো। স্বাভাৱিকতে ঘৰটো নিৰল আছিল। কিয়নো সিহঁতৰ ঘৰত থকাকৈ অহা কোনো বন্ধু সিহঁতৰ নাছিল,

যদিও তাৰ এজনী নন্দেক মাত্ৰ কেইমাইলমান নিলগত আছিল। কিন্তু তলালৈ আমাক লগ ধৰিবলৈ নামি অহা ডাক্তৰৰ খোজৰ শব্দ শুনি মোৰ ভাল নালাগিল। তেওঁ তেওঁৰ মুখখনত নিষ্ঠা আৰু ভক্তিপূৰ্ণ ভাব ফুটাই তুলিবলৈ চেষ্টা কৰিলে। যেন মৃত্যু, মোৰ বন্ধুৰ মৃত্যুতো কিবা পবিত্ৰতা আছে।

"সি অচেতন হৈয়ে আছে", ডাক্তৰে ক'লে, "কিন্তু সি বিদায় লʼব। মই একো কৰিব নোৱাৰোঁ। আপোনালোকে তাক শান্তিৰে মৰাতো বিচাৰিলে তাৰ বন্ধুজনক তাৰ ওচৰলৈ যাব দিয়ক। সি কিবা কথাত ভয় খাইছে।"

ডাক্তৰে ঠিকেই কৈছিল। চৌকাঠৰ তলে হাৰি তাৰ কমত সোমাওঁতেই মই গম পাইছিলোঁ। সি গাৰুটোতে আউজি হুৱাৰখনলৈ চাই চাই মই অহা বাট চাই আছিল। চকুকেইটা উজ্জল আছিল আৰু তাত ভয়ৰ ভাৱ প্ৰকাশ পাইছিল। চুলিবোৰ কপালখনতে আঠাৰ দৰে লাগি আছিল। সি যে ইমান কুৎচিত আছিল তাক মই কেতিয়াও উপলব্ধি কৰা নাছিলোঁ। তাৰ ধূৰ্ত চকু-কেইটাৰ কোণেৰেহে সি চাইছিল। সাধাৰণ স্বাস্থ্যত তাৰ চকুৰ পিৰিকে সেই ধূৰ্তালি আবৰি ৰাখিছিল। তাৰ চকুৰ পলকবোৰে যেন হাঁহি হাঁহি কৈছিল, "মই জানো যে মই ধূৰ্ত আৰু কুৰূপ।" কিন্তু তাতে কি হʼল। মোৰ সাহস আছে। বোধহয় তাৰ চকুৰ সেই পলকবোৰে কিছুমান নাৰীক আকৰ্ষণ আৰু উত্তেজিত কৰিছিল আৰু যেতিয়া সেই চকুৰ পলক নোহোৱা হʼল তেতিয়া তাক এক প্ৰবঞ্চকৰ বাহিৰে আন একো যেন দেখা নগʼল।

তাক কিছু উৎসাহিত কৰাতো মই মোৰ দায়িত্ব বুলি ভাবিলোঁ আৰু সি বিছনাত অকলে থকা কথাটোকে মই ব্যঙ্গ কৰি কলোঁ। সি কথাষাৰত আমোদ নোপোৱা যেন লাগিল। যেতিয়া মোক অতি উগ্ৰভাৱে ৰহিবলৈ ক'লে, তেতিয়া সিও মৃত্যুক ধৰ্মীয় দৃষ্টিকোণৰ পৰা চাবলৈ আৰম্ভ কৰা বুলি ভাবি মই সংকিত হলোঁ।

'মই মৰিবলৈ লৈছোঁ', সি অতি খৰকৈ কৰলৈ ধৰিলে, 'আৰু মই আপোনাক এটি কথা সুধিব বিচাৰোঁ। সেই ডাক্তৰটো মুঠেই ভাল নহয়। সি মোক বিভ্ৰান্ত বুলি ভাবে। মই ভয় খাইছোঁ, বুজিছে। মোক পুনৰ আশ্বাস লাগে।' তাৰ পিছত এক দীঘলীয়া বিৰতিৰ পিছত কৈ গ'ল, 'সাধাৰণভাৱে জ্ঞান থকা কোনোবা এজন'....বিছনাখনতে সি আৰু অলপ তললৈ পিছলি গ'ল।

'ইয়াৰ আগতে মোৰ মাত্ৰ এবাৰেই গুৰুতৰ অসুখ হৈছিল,' সি ক'লে। 'সেয়া আপুনি ইয়াত থাকিবলৈ লোৱাৰ আগতে। মই তেতিয়া এটা সৰু ল'ৰা। মই মৰা বুলিয়েই মানুহে ভাবিছিল। সিহঁতে মোক সমাধি দিবলৈ নিছিলেই, কিন্তু এজন ডাক্তৰে হে সিহঁতক ঠিক সময়তে বাধা দিছিল।'

মই তেনেধৰণৰ বহু ঘটনাই শুনিছিলো। সি মোক এইবোৰ কিয় ক'ব বিচাৰিছিল তাৰ যুক্তি মই বিচাৰি পোৱা নাছিলো, আৰু তাৰ পিছতেই তাৰ যুক্তি মই বিচাৰি পোৱা বুলি ভাবিলো। সি সঁচাকৈ মৰিছিল নে নাই তাক পৰীক্ষা কৰিবলৈ সেইবাৰ তাৰ মাকে মুঠেই যত্ন কৰা নাছিল। যদিও মোৰ সন্দেহ নাই যে তাই তাইৰ শোকৰ প্ৰকাশ কৰিছিল। 'মোৰ দুৰ্ভগীয়া বাচা। তাৰ বাহিৰে মই কি কৰিম ক'ব নোৱাৰো', আৰু মই নিশ্চিত যে তাই নিজকে তেতিয়াও বিশ্বাস কৰিছিল আৰু এতিয়াও কৰে। তাই ঘাতক নাছিল। তাই কেৱল অপৰিপক্ক হৈ উঠিছিলগৈ।

'শুনা, ডেকাল'ৰা,' মই তাক গাৰুটোত কিছু ডাঙি দিলো, 'তুমি সমূলি ভয় নকৰিবা। তুমি নমৰা আৰু তোমাক কবৰ দিবলৈ নিলেও ডাক্তৰে যাতে তোমাৰ এডাল শিৰ বা আন কিবা কাটি দিয়ে, তালৈ মই চকু দিম। সঁচাকৈ, বাদ দিয়া, সেইবোৰ বেজাৰলগা কথা। মই মোৰ চোলাটোকে বান্ধি ৰাখি ক'ব পাৰোঁ যে 'তোমাৰ সন্মুখত আৰু বহু বছৰ আছে আৰু বহুত ছোৱালীও", তাক অলপ হুহুঁৱাবলৈয়ে মই ক'লো।

'আপুনি সেইবোৰ বন্ধ কৰিব নোৱাৰেনে।' সি ক'লে আৰু মই বুজিলো যে সি ধাৰ্মিক হৈ পৰিছে। 'কিয়', সি ক'লে, 'মই জীয়াই থাকিলে আৰু এজনী ছোৱালীও নোছোওঁ এজনীও নোছোওঁ।'

মই নাহাঁহিবৰ চেষ্টা কৰিলো। কিন্তু মোৰ মুখখন শোকাকুল যেন দেখাকৈ ৰখাটো সহজ নাছিল। কাৰণ মানুহৰ নৈতিকতাত সদায়েই কিছু ব্যঙ্গ থাকে। 'যি কি নহওক', মই কলোঁ, 'তুমি ভয় খাব নালাগে।'

'কথাটো সেইটো নহয়', সি ক'লে, 'বন্ধু, মই যেতিয়া সেইবাৰ ভাল হৈ উঠিছিলোঁ, তেতিয়া মই মৰা বুলিয়েই ভাবিছিলোঁ। টোপনিৰ দৰে মুঠেই নাছিল আৰু শান্তিৰ বিশ্ৰাম যেনো নাছিল—তাত মোৰ কেউকাষে, কোনোবা এজন আছিল, যিজনে সকলো জানিছিল। মই উপভোগ কৰা প্ৰতিজনী ছোৱালীৰ কথা। সেই কমবয়সীয়াজনীও যি একোকে নুবুজিছিল। সেয়া আপোনাৰ সময়ৰ আগতে। ৰাস্তাটোৰে এমাইল মান গলে এতিয়া ৰাছে'ল থকা ঘৰটোৰ ওচৰতে তাই আছিল। তাই আৰু তাইৰ পৰিয়াল পিছলৈ গুচি গ'ল। মই মাৰ পৰা লোৱা পইচাৰ বিষয়েও তেওঁ জানিছিল। সেইয়া চুৰি বুলি মই নকওঁ। এইটো পৰিয়ালৰ ভিতৰুৱা কথা। মই সেই কথা বুজাবলৈ কেতিয়াও সুবিধাই নাপালোঁ। আনকি মই ভবা কথাবোৰো। এজন মানুহেতো নভবাকৈ থাকিব নোৱাৰে।'

'সেইয়া এক কাল নিদ্ৰা', মই ক'লো। 'হয়, সেয়া এক সপোনেই হ'ব, নহয় জানো?' মানুহে বেমাৰত ভুগিলে যেনে ধৰণৰ সপোন দেখে, তেনেধৰণৰেই আৰু মোৰ কি হ'ব মই তাকো দেখিছিলো। মই একেবাৰেই কষ্ট সহ্য কৰিব নোৱাৰোঁ। সেয়া উচিত নাছিল আৰু মই মূৰ্চ্ছা যাব বিচাৰিও যাব পৰা নাছিলো। কাৰণ মই মৰিছিলো।'

'সপোনত', মই ক'লো। তাৰ ভয়ে মোকো অলপ অসুস্থ কৰি তুলিছিল। 'সপোনত', মই পুনৰ কবলৈ ধৰিলো।

'হয়, সেয়া সপোনেই আছিল, নহয় জানো, কিয়নো মই সাৰ পাইছিলো। আচৰিত কথা যে মই বেছ স্বাভাৱিক আৰু শক্তিশালী অনুভৱ কৰিছিলো। মই উঠিলো আৰু ৰাস্তাত থিয় হলো, আৰু অলপ আঁতৰতে মাটিৰ ধূলি উৰুৱাই মানুহবোৰে মানুহ এজন লৈ গৈ আছিল—সেই ডাক্তৰজন যিজনে তেওঁলোকক মোক কবৰ দিয়াত বাধা দিছিল।'

'হয়নে', মই সুধিলো।

'বন্ধু', সি কলে, 'ধৰক সেয়া সঁচা আছিল। ধৰক মই সঁচাকৈ মৰিছিলো, মই তেতিয়া বিশ্বাস কৰিছিলো জানে, আৰু মোৰ মায়েও। কিন্তু আপুনি তাইক বিশ্বাস কৰিব নোৱাৰে। মই প্ৰায় দুবছৰমান চিধা হৈ আছিলো। ভাবিছিলো, বোধহয় এয়া দ্বিতীয় সুযোগ। কিন্তু লাহে লাহে সকলো কুঁৱলীয়ে আবৰি ধৰিলে আৰু কোনোমতে.. ..ই সম্ভৱ যেন লগা নাছিল। ই অসম্ভৱ। অৱশ্যেই ই অসম্ভৱ। তুমি এইটো জানা, নহয়নে?'

'কিয় নেজানিম', মই কলোঁ। তেনেধৰণৰ আচৰিত ঘটনা আজি কালি নঘটে আৰু যি কি নহওক, সেইবোৰ অন্ততঃ তোমাৰ নঘটে, নহয় জানো? আৰু পৃথিবীৰ সকলো ঠাইৰ ভিতৰত ইয়াতেই ঘটিবনে?'

'ই বৰ ভয়ানক হব', সি ক'লে, 'যদি ই সঁচা হয়, আৰু মই সেই আটাইবোৰৰ মাজেৰে আকৌ যাব লাগিব। তুমি নাজানা, সেই সপোনত মোৰ কি কি হব আৰু সেইবোৰতো এইবাৰ আৰু বেয়া হব।' সি ৰ'ল আৰু অলপ সময়ৰ পিছত এনেদৰে কবলৈ ধৰিলে যেন সি এটি সত্যহে প্ৰকাশ কৰিছে, 'যেতিয়া কোনোবা এজন মৰে তেতিয়া কোনো কালৰ বাবে কোনো ধৰণৰ অচৈতন্য আৰু নাথাকে।

'অৱশ্যে, ই এক সপোন আছিল', মই ক'লো আৰু তাৰ হাতখন সামান্য চেপি ধৰিলো। তাৰ কল্পনাবোৰে সি মোক ভয় খুৱাইছিল। সি সোনকালে মৰাতোকে মই বিচাৰিছিলো যাতে তাৰ ধূৰ্ত্ত, ৰক্তাক্ত আৰু ভয়ানক চকুযোৰৰ পৰা আঁতৰি মই কিবা আমোদজনক আৰু আনন্দৰ দৃশ্য দেখা পাওঁ। সি উল্লেখ কৰা সেই বাছে'লৰ দৰে, সি বাস্তাটোৰে এমাইল দুৰত থাকে।

'কিন্তু', মই ক'লো, এনেধৰণৰ আচৰিত ঘটনা ঘটাৰ পৰা মানুহ এজন থকা হ'লে আমি আন কথাও শুনিলো হেঁতেন। তুমি নিশ্চিত থাকা—ঈশ্বৰে বাধা দিয়া এই ঠাইত খেপিয়াই ফুৰি হলেও।'

'আৰু কিমাননো আছিল', সি ক'লে। 'কিন্তু কাহিনীবোৰ মানুহৰ মুখে মুখে বাগৰি গৈছে আৰু সিহঁতেতো সকলো কথাই বিশ্বাস কৰে নহয় জানো? সিহঁতে কয় যে তেওঁ বহুতো মৰা মানুহ আৰু পঙ্গুক ভাল কৰিছিল তাৰু এজন জন্মান্ধও আছিল। তেওঁ আহি অন্ধজনৰ চকুকেইটা ছুই দিয়াৰ লগে লগে দৃষ্টি আহিছিল। সেইবোৰ বুঢ়ী তিৰোতাৰ গল্প, নহয় জানো?' ভয়ত কঁপি কঁপি সি সুধিছিল আৰু হঠাৎ থৰ হৈ শুই বিছনাত বাগৰি পৰিছিল।

মই কবলৈ ধৰিলো, 'নিশ্চয় সেইবোৰ মিছা কথা।' কিন্তু মই বৈ গ'লো, কিয়নো কোৱাৰ প্ৰয়োজন আৰু নাছিল। মই মাত্ৰ তললৈ গৈ তাৰ মাকক মাতি তাৰ চকু দুটা জপাই দিবলৈ ক'ব পাৰিলো। পৃথিবীৰ সকলো পইচাৰ বিনিময়ত মই সেই চকুযোৰ মুচুলোহেঁতেন। মই সেইদিনটোৰ কথা বহুদিনৰ পিছত ভাবিছিলো। বহু বহু বছৰ আগতে, যেতিয়া মই চেঁচা সেপৰ দৰে এটি অনুভূতি মোৰ চকুৰ পতাত উপলব্ধি কৰিছিলো। চকুকেইটা মেলি মই দেখিছিলো যে মানুহবদৰে এজোপা গছক আন বহু গছে আগুৰি ধৰি খোজ কাঢ়ি গৈ আছিল।

# লক্ষ্মীনাথ বেজবৰুৱা

( ১৮৬৮-১৯৩৮ )

আধুনিক অসমীয়া ভাষা-সাহিত্যৰ যুগ-প্ৰৱৰ্তক, সাহিত্যৰথী একাধাৰে গল্পকাৰ, প্ৰবন্ধকাৰ, নাট্যকাৰ, কবি, গীতিকাৰ, ঔপন্যাসিক, জীৱনীকাৰ ।

১৮৬৮ চনৰ নৱেম্বৰ মাহৰ লক্ষ্মীপূৰ্ণিমাত জন্ম, ১৯৩৮ চনৰ ২৬ মাৰ্চত মৃত্যু ।

# মুক্তি

সুকুমাৰ ডাঙৰ মানুহৰ ল'ৰা। তাৰ খাব-পিন্ধিবৰ অভাৱ নাই। স্বভাৱতে সি বুদ্ধিমান, কিন্তু পঢ়া-শুনাত হলে তাৰ মন নাই। তাৰ চৌধ বছৰ বয়স হল; তথাপি সি ইংৰাজী স্কুলৰ চতুৰ্থ শ্ৰেণীতে। দেউতাকে "পঢ় পঢ়" কৰে; সুকুমাৰে আগত কিতাপ মেলি লৈ আকাশ পাতাল ভাবে। ক'ত গছত পকা আম, দাঁহেচীয়া মধুৰি আম আছে, ক'ত ঘৰৰ পানী-পাছৰ চুকত বৰলে বাহ সাজিছে, সেই বৰলৰ বাহ ভাঙি তাৰ টোপ লৈ ক'ৰ পুখুৰীত বৰশী বাই পুঠিমাছ ধৰা যাব; ক'ত গছৰ বাহৰ পৰা চৰাই-পোৱালি আনি পুহিব লাগিব; পোহনীয়া মেকুৰী, কুকুৰ, পছু-পোৱালিবে কেনেকৈ ধেমালি কৰিব লাগিব, ইত্যাদি কথাবে সুকুমাৰৰ মূৰ ভৰপূৰ; তাত স্কুলৰ পাঠ্য কিতাপৰ কথালৈ ঠাই ডাকৰ। স্কুললৈ তপতে তপতে ভাত এগাল খাই সি যায় হয়, কিন্তু পঢ়াৰ মহলা দিব নোৱাৰি শিক্ষকৰ গালি খাই শাস্তি ভুগি ঘৰলৈ আহে, আৰু মাকে আতো-পুতোকৈ দিয়া ম'হৰ এঠা গাখীৰেৰে কোমল চাউলৰ জলপান এটা খাই, স্কুলৰ সকলো দাবি-শাস্তি পাহৰি পেলাই লগৰীয়া ল'ৰাৰে সৈতে ধেমালিত পূৰ্ব্বৱতে মগন হয়। এদিন শিক্ষকে সুকুমাৰৰ পঢ়াত অমনোগিতাৰ বিষয়ে দেউতাকৰ আগত গোচৰ দিলত দেউতাকে ধৰি সুকুমাৰক চেকনিৰে নথৈ কোবালে। সি মাৰ খাই অভিমান কৰি পলাই কোনেও নেদেখাকৈ তেঁতেলী গছ এজোপাৰ ওপৰত উঠি তাৰ বেকেকা ডাল এটাত শুই থাকিল। ওবে দিনটো ওবে ৰাতিটো আৰু ঘৰলৈ নাহিল। মাকে বিচাৰি নাপাই "মোৰ ল'ৰাটো ক'লৈ গ'ল" বুলি কান্দিবলৈ ধৰিলে; দেউতাকে মনত

বৰ দুখ পাই অনুতাপ কৰি "হেৰ সুকু, আহ, ক'ত আছ ওলাই আহ ; আজিৰপৰা আৰু তোক মই নামাৰোঁ।" বুলি ৰাতি মাতি ভাগৰি চিন্তাকুল হৈ বিছনাত শুই পৰিল ।

পিছদিনা পুৱা ভোকে-পিয়াহে লাল-কাল লগা সুকুমাৰ মাকৰ ওচৰত উপস্থিত হ'লত, মাকে পুতেকক সাবট মাৰি ধৰি চকুলো টুকি আদৰেৰে সানমিহলি ভৎর্সনা কৰি, গা-পা ধুৱাই ভালকৈ খাবলৈ দিলে ; দেউতাকেও তাক দূৰৈৰপৰা মিঠা মাতেৰে সম্ভাষণ কৰি বুজনি দি শান্তি লভিলে ।

সুকুমাৰৰ দেউতাক পুৰণি ধৰণৰ মানুহ । কোন বাটেৰে পুতেকক সাৱধানে বলাই আনিলে তাৰ পঢ়া-শুনাত মন বহিব, সেইটোৰ উপায়দিহ তেওঁ ভালকৈ নাজানিছিল। তেওঁ জানিছিল যে, পুতেকক স্কুলত মাচুল দি পঢ়িবলৈ পঠিওৱা হৈছে যেতিয়া, স্কুলৰ অধ্যাপকে পুতেকক অচিৰতে সৰ্ব্ববিদ্যা বিশাৰদ কৰি তুলি তেওঁক শোধ্যাই দিব । তেওঁ নাজানিছিল যে, আজিকালিৰ স্কুল আগৰ দিনৰ নিচিনা বিদ্যাৰ্থীক পৱিত্ৰ বিদ্যা দান দিয়া পঢ়াশালি নহয় । সি চকী, মেজ, বেঞ্চ, ঘড়ী, চকীদাৰ আদিৰে বিভূষিত আৰু গুৰু-শিষ্যৰ আন্তৰিকতাশূন্য কন্ট্ৰেকীয়া সমন্ধেৰে সমন্ধ লগা নিৰ্ম্মম মহলা লোৱা কাৰখানাহে । তাত ছাত্ৰৰ মানসিক সুবৃত্তিবোৰ পৰিবৰ্দ্ধিত নহৈ জ'াতত চাউল পিহ খোৱাদি পিহ খোৱাবহে বন্দবস্ত। সেই দেখি যেতিয়া তেওঁ এদিন সুকুমাৰৰ পঢ়া-শুনাৰ অভাৱ আৰু অমনোযোগিতাৰ বিষয়ে শিক্ষকৰপৰা শুনিলে, তেতিয়া হুতাশ হৈ সকলো দোষৰ ভাগী সুকুমাৰকে কৰি সেইদৰে নিষ্ঠুৰভাৱে তাক প্ৰহাৰ কৰিছিল । দিন-ৰাতিৰ দোমোজা কালডোখৰ সকলোৰে পক্ষে ভয়ানক । দিন-ৰাতিৰ সন্ধি-ক্ষণতে নৰসিংহৰ দ্বাৰায় হিৰণ্য-কশিপুৰ বিনাশ ঘটিছিল । পুৰণি সভ্যতা বা অসভ্যতা আৰু নতুন সভ্যতা বা অসভ্যতাৰ মাজৰ দূৰদৃষ্টিৰ নিমিত্তেই এই ভদ্ৰলোকজনৰ

এনে মানসিক বিপদ ঘটিছিল। সংক্ষেপতে এয়ে কথা।

তেওঁৰ দুটি পুতেক—সুকুমাৰ আৰু সুকুমাৰৰ ককায়েক দেৱকুমাৰ। দেৱকুমাৰে কলিকতাত পঢ়ি বি-এল পৰীক্ষাত উঠি ডিব্ৰুগড়ত ওকালতি কৰে। তেওঁ ভাল উকীল; গতিকে তেওঁৰ আয় আৰু সন্মানৰ ভাগো ভালৰ ফালে। দেউতাক আৰু মাকে এই পুতেকৰ যশ আৰু প্ৰতিপত্তিত স্বভাৱতে নিজক নথৈ গৌৰৱান্বিত বিবেচনা কৰিছিল। কোনো ভদ্ৰলোকৰে সৈতে দেখা-শুনা হলে কন্তেকৰ পিছতে দেউতাকৰ মুখৰপৰা বৰপুতেকৰ যশস্যাৰ কথা ওলোৱাটো সূৰ্য্যোদয়ৰ নিচিনা নিশ্চয়। উকীল পুতেকৰো দেউতাক মাকৰ ওপৰত অশেষ প্ৰভাৱ; আৰু সেই প্ৰভাৱ বা প্ৰতাপ তেওঁ প্ৰতি কথাতেই প্ৰকাশ কৰিবলৈ কৃপণতা নকৰিছিল। তেওঁ ছমাহে বছৰেকে ঘাই ঘৰলৈ আহে; আৰু ককায়েক আহিবৰ আগ-বাতৰি শুনিলে সুকুমাৰে আনন্দতে জঁপিয়ায়; কিন্তু ককায়েক আহি পালে সুকুমাৰ তেওঁৰ সন্মুখত থিয় হ'ব নোৱাৰে। কাৰণ সি ককায়েকৰপৰা গালি আৰু কদৰ্থনাৰেহে প্ৰথম সম্ভাষণ পোৱাটো ধৰা-বন্ধা কথা। এবাৰ এনে ঘটনাত মাকে বৰপুতেকক ক'লে, "তোৰ ভায়েৰে তই আহিবি বুলি শুনি বৰত জঁপিয়াই ফুৰিছিল আৰু তইনো তাক প্ৰথম আহাৰ মাতটে ইমানকৈ গালি পাৰিব আৰু কেট্‌কেটাব পাৰনে বাৰু?" মাকে বৰপুতেকৰপৰা ইয়াৰ উত্তৰ পালে, "তোমালোকে সুকুমাৰৰ মূৰ খালাহঁক। তাক মৰম চেলাই চেলাই গুচালাহঁক। ইমানটো খোদোঙা ল'ৰা, সি পঢ়া-শুনা নকৰে আৰু দিনদিয়েকৰ পিছত সি ম'হ-গোৱাল হ'ব লাগিব; নাইবা লোকৰ ঘৰত সিদ্ধি দিব লাগিব; নহলে ভাত খাব ক'ৰপৰা?" মাকে বৰপুতেকৰ মুখৰপৰা এই কঠোৰ তৰ্জ্জন আৰু নিৰ্ম্মম মন্তব্য শুনি চকুৰ পানী টুকি অলপ আঁতৰি গৈ প্ৰকৃতিস্থ হৈ পুনৰাই পুতেকৰ কাষ পাবলৈ কিছু সময় লাগিছিল।

এবাৰ পূজাৰ বন্ধত উকীল পো ঘাই ঘৰলৈ আহোঁতে দেউতাক

আৰু মাকক তেওঁ দৃঢ়ভাৱে ক'লে, "এইবাৰ মই এই গৰুটোক লগত লৈ যাম, মোৰ তত্বাৱধানত ৰাখি পঢ়াম। তোমালোকে আৰু ইয়াক ইয়াত ৰাখি ইয়াৰ ইহকাল-পৰকাল খাব নোৱাৰিবা'হঁক। মই কাইলৈ যাম; ইয়াৰ কাপোৰ-কানিৰ টোপালাটো বান্ধি মোৰ লগত দিবা।" এই প্ৰচণ্ড আদেশ শুনি মাকে চকুৰ পানী টুকিলে; বাপেকে অনেক বিবেচনা কৰি অনেক খেৰো-গেৰো কৰি সেই আদেশ মানিবলৈকে অন্তত থিৰ কৰিলে। এই অভাৱনীয় সিদ্ধান্ত শুনি সুকুমাৰৰ প্ৰাণত অঠে-কণ্ঠে শুকাই গৈছিল, তথাপি সি জানিলে যে, তাৰ আৰু অন্য পন্থা নাই; এইবাৰ ককায়েকৰ লগত ককায়েকৰ কঠোৰ শাসনৰ তলত থাকি সি লিখা-পঢ়া শিকিবলৈ যাবই লাগিব। গতিকে নিৰুপায় হৈ সিও এই নতুন অৱস্থাত আত্ম-সমৰ্পন কৰাটোকেই থিৰ কৰিলে। তেতিয়াই সি তেঁতেলী গছ, আম গছ, কঁঠাল গছ, বৰপুখুৰী, ফুলনিবাৰী, মুকলি আকাশ, আহল-বহল পথাৰ, উৰি ফুৰা পখিলা আৰু পোহনীয়া চৰাই-পছু, চৰি-ফুৰা গৰু-ম'হ, লগৰীয়াসকলৰ পৰা শোকাকুল হৃদয়েৰে অথচ দৃঢ় মনেৰে বিদায় লৈ সেই পৰম আত্মীয়সকলক পৰিত্যাগ কৰি বিদেশলৈ যাবলৈ সাজু হ'ল।

সুকুমাৰক লগত লৈ দেৱকুমাৰে মাক-বাপেকক সেৱা কৰি বিদায় লবৰ সময়ত মাকে সুকুমাৰৰ মুখত এটা চুমা খাই ক'লে, "হেৰ, তই ককাইদেৱেৰৰ হাক-বচন মানি চলিবি, মোৰ সোণাই আৰু মন দি পঢ়িবি" আৰু বৰপুতেকৰ মুখত হাত ফুৰাই তেওঁ ক'লে, "হেৰ বৰবোপা, তাক তই বৰকৈ জপি নকৰিবি, মোৰ মইনা; সি লাহে লাহে পঢ়িব; অজলা ল'ৰা, একেবাৰেই বৰকৈ টানি নধৰিবি।" এই বুলি নিজৰ আঁচলেৰে তেওঁ চকুৰ পানী মচিলে। বৰপুতেকে মাকৰ কথা শুনি মিচিক্ কৰে হাঁহি ক'লে—"হৈছে, হৈছে, আৰু তাৰ বিষয়ে তোমাৰ ভাবিৰ দৰকাৰ নাই, লেন দি দি তাক থিং লাগে কৰিলাহঁক।"

সুকুমাৰক ডিবুৰুলৈ আনি ককায়েকে ইংৰাজী স্কুলত নাম লগাই দিলে আৰু আৰু পুৱা-গধূলি নিজে তাৰ পঢ়া-শুনাৰ তত্বাৱধান কৰিবলৈ ধৰিলে। মুকলি আকাশত উৰি ফুৰা চৰাই লোৰ সজাত বান্ধ খালে। কঠোৰ শাসনৰ গধূৰ শিল সুকুমাৰৰ বুকুত বহিল। সুকুমাৰেও বিদ্ৰোহী নহৈ এই শাসন মানি ললে, কাৰণ তাৰ পঢ়া-শুনাত অপাৰগতাৰ নিমিত্তে এতিয়া নিজৰ মনতে ধিক্কাৰ উপস্থিত হৈছিল। ককায়েকো স্বভাৱতে যে বৰ নিষ্ঠুৰ প্ৰকৃতিৰ মানুহ আছিল এনে নহয়; কিন্তু ভাবিছিল, ভায়েকক কিছু দিন কঠোৰ শাসনৰ তলত ৰাখি অচিৰতে বিদ্বান কৰি সেউতাক মাক আৰু আনকো তধা লগাই দিব। কিন্তু কঠোৰ আৰু অবিবেকী শাসনৰ ফল শীঘ্ৰে ফলিল; সুকুমাৰৰ স্ব-ইচ্ছাৰ বিৰুদ্ধে স্বভাৱ-বিদ্ৰোহী হৈ উঠিল; তীক্ষ্ণ বুদ্ধিৰ সুকুমাৰৰ বুদ্ধি অচিৰতে ক্লান্ত হৈ অকৰ্ম্মণ্য হৈ পৰিল। গতে দিনটো সুকুমাৰে কিতাপ আগত লৈ পঢ়েহে পঢ়ে, কিন্তু তাৰ পঢ়া আৰু আয়ত্ত নহয়। ফলত ককায়েকৰ শাসন, প্ৰহাৰ আৰু কটুক্তি দিনে দিনে যিমানে কঠোৰৰ পৰা কঠোৰতৰ হবলৈ ধৰিলে, সুকুমাৰৰ বুদ্ধি-বৃত্তি, স্মৃতি আৰু পাঠ গ্ৰহণ কৰিবৰ ক্ষমতাও সিমান কমিবলৈ ধৰিলে।

এদিন গধূলি ককায়েকে সুকুমাৰৰ পঢ়াৰ মহলা লবলৈ বহি দেখে যে সি একোৰে ভালকৈ উত্তৰ দিব নোৱাৰে; আনকি, সি আগেয়ে যিবোৰ শিকিছিল সেইবোৰো তাৰ মনত নাইকিয়া হল। খং উঠি তেওঁ তাক অত্যন্ত প্ৰহাৰ কৰি আৰু গালি-শপনি পাৰি, শেহত নিজেই ক্লান্ত হৈ এই বুলি উঠি গ'ল, "তই আমাৰ বংশৰ কলঙ্ক। তোক মোৰ ভাই বুলি মানুহৰ আগত চিনাকি দিবলৈ মোৰ লাজ লাগে। তোক আইৰ ওচৰলৈ শীঘ্ৰে পঠিয়াই দিম; তাতে তোক আয়ে আদৰ দি ডাঙৰ-দাঙৰ কৰক, তাৰ পিছত লোকৰ গ'ৰু-গৰু ৰাখি বা চুৱা-পাত পেলাই ভাত খাবি।" সুকুমাৰ নিৰ্ব্বাক-

নিস্পন্দ হৈ ৰ'ল।

ৰাতি ন মান বজাত বৌৱেকে সুকুমাৰক ভাত খাবলৈ মাতিলত সি বৌৱেকক লাহেকৈ কলে— "বৌদেও, মই আজি ভাত নাখাওঁ, মোৰ গাটো বেয়া লাগিছে।" সুকুমাৰ ভাত খাবলৈ অহা নাই বুলি শুনি ককায়েকে উঠি আহি তাক কটুক্তি কৰি ভাত খাবলৈ আহিবলৈ হুকুম দিলত সি কাতৰ কণ্ঠেৰে কলে "ককাইদেও, সঁচাকৈয়ে মোৰ গা বেয়া কৰিছে, মই ভাত খাবলৈ যাব নোৱাৰোঁ।" ককায়েকে তাৰ গাত হাত দি চাই দেখিলে যে, সুকুমাৰৰ গা বৰ তপত।

আজি সাত দিন হল, সুকুমাৰৰ নেৰানেপেৰা জ্বৰ। মাজে মাজে সি ভ্ৰম বকিছে। ককায়েকে জিলাৰ ডাক্তৰ লগাই তাৰ চিকিৎসা কৰাইছে হয়; কিন্তু দেউতাকলৈ সুকুমাৰৰ অসুখৰ একো খবৰ দিয়া নাই। আঠ দিনৰ দিনা ডাক্তৰৰ পৰামৰ্শমতে সুকুমাৰৰ অসুখৰ বাতৰি বিজুলী-ডাকেৰে ককায়েকে দেউতাকলৈ পঠিয়ালে। খবৰ পাই দেউতাক-মাক দুয়ো বিহ্বল হল আৰু দিনে-চাৰিখনকৈ বিজুলী বাতৰি তেওঁ-লোকৰ ভিতৰত চলাচল কৰিবলৈ ধৰিলে।

বিকাৰ অৱস্থাতে সুকুমাৰৰ মুখৰপৰা এইকেইটা কথা শুনা গৈছিল, "আই, তুমি আহিছা? মই পোহা চৰাই আৰু আন জন্তুবোৰ কেনে আছে? সিহঁতে মোক বিচাৰেনে? মই গৈ সিহঁতেৰে সৈতে উমলিম। মই পঢ়িম আই, তুমি নাভাবিবাঁ। ককাইদেৱে মই পঢ়া-শুনা নকৰাত বৰ বেয়া পাইছে। মই পঢ়িম, ডাঙৰ মানুহ হ'ম। উস ককাইদেও, মোক আৰু নেমাৰিবাঁ, মই এইবাৰৰপৰা পঢ়া ঠিক মনত ৰাখিম। মই ভাল লৰা হ'ম। মোৰ বাবে তুমি লাজ নোপোৱা হ'বা।"

নৱিয়া পৰিৰৰ দিনাৰেপৰা চৈধ্য দিনৰ দিনা সুকুমাৰৰ দেহ-সজাৰপৰা প্ৰাণ-পখী ওলাই গৈ চিৰকাললৈ মুক্তি লাভ কৰিলে।